# যীমাং হাড়িৰ

# জীৱন আৰু মৃত্যু

লক্ষীধৰ নাথ

থমাচ হাৰ্ডি

# জীৱন আৰু মৃত্যু

থমাচ হাৰ্ডিৰ 'দ্যা লাইফ্ এণ্ড দেথ অৱ্ দ্যা মেয়ৰ অৱ
কেষ্টাৰব্ৰিজ' উপন্যাসৰ মুকলি ভাঙনি



শশীধৰ নাথ

জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১০০১

# আগকথা

**মুল লেখক থমাচ হাৰ্ডি :**

থমাচ হাৰ্ডি উনবিংশ শতিকাৰ এগৰাকী বিশ্ববিশ্ৰুত ইংৰাজ সাহিত্যিক। ইংলণ্ড চহৰৰ অনতিদূৰত অৱস্থিত 'আপাৰ ৰক্‌হ্‌ম্পটন' নামৰ এখন সৰু চহৰত ১৮৪০ চনত এইজনা সাহিত্যিকৰ জন্ম হয়। স্থাপত্য বিদ্যাত তেওঁ উচ্চ শিক্ষা লাভ কৰি দুবছৰমান চাকৰি কৰিছিল যদিও থমাচ হাৰ্ডিযে অকল সাহিত্য-চৰ্চ্চাত একানপতীয়াকৈ লাগিবৰ উদ্দেশ্যেই তেওঁ চাকৰি বাদ দিয়ে। সৰুকালৰে পৰাই তেওঁ কবিতা অধ্যয়ন আৰু কবিতা ৰচনা কৰিছিল। পৃথিৱীৰ শ্ৰেষ্ঠ কবি সকলৰ অন্যতম থমাচ হাৰ্ডিৰ বিখ্যাত কবিতা পুথিখন হ'ল— 'Wesex Poems', 'The Dynasts' নামৰ তেওঁৰ এখনি কাব্যধৰ্মী নাটকো আছে।

থমাচ হাৰ্ডিয়ে বিশ্বত অকল কবি হিচাবেই খিয়াতি অৰ্জন কৰা নাই, এজন উৎকৃষ্ট প্ৰবন্ধ লিখক আৰু আলোড়ন সৃষ্টি কৰিব পৰা এজন ঔপন্যাসিক হিচাবেও জনাজাত। তেওঁৰ ৰচিত প্ৰথম উপন্যাস—'The Poor Man and the Lady' কিন্তু এই উপন্যাস-খনি প্ৰকাশ নাপালে। তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস হ'ল— 'Desperate Remedies' (1871). ইয়াৰ উপৰিও তেওঁৰ 'Far from the Madding Crowd', 'The Return of the Native', 'The Life and Death of the Mayor of Casterbridge', 'The Woodlanders', 'Tess of the D' llrleer-Villes', 'Jude the Obscure', 'The Trumpet Major' আদি কেবাখনো বিখ্যাত উপন্যাস আছে।

থমাচ হাৰ্ডিৰ উপন্যাস সমূহৰ কাহিনী, চৰিত্ৰ আৰু অন্যান্য আঙ্গিকতা বিচাৰ কৰি 'লাচেল.চ. এবাৰক্ৰম্বী' নামৰ এজন ইংৰাজ সমালোচকে তেওঁৰ উপন্যাস সমূহক নাট্যধৰ্মী উপন্যাস (Dramatic Novels) আৰু কাব্যধৰ্মী উপন্যাস (Epic Novels) নামেৰে দুটা ভাগত ভাগ কৰিছে।

নাট্যধৰ্মী উপন্যাসত সাধাৰণতে লেখকজনে নেপথ্যত থাকি প্ৰধান, অ-প্ৰধান বিভিন্ন চৰিত্ৰৰ জৰিয়তে কাহিনীৰ উপস্থাপন কৰে। কাহিনীৰ বৰ্ণনা আৰু চৰিত্ৰ চিত্ৰনত পাঠকৰ সমূখত লিখক কেতিয়াবা চকামকাকৈ দেখা দিলেও সি প্ৰত্যক্ষ নহয়। কাহিনীৰ বিভিন্ন আকৰ্ষণীয় আৰু সংঘাতপূৰ্ণ চৰিত্ৰই পাঠকক লিখকৰ কথা পাহৰাই ৰাখে। কাব্যধৰ্মী উপন্যাসত কিন্তু লিখক স্ব-প্ৰধান নায়ক বা নায়িকা হিচাবে অকল কাহিনীৰেই যে বৰ্ণনা কৰে এনে নহয়, কেতিয়াবা সংঘাতপূৰ্ণ ঘটনাৰ ওপৰত দাৰ্শনিক মন্তব্যও দাঙি ধৰে।

'জীৱন আৰু মৃত্যু' এই উপন্যাসখনিৰ মূল 'The Life and Death of the Mayor of Casterbridge' এখনি নাট্যধৰ্মী উপন্যাস। ইয়াত যদিও মাইকেল হেনচাৰ্ড নামৰ এজন মেয়ৰৰ 'লাইফ. এণ্ড ট্ৰেজেদী' বৰ্ণিত হৈছে তথাপি ইয়াত কেবাটাও চৰিত্ৰই প্ৰধান ভূমিকা লৈ আকৰ্ষণীয় সংঘাতৰ সৃষ্টি কৰিছে। থমাচ হাৰ্ডিৰ এই উপন্যাসখনি 'এলিজাবেথান যুগ'ৰ এখনি উৎকৃষ্ট সৃষ্টি।

মোৰ কথা :

কলেজীয়া জীৱনতে থমাচ হাৰ্ডিৰ 'The Life and Death of the Mayor of Casteiibrdge' উপন্যাসখনি পঢ়িছিলোঁ। ইয়াৰ মনোৰম কাহিনী আৰু সংঘাতপূৰ্ণ চৰিত্ৰই মোক বৰকৈ আকৰ্ষণ কৰে। শেষে অসমীয়ালৈ ইয়াৰ মুকলি ভাঙনি কৰি ছিপাঝাৰ সাহিত্য সভাৰ সাহিত্য চক্ৰত কিছুখণ্ড ছোৱা ছোৱাকৈ পাঠ কৰাত শ্ৰোতাবন্ধু আৰু শুভাকাঙ্খী মাননীয় ব্যক্তি সকলে ইয়াক সম্পূৰ্ণকৈ প্ৰকাশ কৰি উলিয়াবলৈ আমাক উৎসাহ যোগালে। থমাচ হাৰ্ডিৰ

মূল কাহিনীৰ সৌন্দৰ্য্য আৰু চৰিত্ৰৰ বিশেষত্ব ৰক্ষা কৰিবলৈ চেষ্টা কৰিছোঁ যদিও তেওঁৰ লিখনিৰ চমৎকাৰিত্ব আৰু বৰ্ণনাৰ বৈচিত্ৰ্য একেবাৰেই ৰক্ষা কৰিব পৰা নাই। আনকি কোনো কোনো বিস্তৃত ঘটনা আৰু বৰ্ণনাৰ ইয়াত কেৱল চমু উল্লেখহে কৰিছোঁ। সেই কাৰণেই ইয়াক পোনপতীয়া অনুবাদ নুবুলি মুকলি ভাঙনি বোলা হৈছে।

অসমৰ আগশাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান 'জ্যোতি প্ৰকাশনে' কিতাপখনি প্ৰকাশৰ দায়িত্ব লৈ সাহিত্য সেৱাত আমাক যি অফুৰন্ত প্ৰেৰণা যোগালে তাৰ বাবে এই প্ৰতিষ্ঠানৰ ওচৰত চিৰকৃতজ্ঞহে বলোঁ।

ছিপাঝাৰ
১ মে, ৯০

শ্ৰীশশীধৰ নাথ

সন্ধিয়াৰ আগে আগে বিভিন্ন চৰাইবোৰে কোলাহল কৰি নিজ নিজ বাঁহলৈ উৰি যাবলৈ ধৰিছিল। ডেকা গিৰিয়েক-ঘৈণীয়েক হাল লাহে লাহে গাওঁখনৰ ভিতৰ সোমাই এই কোলাহলৰ উপৰিও গাওঁ-খনৰ সিটো মূৰৰ পৰা অহা মানুহৰ চিঞৰ-বাখৰ শুনিবলৈ পালে। কাষত কোৰ এখন লৈ তেওঁলোকৰ আগে আগে গৈ থকা খেতিয়ক এজনক দেখি ডেকাজনে সুধিলে—'ভাওৰীয়া, মানুহৰ হুলস্থূল যে শুনিছোঁ ক'ৰবাত কিবা হৈছে নেকি ?

খেতিয়কজনে কোনো উত্তৰ নিদি গৈ থকাৰ কাৰণে ডেকাজনে পুনৰ সুধিলে—'হেৰি, গাৱঁত সেয়া কিহৰ হুলস্থূল ? কিবা হৈছে নেকি ?

মানুহজনে মুখেৰে একো নকৈ মূৰটো জোকাৰিলে মাথোন।

ডেকাজনে আকৌ সুধিলে—'ইয়াত কম টকাত সৰু ঘৰ ভাৰাত পোৱা যাব নেকি ?

খেতিয়কজন থমকি ৰ'ল আৰু উত্তৰ দিলে—'তেনে ঘৰ পোৱা টান। কাৰণ ইয়াত ভাৰা ঘৰেই নাই। আপোনালোক ইয়ালৈ কিবা কাম বিচাৰি আহিছে নেকি ।

'হয়।' —ডেকাজনে চমুকৈ উত্তৰ দিলে।

তেওঁলোকে কথা পাতি পাতি গাৱঁৰ ভিতৰলৈ যিমানেই আগ-বাঢ়িল মানুহৰ সেই কোলাহল সিমানেই বেছিকৈ তেওঁলোকৰ কাণত পৰিলহি।

'গাৱঁত নিশ্চয় কিবা হৈছে,—নহলে ইমান কোলাহল কিয় ! ডেকাজনে নিজকে কোৱাৰ দৰে কথাষাৰ কলে।

'অ,—হয়, আজি বজাৰ দিন। পিছে, বজাৰ ভাগিছেই। মাথোন গধূলি হোৱাত তাত বোধহয় মদৰ আড্ডা বহিছে !

খেতিয়কজনে যেন পাহৰা কথাষাৰ ঘপ্‌কৰে মনত পৰাত কৈ উঠিল।

ডেকাজনৰ নাম আছিল মাইকেল হেন্‌চার্ড আৰু তিৰোতাজনীৰ নাম চুচান। তেওঁলোক গৈ বজাৰৰ ভিতৰত সোমাল। বজাৰত তেতিয়াও ঘোঁৰা, ভেৰা আদি বেচা-কিনা হৈয়েই আছিল। দিনৰ ভাগতে ভাল ঘোঁৰা, ভেৰাবোৰ ডাঙৰ বেপাৰীয়ে কিনি লৈ যোৱাৰ পিচত বেচিব নোৱাৰা একেবাৰে লেবেলা ক্ষীণবোৰ বিক্ৰিতাৰ সকলে কম দামতে নীলামত বিক্ৰি কৰিবলৈ চিঞৰ-বাখৰ লগাইছিল। তাৰোপৰি পুতলা আদি মনোহাৰী মালৰ দোকান আৰু মদৰ দোকান-বোৰত মানুহৰ অত্যন্ত ব্যস্ততা আৰু হুলস্থূল লাগি পৰিছিল।

এনেতে বজাৰৰ একাষে থকা দুখন দোকানলৈ ডেকাজনৰ চকু পৰিল। এখনৰ সন্মুখত লিখা আছিল—'আপেলৰ পৰা তৈয়াৰী ঘৰুৱা মদ," আৰু আনখনৰ সন্মুখত লিখা আছিল—"উৎকৃষ্ট বিলাতী মদ।"

হেনচার্ডে চিন্তা কৰি প্ৰথমখন দোকানত সোমাব খুজিছিল; কিন্তু ঘৈণীয়েক চুচানে ক'লে "নহয়, নহয়, মই বিলাতী মদহে ভাল পাওঁ। অকণমানি এলিজাবেথ জেনেও ইয়াক খাই ভাল পাব। ইমান বাট খোজ কাটি অহা ভাগৰত তুমিও ইয়াক খাইহে ভাল পাবা। বিলাতী মদ স্বাস্থ্যৰ কাৰণেও ভাল। আহা,—এইখন তম্বুৰ তলতে সোমাও।'

ঘৈণীয়েক চুচানৰ কথামতেই হেনচার্ডে আৰু একো নকৈ দ্বিতীয়-খন তম্বুৰ তললৈ সোমাই গ'ল।

তম্বুটো ঠেক, কিন্তু যথেষ্ট দীঘল। দুয়োকাষে থকা ঠেক অথচ দীঘল মেজবোৰত তেতিয়াও মদৰ গিলাচ লৈ অনেক মানুহে লাগ-বান্ধ নোহোৱা কথা কৈ হাঁহি-খিকিন্দালি কৰি আছিল। সন্মুখৰ পিনে এটা কোণত কয়লাৰ চুলা এটাৰ ওপৰত পাত্ৰ এটা বহাই বগা কাপোৰ পিন্ধা বুঢ়ী আদহীয়া তিৰোতা এগৰাকীয়ে খৰ্, খ্‌ৰ শব্দ কৰি লাহে লাহে কিবা লাৰি আছিল। গম আৰু অন্যান্য শস্যৰ ৰসৰ পৰা তৈয়াৰী মদ বিলাতী মদৰ লগত মিহলাই তেওঁ

ডাঙৰ পাত্ৰ এটাত বাকি দিয়াত এক আকৰ্ষণীয় গোন্ধ বিয়পি পৰিছিল।

হেনচাৰ্ডৰ বৰ ভাল লাগিল। তেওঁলোক একাষে বহিল আৰু ফলৰ ৰস মিহলি মদ চুগিলাচ দিবলৈ ক'লে। হেনচাৰ্ডে লাহে লাহে তম্বুটোৰ ভিতৰখনত ভালদৰে চকু ফুৰাবলৈ ধৰিলে। এখন টেবুলৰ তলত লুকাই ৰখা কেইটামান মদৰ বটললৈ তেওঁৰ চকু পৰিল। সেইবোৰ অতি চোকা মদ আছিল।

হেনচাৰ্ডে লোভ সাঁমৰিব নোৱাৰি তাৰে এবটল দিবলৈ মদ বেচা তিৰোতা গৰাকীক ক'লে। এই বটল শেষ কৰি আৰু এবটল খুজিলে। চুচানে বাধা দিব খুজিছিল। সমুদায় মূল্য আদায় কৰি দি চুচান তাৰ পৰা উঠিব বিচাৰিছিল।

এইবিধ চোকা মদে ইতিমধ্যে হেনচাৰ্ডৰ গাত ধৰিছিল। ওচৰৰ আন টেবুলৰ কাষত বহি মদ খোৱা মানুহবোৰলৈ চাই চাই হেনচাৰ্ডে লাগ-বান্ধ নাইকীয়া কথা বলকিবলৈ ধৰিলে।

চুচানে বৰ অস্বস্তিবোধ কৰিলে। কেঁচুৱাজনীয়ে কেৰ্‌মেৰাই উঠি ঠেন্-ঠেনাবলৈ ধৰিলে। তাৰ পৰা যিমান সোনকালে পাৰে ওলাই আহিবলৈ চুচানে বিচাৰিলে। তেওঁ গিৰিয়েকক ক'লে—

'মাইকেল, আমি যাওঁ ব'লা। আমাৰ দেখোন থকাৰ ব্যৱস্থা এতিয়ালৈকে হোৱাই নাই।'

চুচানৰ কথালৈ হেনচাৰ্ডে অকনো কাণ নিদিলে।

ক্ৰমে এন্ধাৰ হৈ আহিছিল। দোকান-বজাৰবোৰৰ ইতিমধ্যে ভালেখিনি সাঁমৰি মানুহবোৰ ঘৰলৈ যোৱাৰ যো-জা কৰিছে। চাৰিও ফালে লেম্প-চাকি জ্বলি উঠিল। তম্বুৰ তলতো লোধোমা কুন্ধচ তিৰোতা গৰাকীয়ে কেইডালমান মম জ্বলাই দিলে। চুচানৰ কোলাত কেঁচুৱাজনীয়ে দীঘলকৈ দুটামান হামি মাৰি টোপনি গ'ল।

চুচানে বহুতো আপত্তি কৰি বাধা দিয়া স্বত্বেও এটাৰ পিছত এটাকৈ চাৰিটা চোকা মদৰ বটল ঢোক্-ঢোক্‌কৈ গিলি হেনচাৰ্ড

প্ৰায় উন্মাদৰ দৰে হৈ পৰিল। অনৰ্গল কথা বলকিবলৈ ধৰিলে। এজনী বেয়া তিৰোতাই এজন ভাল স্বামীৰ জীৱনলৈ কিদৰে হুতাশা আৰু দুৰ্যোগ নমাই আনিব পাৰে, কিদৰে স্বামীৰ জীৱন ধ্বংস কৰিব পাৰে, বাল্য-বিবাহে মানুহৰ ভবিষ্যৎ আশা-আকাংখা, জীৱন কিদৰে শেষ কৰিব পাৰে, এয়েই আছিল হেনচাৰ্ডৰ বকনিৰ বিষয়-বস্তু।

হেনচাৰ্ডে অত্যন্ত তিক্ততাৰে কবলৈ ধৰিলে—"মই সঁচাকৈ এজন যথামূৰ্খ আছিলোঁ। মাত্ৰ ওঠৰ বছৰ বয়সতে মই বিয়া কৰালোঁ। তাৰ ফলত আজি মোৰ এই অৱস্থা।

ঘৈণীয়েক চুচান আৰু নিজৰ ফালে আঙুলিয়াই দেখুৱাই যেন নিজ পৰিয়ালৰ চৰম দৰিদ্ৰতাৰ কথা তাত থকা মানুহবিলাকৰ আগত সাব্যস্ত কৰিব বিচাৰিলে।

গাভৰু তিৰোতা চুচানে গিৰিয়েক মাইকেল হেনচাৰ্ডৰ এনেকুৱা কথা বহুতবাৰ শুনি আহিছে। গতিকে এয়া তেওঁৰ কাৰণে একো নতুন কথা নহয়। গিৰিয়েকৰ কথালৈ তেওঁ অকনো কাণ নিদি কোলাত টোপনি যোৱা কেঁচুৱাজনী কাষৰে আন এখন বেঞ্চত শুৱাই থৈ হাত-ভৰিবোৰ পোনাই ললে। কেঁচুৱাজনীয়ে এবাৰ চকু মেলি হাত-ভৰি অলপ লৰচৰ কৰি পুনৰ চকু জপাই টোপনি গ'ল।

'বিয়া নোহওঁতেই মাত্ৰ পোন্ধৰ চিলিঙেৰে মই মোৰ ঘাঁহ যোগান ব্যৱসায় আৰম্ভ কৰিছিলোঁ। তাত মই ইমান লাভবান হৈছিলোঁ যে, মই ভাবোঁ সেই সময়ত সেই ব্যৱসায়ত মোৰ লগত ফেৰ মাৰিব পৰা কোনো লোক ইংলণ্ডত নোলাব। কিন্তু কি হব? বিয়া কৰি মই সকলো পন্দ কৰিলোঁ। এতিয়াও যদি মই এই কাৰ্দৰ্য্য বান্ধোনৰ পৰা মুক্ত হব পাৰোঁ, মোৰ বিশ্বাস, মই তাতকৈও উন্নতি কৰিব পাৰিম।'

হেনচাৰ্ডে চিঞৰি চিঞৰি কবলৈ ধৰিলে।

এনেতে তম্বুটোৰ সমুখতে এজন ঘোঁৰা বেপাৰীয়ে তেওঁৰ কাণী

বুঢ়ী ঘোঁৰা এজনী নীলামত বিক্ৰি কৰিব খুজি চিঞৰি চিঞৰি কোৱা কথাখিনি হেনচাৰ্ডৰ কাণত পৰিল, –

'—আৰু মাত্ৰ এজনী ঘোঁৰা বাকী। বাইজ, সোণালী সুযোগ। কম দামতে পাব। আহক, আহক,—সুন্দৰ ঘোঁৰা এজনী কিনাৰ পৰা আপোনালোক বঞ্চিত নহব। ঘোঁৰাজনী যদিও বুঢ়ী হৈছে, তাইৰ চকু এটা যদিও নষ্ট হৈছে, যদিও তাইৰ পিঠিত ঘাঁ লাগিছে, তথাপিও তাইৰ এতিয়াও যথেষ্ট শক্তি আছে; সুন্দৰ কাম কৰিব পাৰে।'

ঘোঁৰা বেপাৰীৰ চতুৰ কথাখিনি শুনি হেনচাৰ্ডৰ মনলৈ হঠাতে এটি ভাব আহি গ'ল,—ঘোঁৰা বেপাৰীজনে এই কাণী বুঢ়ী ঘোঁৰাজনী বেচি সকাহ পাবলৈ বিচাৰি কেনে চতুৰ কথা কব লাগিছে। বিয়া কৰাইহে মযো নানা সমস্যাৰ মাজত সোমাই পৰিছোঁ। মযো দেখোন চুচানক বিক্ৰি কৰি দি এই সমস্যাৰ পৰা সকাহ পাব পাৰোঁ।

'—মযো মোৰ পত্নী চুচানক বিক্ৰি কৰিব খোজোঁ। অপ্ৰয়োজনীয় সেই কাণী বুঢ়ী ঘোঁৰাজনী কেনোবাই নিশ্চয় কিনি নিব, কিয়নো কাণী আৰু বুঢ়ী হলেও কিনোতাৰ ঘোঁৰাজনী হয়তো কিবা কামত আহিব। চুচানক মোৰ প্ৰযোজন নাই যদিও ইয়াত উপস্থিত থকা কাৰোবাৰ নিশ্চয় প্ৰয়োজনত আহিব।'

হেনচাৰ্ডৰ মুখৰ পৰা হঠাতে স্পষ্টভাবে কথাখিনি ওলাই আহিল। তাত উপস্থিত থকা মানুহবোৰে অনিচ্ছাস্বত্বেও যেন হেনচাৰ্ডৰ মুখৰ ফালে আচৰিত হৈ চালে।

চুচানে বিৰক্তিবোধ কৰি গিৰিয়েক হেনচাৰ্ডক সেই লাগ-বান্ধ নাইকিয়া কথাবোৰ নকবলৈ টানকৈয়ে ক'লে—

"মাইকেল, য'তে ত'তে এনে অসভ্যালী কথা উচিত হোৱা নাই। ইয়াৰ আগতেও তুমি বহুতোবাৰ এনে অসভ্যালী বকি মোৰ মনত আঘাত দিছা।"

'ঠিকেই কৈছা। মই যিমানবাৰেই তোমাৰ কাৰণে এজন গ্ৰাহক

ৰিচাৰিছোঁ। সিমান বাৰেই এনেদৰে চিঞৰি চিঞৰি তোমাৰ কথা ৰাইজক মই কৈছোঁ।'

হেনচাৰ্ডে যেন চুচানৰ অভিযোগৰ উত্তৰটো অতি সহজভাৱেই দিলে।

এনেতে চুঙা-বাহুলী এটাই তম্বুৰ ভিতৰত সোমাই খুব জোৰেৰে ইফালে-সিফালে উৰি ফুৰিব ধৰিলে। সি এঠাইত পৰি চুপ হৈ নপৰা পৰ্য্যন্ত সকলোৰে চকু তাৰ ওপৰত পৰিল। অলপ সময়ৰ কাৰণে হলেও হেনচাৰ্ডৰ কথাবোৰ তল পৰিল।

কিন্তু পোন্ধৰ মিনিটমান পিছত হেনচাৰ্ডে পুনৰ বহাৰ পৰা উঠি চিঞৰিব ধৰিলে—'এয়া, মই এতিয়াও এজন ক্ৰেতাৰ বাবে অপেক্ষা কৰিছোঁ। এনে সুন্দৰী, গুণী তিৰোতাজনী কোনো লোকৰে প্ৰয়োজন নাইনে?

এইবাৰ হেনচাৰ্ডৰ কথা শুনি তম্বুৰ ভিতৰত থকা আটাই-বোৰ মানুহেই টানকৈ হাঁহি দিলে।

চুচান হতাশভাৱে বহাৰ পৰা থিয় হ'ল।

'আহা, আমি ইয়াৰ পৰা ওলাই যাওঁ। এতিয়া ভালেখিনি ৰাতি হ'ল। এই অসভ্যালীবোৰ এৰা। যদি তুমি নোযোৱা মই অকলেই গুচি যাম। আহা,—

চুচানে গিৰিয়েকক সৈমান কৰিবলৈকেই যেন টান সুৰত কথা-খিনি কৈ থিয় হ'ল আৰু কেঁচুৱাজনী কোলাত লৈ দুখোজমান আগবাঢ়ি গৈ হেনচাৰ্ডৰ কাৰণে অপেক্ষা কৰিলে। কিন্তু হেনচাৰ্ডে অকণো লৰচৰ নকৰিলে।

দহমিনিটমান সময় তম্বুটোৰ ভিতৰখন যেন নিস্তব্ধ হৈ পৰিল। তাৰ পিছত হেনচাৰ্ডে পুনৰ দৃঢ়তাৰে কবলৈ ধৰিলে—

"মই ইমানবোৰ কথা কোৱা স্বত্বেও ইয়াত থকা কোনেও উত্তৰ দিয়া নাই। কি মোৰ পৰিবাৰক কিনাৰ সাহস আৰু ক্ষমতা থকা লোক ইয়াত এজনো নাই নেকি?

গিৰিয়েক হেনচাৰ্ডৰ দৃঢ় এই বচন শুনি চুচানৰ মুখৰ চেহেৰা সলনি হৈ গ'ল। তেওঁ চিঞৰি চিঞৰি ক্ষোভেৰে কবলৈ ধৰিলে— "মাইক, মাইক,—তুমি কেনে সাংঘাটিক কথাবোৰ কবলৈ ধৰিছা! ইয়ে নিশ্চয় আমাৰ বিপদ ঘটাব। ওলাই আহা,-আমি ইয়াৰ পৰা যাওঁ "

'এতিয়াও আপোনালোকৰ মাজত তাইক কিনোতা কোনো লোক নোলাল, নহয় নে?"

চুচানৰ কথালৈ অকণো কাণ নিদি তম্বুটোৰ ভিতৰত থকা মানুহ-বোৰলৈ উদ্দেশ্য কৰি হেনচাৰ্ডে পুনৰ চিঞৰি কলে।

চুচান ভীষণ হতাশ আৰু উত্তেজিত হৈ পৰিল। মানুহবোৰলৈ লক্ষ্য কৰি তেওঁ দৃঢ়তাৰে কৰে—'আহক, আপোনালোকৰ কোনো-বাই মোক কিনি নিয়কহি। এওঁৰ ইচ্ছাই পূৰণ হওঁক। এওঁ মোক সমুলি ভাল নোপোৱা হৈছে। বাৰে বাৰে অত্যাচাৰ আৰু অপমানিত কৰিবলৈ লৈছে।"

"তুমিও,—তুমিও মোক ভাল নোপোৱা হৈছা" চুচানৰ কথাষাৰ শেষ হোৱাৰ লগে লগেই হেনচাৰ্ডেও কৈ উঠিল।

'আপোনালোকেতো শুনিলেই। সেই কাৰণেই আমি দুয়ো এৰা এৰি হবলৈ বিচাৰিছোঁ। তেওঁ যদি কেঁচুৱাজনী লগতে নিব বিচাৰে তেনেহলে নিব পাৰে। মই আপত্তি নকৰোঁ। মোৰ ঘাঁহ কটা সজুলিবোৰ লৈ মই অকলে, মুক্তভাবে মোৰ পথেৰে গুচি যাম।'

চুচান হতাশ আৰু অৱশ হৈ বেঞ্চ এখনতে বহি পৰিল।

হেনচাৰ্ডে কলে—'চুচান তুমি থিয় হোৱা। ইয়াত থকা সকলোৱে তোমাক এবাৰ চাই লওঁক।"

উচুপি থকা চুচানক হেনচাৰ্ডে হাতত ধৰি জোৰ কৰি থিয় কৰাই দিলে। বিব্ৰত হৈ চুচান তলমূৰ কৰি দীঘল মেজ এখনত ভেজা দি থিয় হৈ থাকিল।

'এতিয়া চাওঁক, কোনে এই তিৰোতাজনী লব ?'

উল্লাসিত হৈ যেন হেনচাৰ্ডে কথাখিনি কলে।

এজন চুটি-চাপৰ, নাকটো প্ৰয়োজনতকৈ কিছু দীঘল আৰু জোঙা, চকু কেইটা কিছু দলৈ সোমোৱা, গল্‌গলীয়া মাতৰ এজন লোকে চুচানৰ ফালে এবাৰ লক্ষ্য কৰি তপৰাই মাত দিলে—

"মৱেই—মৱেই তেওঁক লম, কিন্তু কিমান দিব লাগিব ?'

'পাঁচ চিলিং।'—মানুহবোৰৰ মাজৰ পৰা কোনোবাই এনেয়ে কথাষাৰ কোৱাত আটায়ে ধেক্ ধেক্‌কৈ হাঁহি দিলে।

'হাঁহিছে কেলেই ?"—হেনচাৰ্ডে যেন আটাইকে ধমক দিলে। 'এয়া হাঁহি-মচ্‌কৰাৰ কথা নহয়। কওঁক,—কোনে এক গিনি মূল্য দিব।'

হেনচাৰ্ডৰ ধমকনিত আটাইৰে হাঁহি বন্ধ হ'ল। তেওঁৰ কথাত কোনেও উত্তৰ নিদিলে। তম্বুটোৰ ভিতৰখন হঠাতে নিজম পৰিল।

তম্বুটোৰ গৰাকী মদ বেচা তিৰোতাজনীয়ে হেনচাৰ্ডৰ ওচৰলৈ আহি কবলৈ ধৰিলে—"আপুনি এজন ভদ্ৰলোক, কথাবোৰ ভদ্ৰোচিত-ভাৱে আৰু বিবেচনাৰে কোৱা উচিত। বেচেৰী, এই নিৰিহ তিৰোতাজনীৰ প্ৰতি আপুনি কি অবিচাৰ কৰিবলৈ ওলাইছে ? ভগৱানৰ নামত শপত খাই আপুনি এই পাগলামিবোৰ বাদ দিয়ক আৰু আপোনালোকে সুখেৰে সংসাৰ কৰকগৈ।"

তিৰোতা গৰাকীৰ কোনো এটা কথাই হেনচাৰ্ডৰ কাণত নোসোমাল। তেওঁ যেন নিজৰ কথাতহে ব্যস্ত। তেওঁ পুনৰ কবলৈ ধৰিলে—

—"কোনোবাই এক গিনি কিয়, দুই গিনি দিয়ো নিব পাৰে। কোনে নিব ? কওঁক। দুই গিনি, দুই গিনি।'

এনেতে 'দুই গিনি দিম' বুলি এজন মানুহ থিয় হ'ল।

'এইয়া দুইগিনি, ইয়াতকৈ কোনোবাই বেছি দিব নেকি ?

কিছুসময় কোনো ফালৰ পৰা কোনো উত্তৰ নহাত হেনচাৰ্ডে কলে—"আৰু মাত্ৰ দহচেকেণ্ড,—দহ চেকেণ্ডৰ ভিতৰত যদি আৰু

বেছিকৈ দিবলৈ কোনোলোক নোলাই, তেনেহলে দুইগিনিতেই মই খেল খটম কৰি দিম ।'

'ৰাক, আৰু এক গিনি বেছিকৈ দিম ।' অন্য এজন লোকে কৈ উঠিল ।

এইয়া তিনি গিনি, তিনি গিনি । আৰু কোনোবাই ? বেছি দিব ?"

চুচান আৰু মদ বেচা তিৰোতা গৰাকীয়ে হেনচাৰ্ডৰ এই কামত বাৰে বাৰে বাধা দিবলৈ ধৰিলে; হেনচাৰ্ডে তেওঁলোকৰ কোনো কথালৈয়ে কাণ নিদিলে । হেনচাৰ্ডে কলে—

'নাই—কোনো নাই ? কি আচৰিত । অন্ততঃ এক পেনি মূল্য দিওঁতা লোকো ইয়াত নাই নে ?"

এনেতে এজন লোকে 'চাৰি গিনি দিম' বুলি চিঞৰি উঠিল ।

'নাই নহব । মই পাঁচ গিনি বিচাৰিছোঁ । পাঁচ গিনিৰ কমত মই কেতিয়াও নিদিও । কোনে পাঁচ গিনি দিব কওঁক ।

মাইকেল হেনচাৰ্ডে এক প্ৰকাৰ চিঞৰিবলৈ ধৰিলে ।

'মাত্ৰ পাঁচ গিনি দিয়েই চুচানৰ দৰে এগৰাকী সুন্দৰী তিৰোতাক চিৰকালৰ কাৰণে নিজৰ কৰি নিব পাৰে । ইমান কম মূল্যতে এনে সুন্দৰ সুযোগ কেতিয়াও নাহে । আপোনালোকে এইখিনি কথাও চিন্তা কৰিব পৰা নাইনে ? চুচানৰ দৰে গুণী তিৰোতা আপোনালোকৰ ভাগ্যত আৰু কেতিয়াও নাপাব ।'

চুচানে উচুপিবলৈ ধৰিলে । কেঁচুৱাজনীয়েও চুচানৰ কোলাত 'এ' কৰি কান্দি উঠি আকৌ চুপ্ হৈ থাকিল ।

'পাঁচ গিনি, মাত্ৰ পাঁচ গিনি । কোনোবা আগবাঢ়ি আহিব ? এইয়া শেষ বাৰৰ বাবে আপোনালোকক কৈছোঁ । কওঁক, হয় হা, নহয় না ।'

'এৰা ; মই ৰাজি আছোঁ,– মই দিম ।'

তম্বুৰ দুৱাৰ মুখৰ পৰা কোনোবাই টানকৈ কলে। তম্বুৰ ভিতৰত থকা আটাইবোৰ মানুহৰে চকু দুৱাৰ মুখত বৈ থকা এজন এজন মানুহৰ ওপৰত পৰিল। মাত্র দুই তিনি মিনিটমান আগতে আহি তাত উপস্থিত হোৱা কোনোবা এজন নাবিকে হেনচাৰ্ডৰ চিঞৰ-বাখৰবোৰ মনোযোগেৰে শুনি আছিল আৰু পাঁচ গিনি মূল্য দি চুচানক নিবলৈ বাজি হৈছিল।

"আপুনি, আপুনি কৈছে ?' নাবিকজনলৈ লক্ষ্য কৰি হেনচাৰ্ডে আগ্ৰহেৰে সুধিলে।

"হয়—ময়েই কৈছোঁ।" নাবিকজনে দুখোজমান আগুৱাই আহি উত্তৰ দিলে।

"মুখেৰে কোৱা আৰু কাৰ্য্যত কৰা দুটা বেলেগ কথা। ক'তা, ধন ক'ত ?

নাবিকজনে থৎমৎ খাই এক মুহূৰ্ত্ত সময় কিবা চিন্তা কৰিলে। তাৰ পিছত এক বিশেষ দৃষ্টিৰে চাই লোৱাৰ দৰে চুচানলৈ চাই হেনচাৰ্ডৰ ফালে আগবাঢ়ি আহি থম্ থমীয়া নতুন নোট পাঁচখন জেপৰ পৰা উলিয়াই হেনচাৰ্ডৰ সমুখত থকা টেবুলখনৰ ওপৰতে 'এক, দুই'কৈ এখন এখনকৈ সকলোৱে দেখাকৈ থলে।

হেনচাৰ্ডে কোৱা মতে সম্পূর্ণ মূল্যখিনি নাবিকজনে যেতিয়া সঁচাকৈয়ে টেবুলৰ ওপৰত থলে, তাত থকা আটাইবোৰ মানুহেই অবাক হ'ল। তম্বুৰ ভিতৰখন মুহূৰ্ত্ততে নিজান পৰি গ'ল। গোটেই পৰিস্থিতিটোৱেই যেন হঠাতে এক উদাস আৰু দুখজনক হৈ পৰিল।

এই বেদনাদায়ক নিস্তব্ধতা ভঙ্গ কৰি শুকান আৰু ৰুক্ষ কণ্ঠৰে চুচানে কৈ উঠিল—"মাইকেল, মোৰ শেষ কথা শুনা। তুমি যদি এই নোটখিনি হাতেৰে চোৱা, তেনেহলে মই স্পষ্টকৈ কৈছোঁ। কেঁচুৱা-জনীক লৈ নাবিক জনৰ লগত মই গুচি যাম। ধেমালি কৰিলে বুলিয়েই সকলো সময়তে ধেমালি নহয়। মাতলামি সকলো সময়তে নচলে।'

মাতলামি ? ধেমালি ? ই কেতিয়াও মাতলামি বা ধেমালি নহয়। মই মোৰ প্ৰাপ্য মূল্যখিনি লম আৰু তাৰ বিনিময়ত তুমি কেঁচুৱাজনী লৈ নাবিকজনৰ লগত গুচি যাবা। ইয়াত আৰু কি মাতলামি বা ধেমালিৰ কথা আছে ?"

হেডচাৰ্ডে অকণো চিন্তা নকৰাকৈ অতি সহজভাৱে কথাখিনি কৈ পেলালে আৰু লগে লগে টেবুলৰ ওপৰৰ পৰা নোট কেইখন জেপত ভৰাই ললে।

নাবিকজনে চুচানৰ মুখৰ ফালে এবাৰ চালে আৰু কলে— 'আহা, এতিয়া বৈ থকাৰ কাম নাই। তুমি আৰু তোমাৰ কেঁচুৱা জনী এতিয়াৰ এই মুহূৰ্ত্তৰ পৰা মোৰ। কেঁচুৱাজনী লৈ তুমি মোৰ লগত আহা।'

চুচান হতবাক হ'ল। নিষ্ঠুৰ আঘাটত তেওঁ ভাগি পৰিল। দুচকুৰে তেওঁ ধাৰাসাৰে পানী বৰলৈ ধৰিলে। কিছুসময় এক অসহনীয় নিস্তব্ধতাই তম্বুৰ ভিতৰখন আবৰি পেলালে।

তাৰ পিছত হঠাতে চুচানে যেন নিজকে সংযত কৰি এখোজ আগুৱাই আহিল আৰু কেঁচুৱাজনী কোলাত লৈ কোনো কথা নোকোৱাকৈ নাবিকজনৰ লগত গুচি যাবলৈ তম্বুটোৰ দুৱাৰ মুখৰ পিনে খোজ দিলে। দুৱাৰ মুখত কিবা ভাবি এবাৰ থমকি ৰ'ল আৰু নিজৰ সোঁ হাতৰ তৰ্জনী আঙুলিত পিন্ধি থকা বিয়াৰ সময়ত হেনচাৰ্ডে দিয়া আঙুঠিটো একেটানে উলিয়াই হেনচাৰ্ডৰ মুখৰ পিনে দলিয়াই দি চুচানে খঙেৰে কলে—

"শুনা মাইকেল, মই তোমাৰ লগত যি কেইটা বছৰ বঞ্চিলোঁ, মই এদিনলৈও তোমাৰ পৰা ভাল ব্যৱহাৰ নাপালোঁ। পালোঁ কেৱল নিষ্ঠুৰ আৰু কটু কথা। ভাগ্যত যি আছে সেয়ে হ'ল। মই আজিৰ পৰা তোমাৰ কোনো নহয়। মই মোৰ নিজৰ ভাগ্য নিজেই নিৰ্ণয় কৰিম। শেষবাৰৰ বাবে ধন্যবাদ।'

নাবিকজনৰ হাত এখনত ধৰি চুচান খণ্ডেৰে তম্বুৰ ভিতৰৰ পৰা ওলাই আহিল।

মাইকেল হেনচাৰ্ডৰ মুখত এক অস্বস্তিকৰ ভাব ফুটি উঠিল। মদৰ নিচাত তেওঁ কি কৰিলে, আৰু কি কৈছে কবই নোৱাৰিলে। তেওঁ তেতিয়াও হিতাহিত জ্ঞান হেৰাই পেলাইছিল।

তাত কোনোবাই ডাঙৰকৈ হাঁহি দিয়া হেনচাৰ্ডৰ কাণত পৰিল। সঁচাকৈয়ে তাই গ'লগৈ নে? হেনচাৰ্ডৰ মুখৰ পৰা অস্পষ্টকৈ শব্দ কেইটা ওলাই আহিল।

'কিয়? বিশ্বাস হোৱা নাই নেকি?'

কোনোবাই যেন মাইকেলক ঠাট্টা কৰি কলে।

মাইকেল হেনচাৰ্ড বহাৰ পৰা কোনোৰকম থিয় হ'ল আৰু অ'ত ত'ত ধৰি ঢলং পলংকৈ তম্বুটোৰ সমুখলৈ আহি বাহিৰলৈ চাই পঠিয়ালে। ইতিমধ্যে বজাৰ সামৰি প্ৰায়বোৰেই গুচি গৈছিল। বাহিৰত বেচ এন্ধাৰ পৰিছিল। বাহিৰত কাকো নেদেখি মুখৰ ভিতৰতে কিবা কিৰা ফচ্‌ফচালে আৰু ভিতৰলৈ চাই তাত থকা এজন লোকক সুধিলে—

'নাবিকজন ক'ত থাকে?'

'ভগৱানেহে জানে, তেওঁ কোন আৰু ক'ত থাকে। মই তেওঁক চিনিয়েই নাপাওঁ।" —মানুহজনে ক'লে।

মদ বেচা তিৰোতা গৰাকীয়েও ক'লে যে নাবিকজনক তেওঁ নেজানে। ঘটনাৰ মাত্ৰ পাঁচ মিনিটমান আগতহে মানুহজন তেওঁৰ তালৈ আহিছিল।

"বেচেৰী, তিৰোতাজনী,—সঁচাকৈয়ে কি বেয়া লগা কথা হ'ল!"

"ভালেই কৰিলে, এজন মাতাল আৰু অধামূৰ্খ স্বামীক ত্যাগ কৰি ভালেই কৰিলে।"

"এনে অভদ্ৰ স্বামীৰ লগত কোন বঞ্চিব পাৰে বাৰু?"

বিভিন্ন জনৰ বিভিন্ন মন্তব্য হেনচাৰ্ডৰ কাণত পৰিল।

"তাইক যাবলৈ দিয়া। গিৰিয়েকৰ এনে সাধাৰণ কথা ছুটামানো সহ্য কৰিব নোৱাৰি আন মানুহৰ লগত গুচি যোৱা অসতী তিৰোতাক মই কেতিয়াও বিচাৰি নাযাওঁ। অকৰ্মন্য আৰু মূৰ্খ তিৰোতাই এনে যাতনা পাবই লাগে। ঠিক হৈছে—"

কথাবোৰ বলকি বলকি বৰ অবশভাৱে পুনৰ বেঞ্চখনলৈ আহি বহি পৰিল আৰু সমুখৰ টেবুলখনতে মূৰটো থৈ শুই দিলে। তম্বুৰ ভিতৰত থকা আনবোৰ মানুহো ঢলং পলংকৈ লাহে লাহে ওলাই গ'ল। মদ বেচা তিৰোতা গৰাকীয়ে বস্তু-বাহানি সামৰি গাড়ীত তুলি লৈ বেঞ্চ-টেবুলেৰে দুৱাৰ মুখখন বন্ধ কৰি ঘৰলৈ গ'ল। হেনচাৰ্ড তাতেই পৰি থাকিল।

+ + +

॥ ২ ॥

পিছদিনা ৰাতিপুৱা মাইকেল হেনচাৰ্ডে যেতিয়া সাৰ পায় তেতিয়া সূৰ্য্যটো ভালদৰে ওলাইছিল। বজাৰখন তেতিয়াও নিজান পৰি আছিল। দুই এটা কুকুৰে তাত ঘূৰি ঘূৰি কিবা কিবি চেলেকি ফুৰিছিল। কিছুমান চৰাইৰ চিঁ-চিঁয়নি মাত হেনচাৰ্ডৰ কাণত পৰিছিল। তম্বুৰ কাপোৰৰ ফাঁকেৰে সূৰ্য্যৰ পোহৰ আহি হেনচাৰ্ডৰ গালে মুখে পৰাত চকুকেইটা মোহাৰি তেওঁ উঠি বহিল আৰু চাৰিওফালে এক অবুজভাৱে চাবলৈ ধৰিলে। তম্বুৰ ভিতৰখনত অ'ত ত'ত বিশৃঙ্খলভাবে পৰি থকা ডেস্ক, বেঞ্চ আৰু মদৰ খালী বটলবোৰ তেওঁৰ চকুত পৰিল। সূৰ্য্যৰ পোহৰ পৰি চিক্‌মিকাই থকা কিবা এটি বস্তু হঠাতে তেওঁৰ চকুত পৰাত উঠি গৈ সেইটো

কি বস্তু হাতেৰে তুলি চালে। বিয়াৰ সময়ত চুচানৰ আঙুলিত পিন্ধাই দিয়া আঙঠিটো দেখি হেনচার্ড আচৰিত হ'ল। কিবা এটি অস্পষ্ট ছবি যেন তেওঁৰ মনত পৰিল। তেওঁ অতি অস্থিৰভাৱে বুকৰ জেপত হাতখন ভৰাই দিলে। অ-চিজিলভাৱে জেপত থকা খম্-খমীয়া নোটকেইখন তেওঁৰ হাতত লগাত আগদিনাৰ সন্ধিয়াৰ সম্পূৰ্ণ ঘটনাটো মনত পৰিল। তেওঁ তেতিয়াহে নিশ্চিত হ'ল যে, ইতিমধ্যে যিবোৰ ঘটনাৰ ছবি অস্পষ্টভাৱে তেওঁৰ মনলৈ আহিছিল সেয়া সপোন নহয়।

অতি হতাশভাৱে হেনচার্ড পুনৰ বেঞ্চ এখনত বহি পৰিল।

'হয়, তাই নাবিকজনৰ লগত গুচি গ'ল। কালি আমি বহুদূৰ বাট খোজকাটি আহি এই তম্বুটোৰ তলতে বহি মদ খাইছিলোঁ। চুচানৰ হাক বচনকো আওঁকাণ কৰি অত্যাধিক মদ খাইছিলোঁ। তাৰ পিছত মোৰ জানো কি হ'ল—মই বোধহয় মদৰ জালতে নাবিকজনৰ ওচৰত তাইক আৰু মোৰ মৰমৰ সন্তান এলিজাবেথ জেনক বেচি দিলোঁ। এৰা বেচি দিলোঁ। কি যে কাণ্ড কৰি পেলালোঁ। তাই খং কৰি মোৰ ওচৰৰ পৰা গুচি গ'ল। হায়,—মই কি নিষ্ঠুৰ। অ, কোনোবা এজনে কৈছিলতো,—মই অধামূৰ্খ আৰু অবিবেচক বুলি। ঠিকেই মই এটা অধামূৰ্খ। কিন্তু,—মই এতিয়া কি কৰোঁ?

মনতে কথাবোৰ পাগুলি হেনচার্ড দুখ আৰু বেদনাত অত্যন্ত ভাগি পৰিল। অলপ পিছত বহাৰ পৰা উঠি মোনাটো কান্ধত লৈ তেওঁ তম্বুৰ বাহিৰলৈ ওলাই আহিল।

চেপ্তেম্বৰ মাহৰ ৰাতিপুৱা বহল আকাশৰ তলত যেন হেনচার্ডে কিবা এটা নতুন পৰিবৰ্তন দেখিলে। বজাৰৰ চাৰিওফালে চকু ফুৰাই দেখিলে অ'ত ত'ত থকা ঘোঁৰাৰ গাড়ীবোৰৰ তলত বেপাৰী বিলাক তেতিয়াও মৰা মানুহৰ দৰে লৰচৰ নকৰাকৈ নাক বজাই শুই পৰি আছিল। বজাৰৰ পৰা গাঁৱলৈ নামি যোৱা এটি ৰাস্তা।

আগদিনা গধূলি আহি দেখা বজাৰৰ ঠাইখন যেন তেওঁ বেলেগ দেখিলে।

অপকৰ্মৰ কথাবোৰ ভাবি নিজৰ ওপৰতে হেনচাৰ্ডৰ বৰ ঘৃণা উপজিল।

'—কিন্তু চুচান,—কেনে তিৰোতা! তাই বুৰ্বকৰ দৰে ইমান শান্ত হৈ থাকিব লাগেনে? তাইতো মোক জোৰ কৰি দাবি-ধমকনি দি এনেবোৰ অপকৰ্মৰ পৰা আঁতৰাই আনিব পৰিলেহেতেঁন। কিয় তাই ইয়াৰ পৰা মোক টানি লৈ নগ'ল? মই তাইক বিচাৰি উলিয়াবই লাগিব। তাইৰ অতিপাত শান্ত স্বভাৱেই মোৰ খঙৰ মাত্ৰা বঢ়াই আনিলে, আৰু ফলত এইয়া হ'ল।'

কথাবোৰ ভাবি হেনচাৰ্ড কিছু উত্তেজিত হৈ পৰিল।

তাৰপিছত হেনচাৰ্ড কিছু শান্ত হোৱাত ঠিৰাং কৰিলে যে চুচান আৰু মৰমৰ জীয়েকজনীক যেনে তেনে বিচাৰি উলিয়াবই আৰু নিজৰ দোষৰ কাৰণে চুচানৰ ওচৰত ক্ষমা খুজিব। কিন্তু তাৰ আগতে জীৱনত আৰু মদ নাখাবলৈ এক পবিত্ৰ স্থানত শপত গ্ৰহণ কৰিবলৈ সিদ্ধান্ত ললে।

এই সিদ্ধান্ত লোৱাৰ লগে লগে হেনচাৰ্ডে গাত নতুন বল পালে। মোনাটো কান্ধত লৈ তেওঁ বজাৰৰ পৰা ওলাই আহি প্ৰায় তিনি চাৰি মাইল খোজ কাঢ়ি এখন গাঁৱত এটা গীৰ্জা পালে। গাঁৱৰ মানুহবোৰলৈ তেওঁ বিশেষ লক্ষ্য নকৰি পোনেই গীৰ্জাঘৰৰ দুৱাৰখন মেলি ভিতৰ সোমাই গ'ল। কান্ধৰ পৰা মোনাখন নমাই গীৰ্জাঘৰৰ কাষিতে থলে। একেবাৰে গীৰ্জাৰ ভিতৰলৈ সোমাই গৈ পবিত্ৰ বেদীৰ ওচৰত থিয় হ'ল আৰু তাৰ পিছত আঁঠুকাঢ়ি হাত-যোৰ কৰি সামান্যভাবে বেদীৰ ফালে মূৰটো দোৱাই ভক্তি সহকাৰে ডাঙৰ ডাঙৰকৈ কবলৈ ধৰিলে—

"মই মাইকেল হেনচাৰ্ডে মোৰ একৈশ বছৰ বয়সত আজি চেপ্তেম্বৰ মাহৰ ষোল তাৰিখে এই পবিত্ৰ স্থানত ভগৱানৰ নামত শপত খাওঁ যে আজিৰ পৰা সম্পূৰ্ণ একৈশ বছৰলৈ মই মদ বা তেনে

নিচা জাতীয় বস্তু কেতিয়াও পাণ নকৰোঁ। এই পবিত্ৰ ধৰ্ম গ্ৰন্থ-বাইবেল স্পৰ্শ কৰি আৰু শপত খাওঁ যে যদি এই সময়ছোৱাত মই মোৰ প্ৰতিজ্ঞা ভঙ্গ কৰোঁ, তেনেহলে লগে লগেই মই বোবা, অন্ধ আৰু নিঃসহায় হৈ পৰিম।"

এনেকৈ শপত খাই খাঁহ বেপাৰী হেনচাৰ্ডে পবিত্ৰ ধৰ্মগ্ৰন্থ বাইবেলখন স্পৰ্শ কৰি মূৰ দোৱালে আৰু চুমা খালে। তাৰপিছত গীৰ্জাৰ পৰা ওলাই আহি চাৰিওফালে এবাৰ চালে। ওচৰৰ এঘৰত জুইৰ ধোঁৱা দেখা পাই মোনাটো কান্ধত ললে আৰু সেই ঘৰলৈ গৈ কিছু মূল্য দি কিবা কিবি অলপ খাই নিজ তিৰোতা আৰু জীয়েকক বিচাৰি বাস্তাৰে যাবলৈ ধৰিলে।

কেবাদিনো ইফালে-সিফালে বিচাৰি আৰু যাকে তাকে নাবিক-জন আৰু ঘৈণীয়েক চুচানৰ বিবৰণ শুনায়ো কোনো সন্ধান নাপালে। আটাইতকৈ ডাঙৰ কথা হ'ল,—হেনচাৰ্ডে নাবিকজনৰ নামটো আৰু বাসস্থানৰ কথা অকণো নাজানিলে আৰু তেওঁক অকণমান সময়হে লগ পাইছিল। আনহাতে কেনে অৱস্থাত পৰি তেওঁলোকক তেওঁ বিচাৰিবলগীয়া হৈছে এই কথা কোনো মানুহকে ভাঙি কব নোৱাৰাত আৰু অসুবিধাত পৰিছিল।

মাজে সময়ে তুই এটা সৰু কাম কৰি কিছু ধন হাতত লৈ সপ্তাহৰ পিছত সপ্তাহ, মাহৰ পিছত মাহ বিচাৰিও চুচান, জীয়েক এলিজাবেথ জেন নাইবা নাবিকজনৰ গুং-সূত্ৰ একোৱেই নাপালে। তাৰপিছত সকলো আশা ত্যাগ কৰি মনৰ দুখেৰে ওৱেচেক্সৰ যথেষ্ট দূৰত অৱস্থিত কেষ্টাৰব্ৰিজ চহৰত স্থানীয়ভাৱে থাকিবৰ মনেৰে তালৈ গুছি গ'ল।

॥ ৩ ॥

প্ৰায় ওঠৰ বছৰ পাছত চুচান ওৱেদন প্ৰায়ৰচ্ গাৱঁৰ সেই বজাৰখনলৈ এদিন আহিল। লগত আছিল ওঠৰ বছৰীয়া জীয়েক এলিজাবেথ জেন। বিগত বছৰ কেইটাত চুচানৰ জীৱনলৈ অনেক ধুমুহা আৰু পৰিবৰ্ত্তন আহিল। সুন্দৰ, সতেজ চেহেৰাৰ চুচানৰ গাত আজি বয়সৰ চাপ বাৰুকৈয়ে পৰিছে। আগৰ সেই সৌন্দৰ্য্য আৰু মুখৰ কমনীয়তা আৰু নাই। পিন্ধনতো পুৰণা কেচন। অৱশ্যে জীয়েক এলিজাবেথৰ গাত চুচানৰ ডেকা বয়সৰ সম্পূৰ্ণ ৰূপ, সৌন্দৰ্য্য; কমনীয়তা ফুটি উঠিছে। পিন্ধন উৰণতো গাভৰু ছোৱালী হিচাবে বেচ পৰিপাটি।

বজাৰৰ ফালে ক্ৰমে আগুৱাই আহি চুচানে লক্ষ্য কৰিলে ওঠৰ বছৰ আগতে আহি বজাৰখনৰ পৰিবেশ যিটো দেখিছিল তাৰ অদ্ভুত পৰিবৰ্ত্তন ঘটিছে। আগৰ সেই ঘোঁৰা-গাড়ীৰ ঠাইত ট্ৰাক, মটৰেৰে বজাৰৰ ঠাইখন ভৰি পৰিছে। সাধাৰণ তম্বুৰ পৰিবৰ্ত্তে ডাঙৰ ডাঙৰ পকিঘৰ উঠিছে। যিখন তম্বুৰ তলত সেই আদহীয়া তিৰোতা গৰাকীয়ে মদ বেচিছিল আৰু সেই দুৰ্ভগীয়া ঘটনাটো ঘটিছিল সেইখিনি ঠাইলৈ মাক-জীয়েক দুয়ো আগুৱাই গৈ থমকি ৰ'ল।

"মা, বজাৰলৈ অহাৰ আমাৰতো একো দৰকাৰ নাই; আমি আনপিনে যাও ৰ'লা।'

বজাৰলৈ যোৱাৰ কাৰণ একো নুবুজি গাভৰু গৰাকীয়ে মাকক জেনেকৈ কলে।

"এৰা অ'—আইজনী, ইয়াত সোমোৱাৰ কোনো দৰকাৰ নাই যদিও এটা বিশেষ কাৰণতহে সোমাইছোঁ। এনেকুৱা বজাৰৰ দিন এটাতেই আজি প্ৰায় ওঠৰ বছৰ আগতে তোমাৰ দেউতা নাবিক নিউচনক ইয়াতে প্ৰথম লগ পাওঁ।"

"সেউতাক ইয়াতেই প্ৰথম লগ পাইছিলা ; কিন্তু সেউতা আজি আমাৰ ওচৰত নাই। সাগৰত ডুবি তেওঁ আমাৰ পৰা গুচি গ'ল। আমি এতিয়া একেবাৰে নিঠৰুৱা, অসহায় হৈ ঘূৰি ফুৰিবলগীয়া হৈছোঁ ?"

দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি এলিজাবেথ জেনে নিজে নিজকে কোৱাৰ দৰে কথাবাৰ কলে।

মাক চুচানেও হুমুনিয়াহ এটা কাঢ়ি কলে—"আৰু ইয়াতেই সেইদিনা আমাৰ অতি আপোন মানুহ মাইকেল হেনচাৰ্ডৰ লগত শেষবাৰৰ বাবে দেখা-দেখি হৈছিল।"

'মাইকেল হেনচাৰ্ড ? এবা তেওঁৰ নাম তোমাৰ মুখত মই কেবা দিনো শুনিছোঁ। প্ৰকৃততে তেওঁ আমাৰ কি হয় মা ?" তুমিতো তেওঁৰ বিষয়ে মোক কোনো দিনেই একো কোৱা নাই।"

'তেওঁ, তেওঁ আমাৰ বৈবাহিক সূত্ৰত অলপ সম্পৰ্কীয় হয়।"

বিশেষ সতৰ্কতাৰে চুচানে জীয়েক এলিজাবেথৰ প্ৰশ্নৰ উত্তৰ দিলে।

"অ,—তাৰ মানে তেওঁ আমাৰ একেবাৰে ওচৰ সম্বন্ধীয় লোক নহয় ? তুমি তেওঁক ইয়াতে লগ পোৱা বহুত দিনেই হ'ল। তেওঁ বোধহয় মোৰ জন্মৰ কথা বা মোৰ কথা একোৱেই নাজানে !'

—'নাজানিবও পাৰে। বাৰু, আহা, এই পিনে যাওঁ।'

কথাটো তল পেলাবলৈ চুচানে অন্যমনস্কভাৱে কোৱাৰ দৰে কৈ দুখোজমান আগুৱাই গ'ল।

'চোৱা, বেচেৰী সৌ বুঢ়ীজনীলৈ। ফটা-চিটা তম্বুটোৰ তলত কাপ এৰি যোৱা কেৰাহীটোত কিবা বহাই কেনে লেতেৰা চামুচ খনেৰে খৰ্‌মৰ্‌কৈ লৰাই আছে !'

মাকৰ কথাত এলিজাবেথ জেনে বুঢ়ীজনীলৈ চালে। চুচানে ঠিক অনুমান কৰিলে এই বুঢ়ীজনীয়েই সেই মদ বেচা জিৰোতা-জনী ; কিন্তু তাইৰ আগৰ সেই অৱস্থা নাই। তাইৰ লেতেৰা আৰু

জৰাজীৰ্ণ দোকানখনলৈ কোনো গ্ৰাহকেই যোৱা নাই ; অথচ কেৰাহীত বহাই দিয়া বস্তুখিনি লৰাই বাবে বাবে কৈ আছে "ভাল সুস্বাদু মদ ইয়াত পাব, আহক ।'

"এই বুঢ়ীজনীয়েই—সেইজনী আছিল । তেওঁ কিবা কব পাৰে নেকি ?"

'মা, এই অধলা, খেপেচী লেতেৰা বুঢ়ীজনীৰ ওচৰলৈ নাযাবা । চোৱাছোন তেওঁ কিমান লেতেৰা ! তালৈ গলে মানুহে বেয়াহে বুলিব ।"

'মাত্ৰ এটা কথা সুধি আহোঁ । তুমি অকণমান ইয়াতে ৰোৱা ।

এলিজাবেথে আনপিনে চাই ভাত থিয় হৈ থাকিল । চুচান বুঢ়ীজনীৰ ওচৰলৈ আগুৱাই গ'ল । নতুন গ্ৰাহক এজনী অহা বুলি ভাবি বুঢ়ীজনীয়ে হাঁহি এটি মাৰি 'আহক, বহক' বুলি চুচানক আথে-বেথে বহিবলৈ কলে । বুঢ়ীজনীয়ে আধা ফটা গিলাচ এটাত কলৰ মদ অকণমান চুচানলৈ আগুৱাই দিলে । চুচানেও খোৱাৰ ভাও জুৰি লাহেকৈ সুধিলে—'বাইদেউ, আপুনিতো ইয়াত মদৰ দোকান দিয়া বহুত বছৰেই হ'ল ?'

'বহু বছৰ মানে, কুৰি বছৰৰো ওপৰ । মোৰ দোকানৰ অৱস্থা আগতে বৰ ভাল আছিল । এই অঞ্চলৰ আৰু দূৰ দূৰণিৰ অনেক ভাল ভাল মানুহে মোৰ ইয়াতে আড্ডা মাৰি মাৰি মদ খাইছিল । কিন্তু, কি হব ? আজি মোৰ এই অৱস্থা নাই । বল-শক্তিও নাই । মই বৰ দুখত পৰিলোঁ ।'

বুঢ়ীজনীয়ে এটি হুমুনিয়াহ কাঢ়িলে । চুচানে জীয়েক এলিজাবেথলৈ লক্ষ্য কৰিলে । জীয়েকে কেতিয়াও একে ঠাইতে বৈ আনফালে কিবা চাই আছে ।

বুঢ়ীজনীৰ একেবাৰে ওচৰ চাপি চুচানে সাৱধানেৰে সুধিলে 'বাৰু বাইদেউ, আজি প্ৰায় ওঠৰ বছৰ আগতে এজন মানুহে নিজৰ

তিৰোতা গৰাকীক এই তম্বুৰ তলতে মদৰ নিচাত বেচি দিয়া ঘটনা এটি তোমাৰ মনত পৰেনে?'

"তিৰোতা বেচা ঘটনা—?"—তিৰোতা গৰাকীয়ে অকণমান সময় কিবা চিন্তা কৰিলে। তাৰ পিছত কিবা কথা মনত পৰাৰ দৰে কলে—

'এৰা, তেনে ঘটনা এটা মনত পৰিছে। সম্ভৱতঃ····ঠিকেই,—মানুহজনে কেঁচুৱা এটিৰে তাৰ ঘৈণীয়েকক বেচি দিছিল। এই ঘটনাটো মোৰ কিয় ঘপ্‌কৈ মনত পৰিছে জানা? পিছৰ বছৰত এনে এটা বজাৰ দিনতে সেই মানুহজন মোৰ ওচৰলৈ পুনৰ আহিছিল; আৰু মোক কৈছিল—কোনো তিৰোতা মানুহে আহি যদি তেওঁৰ বিষয়ে সোধে, তেনেহলে, কি নাম কৈছিল,—অ' ঠিক মনত পৰিছে, তেওঁ কেষ্টাৰব্রিজ চহৰত থকা বুলি কবলৈ কৈছিল। তাৰ পিছত মই তেওঁক আৰু কোনো দিন লগ পোৱা নাই। সম্ভৱতঃ,—যদি তেওঁ জীয়াই আছে, তেনেহলে সেই চহৰতে থাকিব পায়।'

চুচানে বুঢ়ীক আৰু একো নকৈ মদ গিলাচৰ দাম আদায় দি জীয়েক এলিজাবেথৰ ওচৰলৈ তৎক্ষণাত গুচি আহিল। এলিজাবেথে কলে—'মা, সেইখন দোকানলৈ কোনো নেযায়—দেখিছানে? তুমি যোৱাতো মই ভাল পোৱা নাই।'

—'নহয় অ, আইজনী, বুঢ়ীজনীয়ে আমাৰ সেই আত্মীয় মানুহজনৰ কিবা খবৰ জানে নেকি তাকেহে সুধিবলৈ গৈছিলোঁ। পিছে, বুঢ়ীজনীয়ে কলে বহু বছৰ আগতে তেওঁ ইয়ালৈ আহিছিল আৰু বুঢ়ীজনীক কৈছিল—তেওঁ হেনো কেষ্টাৰব্রিজ নামৰ চহৰত থাকিবলৈ লৈছে। মই ভাবোঁ, তেওঁ যদি জীয়াই আছে তেনেহলে তেওঁ সেই চহৰতে থাকিব পায়। আমি সেই চহৰলৈ যাওঁ ব'লা।'

চুচান আৰু এলিজাবেথ দুয়ো বজাৰৰ পৰা ওলাই বাজ আলিয়েদি যাবলৈ ধৰিলে।

॥ ৪ ॥

মাইকেল হেনচাৰ্ডৰ ঘৈণীয়েক চুচান হেনচাৰ্ডে জীয়েক এলিজাবেথৰ লগত যথেষ্ট সতৰ্কতাৰে চলিছিল যদিও কেতিয়াবা ঘৰুৱা সুখ-দুখৰ কথা পাতোঁতে বৰ অসুবিধাত পৰিছিল। চুচানৰ প্ৰকৃত গিৰিয়েক কোন, কি অৱস্থাত পৰি নাবিক ৰিচাৰ্ড নিউচনৰ লগত প্ৰকৃত স্বামী স্ত্ৰীৰ দৰে ঘৰ-সংসাৰ কৰি আছেহি এইবোৰৰ কোনো এটা কথাকে জীয়েক এলিজাবেথ জেনক চুচানে বা নিউচনে কোনো দিনেই জানিবলৈ দিয়া নাছিল। চুচানে ভাবিছিল—যদি এই লজ্জাজনক ঘটনা জীয়েক এলিজাবেথে জানিবলৈ পায়—তেতিয়া হলে হয়তো তেওঁ মনত বৰ আঘাট পাব, আৰু মাক-দেউতাকৰ প্ৰতি তেওঁৰ ঘৃণা ভাব ওপজিব আৰু হয়তো তেওঁলোকৰ পৰা এলিজাবেথ চিৰদিনৰ বাবে আঁতৰিও যাব। গতিকে তেওঁলোকৰ জীৱনৰ ঘটনাবোৰ তেওঁ নজনাকৈ থকাই ভাল বুলি চুচানে বিবেচনা কৰিছিল।

চুচানে গিৰিয়েক হেনচাৰ্ডক এৰি গৈ নাবিক নিউচনৰ লগত থকা কেইবছৰৰ কথা এইখিনিতে অলপ উল্লেখ কৰা ভাল হব। সম্পূৰ্ণ অসহায়ভাৱে নাবিক নিউচনৰ লগত চুচান কানাডালৈ গুচি গ'ল। তাত তেওঁলোকে যথেষ্ট কষ্ট কৰি জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছিল। চুচানেও সৰ্বসাধাৰণ তিৰোতাই কৰিব পৰা সকলো ৰকমৰ কামকে কৰি ঘৰখনত সুখ-শান্তি বঢ়াবলৈ চেষ্টাৰ অকণো ত্ৰুটি কৰা নাছিল। এলিজাবেথৰ বয়স বাৰ বছৰ হোৱাত তেওঁলোক পুনৰ ইংলণ্ডলৈ ঘূৰি আহে আৰু সাগৰৰ পাৰৰ ফলসাউথ চহৰত বাস কৰিবলৈ লয়। নিউচনে তাত সাধাৰণ নাৱৰীয়াৰ কাম কৰিছিল যদিও পিছলৈ আনৰ লগ লাগি নিউফাউণ্ডলেণ্ডলৈ মাজে সময়ে ব্যৱসায় আদি কৰিবলৈও গৈছিল। আজৰি সময়ত আৰু নিউচন ব্যৱসায়ৰ কামত তেওঁলোকৰ পৰা আঁতৰি থকা সময়ত চুচান আৰু এলিজাবেথে মাছমৰীয়া সকলৰ ওচৰত বিক্ৰি কৰিবৰ বাবে মাছধৰা জাল গুঠিছিল।

এবাৰ নিউচনৰ বেপাৰলৈ যোৱাৰ কেইদিনমান পিছতে তেওঁলোকে অতি দুখজনক খবৰটো পালে। সাগৰত ডুবি নিউচনৰ মৃত্যু হৈছে। মাক-জীয়েক দুয়োৰে মূৰত আকাশী সৰগ ভাগি পৰিল। কৰুণতম দুৰ্ভাগ্যক সাৰথি লৈ তেওঁলোকে জাল গুঠিয়েই জীৱিকা নিৰ্বাহ কৰিবলৈ ধৰিলে।

তেতিয়া এলিজাবেথৰ বয়স প্ৰায় ওঠৰ বছৰ। আবেলি সময়ত মাক-জীয়েক দুয়ো জালগুঠি আছিল। চুচানে হঠাতে গাভৰু জীয়েকলৈ লক্ষ্য কৰিলে—আবেলিৰ হেঙুলীয়া ৰ'দ এচমকা এলিজাবেথৰ গালে-মুখে সিঁচৰিত হৈ পৰিছে। সাধাৰণ কম দামী পোছাক পিন্ধি আছে যদিও এলিজাবেথৰ সুন্দৰ উজ্জ্বল চেহেৰা তাৰ মাজেৰেই আৰু উজ্জ্বল হৈ ফুটি ওলাইছে। তেওঁৰ গাত মাইকেল হেনচাৰ্ডৰ প্ৰতিচ্ছবি চুচানে দেখিবলৈ পালে। কব নোৱাৰাকৈ চুচানৰ অন্তৰৰ পৰা হুমুনিয়াহ এটি ওলাই আহিল। চুচানে ঠিৰাং কৰিলে, এলিজাবেথক মানুহ কৰিবই লাগিব। তাইক আৰু এনেকৈ জালগুঠি থাকিব দিব নোৱাৰি। অন্ততঃ তাইৰ বাবেই হেনচাৰ্ডক বিচাৰি উলিয়াবই লাগিব। তেওঁলোকক হেৰুৱাই নিশ্চয় তেওঁ অনুতপ্ত হৈছে আৰু সম্ভৱতঃ তেওঁ মদ খাবলৈ এৰি পেলাইছে। তেওঁলোক দুয়োকে পালে হেনচাৰ্ড নিশ্চয় সুখী হব আৰু তাৰপিছত নতুনকৈ জীৱন আৰম্ভ কৰিব পাৰিব।

ইয়াকে ভাবি মাক-জীয়েক দুয়োৱে মাইকেল হেনচাৰ্ডক বিচাৰি ওৱেদন প্ৰায়ৰচ গাৱঁৰ সেই বজাৰখনত উপস্থিত হৈছিল আৰু মদ বেচা বুঢ়ী তিৰোতাজনীৰ পৰা হেনচাৰ্ডৰ বিষয়ে কিছুকথা জানি লৈ কেষ্টাৰব্ৰিজ চহৰলৈ বুলি যাত্ৰা কৰিছিল।

ওৱেদন প্ৰায়ৰচৰ পৰা কেষ্টাৰব্ৰিজ চহৰলৈ যথেষ্ট দূৰ। বাটত কেতিয়াবা ঘোঁৰা গাড়ীত, কেতিয়াবা খোজ কাঢ়ি অৱশেষত এদিন আবেলি সময়ত তেওঁলোক কেষ্টাৰব্ৰিজ চহৰৰ ওচৰ পালেগৈ।

কেষ্টাৰব্ৰিজ যাইকৈ কৃষি প্ৰধান চহৰ। চহৰখন পুৰণি ধৰণেৰে সজোৱা ঘৰ-দুৱাৰ আৰু গছ-গছনিৰে পৰিপূৰ্ণ। আধুনিকতাৰ কোনো প্ৰভাৱেই যেন চহৰখনত পৰা নাই এনে অনুমান হয়। দোকান-পোহাৰ বিলাকত কৃষিৰ সা-সজুলিৰে যাইকৈ পৰিপূৰ্ণ হৈ থাকে। চহৰৰ আশে-পাশে মানুহবোৰ কৃষি কৰ্মতে ব্যস্ত আৰু চহৰতো বিভিন্ন ঠাইত কৃষিৰ উৎপাদিত বস্তু-বাহানি বেচা-কিনাত ব্যৱসায়ী অনবৰতে ব্যস্ত থাকে। মুঠতে কেষ্টাৰব্ৰিজ চহৰখন কৃষি কৰ্মত অতি ব্যস্ত চহৰ।

মাক-জীয়েক দুয়ো চহৰৰ কাষ পাওঁতে দুজন খেতিয়কে হেনচাৰ্ডৰ নাম ধৰি কিবা কথা পাতি যোৱাত এলিজাবেথ আচৰিত হ'ল। এলিজাবেথে কলে—'মা, আমি বিচাৰি অহা মানুহজনৰ নাম ধৰি সেই মানুহ দুজনে কিবা কথা পাতি যোৱা শুনিলানে? মই দৌৰি গৈ মানুহ দুজনক লগ ধৰি তেওঁৰ বিষয়ে সুধি আহোঁ ৰবা।'

'নাই,—নাই এতিয়া নালাগে। আমি চহৰৰ ভিতৰলৈ গৈ তাত সকলো খবৰ কৰিম।' —মাক চুচানে জীয়েকক বাধা দিলে।

দুয়ো চহৰৰ পিনে আগবাঢ়ি গ'ল। তেওঁলোক গৈ এটা গীৰ্জাত উপস্থিত হ'ল। তেতিয়া ৰাতি আঠ বাজিছে। গীৰ্জাৰ ভিতৰলৈ গৈ দুয়ো বেদীৰ ওচৰত আঠুলৈ প্ৰণাম জনালে।

গীৰ্জাৰ পৰা ওলাই আহি এজনী তিৰোতাই এটা ৰুটি লৈ যোৱা দেখিহে তেওঁলোকেও অনুভৱ কৰিলে যে—তেওঁলোকৰো খুব ভোক লাগিছে। ওচৰৰে এখন ৰুটিৰ দোকানত দুয়োৱে অলপ ৰুটি খাই ললে। তাৰ পৰা ওলাই আহি কলৈ যাব ভাবিলে। এনেতে কিছু দূৰত এঠাইত কিবা গান-বাজনা চলি থকা গম পাই দুয়ো সেইফালে আগুৱাই গ'ল।

॥ ৫ ॥

মাত্ৰ কেইগজমান আহিয়েই চুচান আৰু এলিজাবেথ জেনে বাদ্য-বাজনা বাজি থকা ঠাইখিনি পালে। যি ঠাইত বাজনা বাজি আছিল সেয়া আছিল চহৰৰ আটাইতকৈ ডাঙৰ হোটেল 'কিঙচ্ আৰ্মচ্'। তাত চহৰৰ উৎকৃষ্ট বেণ্ড বাজি আছিল। হোটেলৰ বহল দুৱাৰ খিৰিকিবোৰ খুলি ৰখা বাবে বেণ্ডৰ বিভিন্ন সুৰ বাহিৰৰ পৰা ভালদৰে শুনা গৈছিল। সেয়ে হোটেলৰ ভিতৰত মানুহ গোট খোৱাৰ উপৰিও অনেক মানুহে বাটে-পথে ৰৈ বেণ্ডৰ সুৰ উপভোগ কৰিছিল।

মাক-জীয়েক দুয়ো সেই হোটেলখনৰ একেবাৰে সমুখলৈ আগুৱাই গ'ল।

'এইখিনিতে মই অলপ বহোঁ। তুমি কাৰোবাক খবৰ কৰাছোন। ইয়াত কোনোবাই হয়তো তেওঁৰ বিষয়ে কব পাৰিব।'

চুচান তলৰ খট্‌খটিতে বহি পৰিল। মাকৰ কথামতে এলিজাবেথ অকণমান আগুৱাই গৈ বাহিৰত ৰৈ বাদ্য-বাজনা উপভোগ কৰা এজন বুঢ়া মানুহক সুধিলে—"ককা, ইয়াত আজি কি চলিছে?"

"অ, তুমি বোধহয় ইয়ালৈ একেবাৰে নতুনকৈ আহিছা!' কোনোফালে মুখ নুঘূৰোৱাকৈ বুঢ়াজনে কলে,—'চহৰৰ আটাইতকৈ ভব্য-গব্য মানুহবোৰৰ ইয়াত আজি ডাঙৰ খানা চলিছে। এইফালে মুখ কৰি সৌ ওখ চকিখনত যে বহি আছে সেইজনেই এই চহৰৰ পৌৰ নিগমৰ মেয়ৰ মিঃ হেনচার্ড। তেওঁৰ আশে-পাশে থকা সেই লোকসকল নিগমৰ সভ্য। আমাৰ সাধাৰণ মানুহৰ তাত নিমন্ত্ৰণ নাই কাৰণে আমি বাহিৰতে ৰৈ বাদ্য-বাজনা শুনিছোঁ। কি কৰা আইটি,—এওঁলোকৰ ভাগ্য! আমাতকৈ এওঁলোকৰ অৱস্থা বেয়া আছিল। ভাগ্যৰ বলত চোৱা,- আজি এওঁলোক কেনেভাৱে ৰাজকীয় আসনত অধিষ্ঠিত হৈছে!"

'হেনচাৰ্ড ?'

বুঢ়ামানুহজনৰ মুখত 'হেনচাৰ্ড' নামটো শুনি এলিজাবেথ এক প্ৰকাৰ আচৰিত হ'ল। কিন্তু তেওঁ তেনে কোনো আশ্চৰ্য্য ভাব প্ৰকাশ নকৰি মাত্ৰ অকণমান আগুৱাই গৈ সমুখলৈ ডিঙি মেলি চালে।

চুচানেও বুঢ়া মানুহজনৰ কথাবোৰ শুনি আছিল। তেওঁ বহি থকা ঠাইৰ পৰা উঠি আহি এলিজাবেথৰ ওচৰত থিয় হ'ল। তেওঁ দেখিলে—হোটেলৰ ভিতৰত মেজৰ ওপৰত বিভিন্ন ধৰণৰ থাল, গিলাচ আৰু অন্যান্য বাচন-বৰ্তন সজাই থোৱা আছে। এক বিশেষ ধৰণেৰে সু-সজ্জিত ভাৱে সজোৱা ওখ আসন এখনত প্ৰায় চল্লিছ বছৰ বয়সীয়া হৃষ্টপুষ্ট সুন্দৰ চেহেৰাৰ লোক এজন বহি যথেষ্ট গাম্ভীৰ্য্য সহকাৰে ওচৰৰ অন্যান্য মানুহৰ লগত নানাতৰহৰ কথা-বতৰা পাতি আছে। তেওঁ কথা-বতৰাৰ মাজতে ৰগৰ কৰি টানকৈ হাঁহিছিল। তেওঁৰ মাত আৰু হাঁহিৰ প্ৰতি চুচানে বৰ সুক্ষ্মভাৱে লক্ষ্য কৰিলে।

এলিজাবেথে মানুহজনৰ হাঁহি আৰু আচৰণত কোনো ধৰণৰ উদ্বিগ্নতা প্ৰকাশ কৰা বা বিশেষ গুৰুত্ব দিয়াৰ কাৰণ একো নাছিল। কিয়নো হেনচাৰ্ড তেওঁলোকৰ কিবা ধৰণৰ এক সম্বন্ধীয় লোক বুলি জনাৰ বাহিৰে তেওঁ মাকৰ পৰা অন্য একোৱেই জনা নাছিল।

মেয়ৰ হেনচাৰ্ডে পুৰণি ধৰণেৰে চিলাই কৰা অথচ যথেষ্ট দামী দীঘল কোট ছোলা এটি পিন্ধিছিল আৰু গলত মুকুতা খটোৱা সোণৰ হাৰ এডাল তিৰ্‌বিৰাই আছিল। তেওঁৰ সমুখৰ মেজখনৰ সোঁফালে তিনিটা গিলাচ সজাই থোৱা আছে।

মেয়ৰ হেনচাৰ্ডক তেনে এটা পৰিবেশত তেনে ভঙ্গীৰে কথা পাতি থকা দেখি ওঠৰ বছৰ আগতে ওৱেডন্ প্ৰায়ৰচ্ বজাৰখনত ঘটা সেই দুৰ্ঘটনাটোলৈ আৰু অতীত জীৱনলৈ চুচানৰ মনত পৰিল। জীয়েক ওচৰতে থিয় হৈ থকা স্বত্বেও তেওঁ জীয়েকৰ অৱস্থিতি পাহৰি এক তন্ময়তাৰে হেনচাৰ্ডৰ ফালে চাই থাকিল।

'মা, তুমি তেওঁক দেখিছানে ? সৌ ওখ চকিখনত বহি থকা জনেই জানো নহয় ?'

জীয়েকে ফুচ্‌ফুচাই কোৱা কথাবাৰতহে যেন চুচানে সংজ্ঞা ঘূৰাই পালে। তেওঁ প্ৰকৃতিস্থ হৈ কলে—

'এৰা অ, আইজনী দেখিছোঁ ; আৰু সেইজনেই তেওঁ। আৰু,—আৰু মোৰ কাৰণে এয়ে যথেষ্ট। হায়, মই এতিয়া মৰিব পাৰিলেই ভাল।'

'—কিয়, কি হ'ল মা ?' এলিজাবেথ মাকৰ আৰু ওচৰ চাপি আহিল। —"কিয় তুমি তেওঁক দেখাৰ লগে লগে এনেদৰে হতাশ হৈ পৰিছা ? তেওঁক দেখি, তেওঁৰ আচৰণ আৰু কথা-বতৰাৰ পৰা আমাক নিষ্ঠুৰভাৱে অৱজ্ঞা কৰিব বুলি তোমাৰ কিবা ধাৰণা হৈছে নেকি ? তুমি কিয় এনেদৰে ভয় খাইছা বাৰু ? তেওঁক দেখি মোৰতো ভাল ধাৰণা হৈছে। চোৱাছোন কথা-বতৰা, আচৰণত তেওঁ কেনে ভদ্ৰ, নম্ৰ আৰু মৰমীয়াল ! মোৰ বিশ্বাস, তেওঁ আমাক লগ পালে নিশ্চয় আনন্দিত হব। ময়েই বাৰু তেওঁক লগ ধৰিম।'

মাক একেবাৰে হতাশ হৈ পৰাত এলিজাবেথে যথেষ্ট আশ্বাস দি কথাখিনি কলে।

'মই এইবিষয়ে একোৱেই কব নোৱাৰোঁ আইজনী। কিয় জানো মই একেবাৰে ভাগি পৰিছোঁ।'

'মা, তুমি অকণমান এইখিনিতে বহি জিৰণি লোৱাছোন। মই বাৰু তেওঁৰ বিষয়ে আৰু কিছু জানি লওঁ।

'নাই, নালাগে, মই কেতিয়াও তেওঁক লগ ধৰিব নোৱাৰিম। মই তেওঁক যেনে অৱস্থাত লগ পাম বুলি ভাবিছিলোঁ, তেওঁ আজি তাতকৈ বহুত ওপৰত। মই আৰু তেওঁক লগ পাবলৈ কোনোদিন সাহস নকৰোঁ,—আনকি চাবলৈও ইচ্ছা নকৰোঁ।'

—'কিন্তু, তুমি অলপ জিৰাই লোৱাছোন মা।'

নিজৰ আত্মীয় বুলি কোৱা হেনচাৰ্ডক দেখি মাক চুচান যিদৰে ভাগি পৰিছে, আৰু তাকে দেখি এলিজাবেথ যিমান আচৰিত আৰু কৌতূহলী হৈ পৰিছে জীৱনত কোনো দিনেই তেওঁ এনে হোৱা নাছিল। এলিজাবেথে মাকক পুনৰ ৰবলৈ কৈ দুখোজমান আগুৱাই গৈ মেয়ৰ হেনচাৰ্ডলৈ একান্তভাৱে লক্ষ্য কৰিলে। তেওঁ দেখিলে— হোটেলৰ পৰিচাৰক-পৰিচাৰিকা সকলে হোটেলৰ ভিতৰত বিশিষ্ট আসনত বহা মানুহবোৰৰ আগত থকা টেবুলৰ ওপৰৰ গিলাচত দামী মদ আৰু থালত নানা তৰহৰ খাদ্য-বস্তু পৰিবেশন কৰিছে! কিন্তু এলিজাবেথে দেখি আচৰিত হ'ল—মেয়ৰ হেনচাৰ্ডৰ গিলাচত মদৰ পৰিবৰ্ত্তে কেৱল পৰিষ্কাৰ পানীহে দিয়া আছে। এলিজাবেথে কৌতূহল দমাব নোৱাৰি ওচৰতে বৈ থকা বুঢ়াজনক সুধিলে—

'ককা, বাকীবোৰ গিলাচত মদ দিছে যদিও মেয়ৰৰ গিলাচত দেখোন মদ দিয়া নাই। তেওঁ কেৱল পানীহে খাইছে, — কিয়?

'অ, তুমি বোধহয় নাজানা। এৰা নাজানিবাই। মেয়ৰ হেনচাৰ্ডে কোনো ধৰণৰ মদ আদি ৰাগিয়াল বস্তু নেখায়। আমি জনাত কেতিয়াও তেওঁ তেনে বস্তু হাতেৰে স্পৰ্শই নকৰে। এইটো তেওঁৰ বৰ আচৰিত গুণ। কোনোবাই কোৱা শুনিছোঁ। তেওঁ হেনো জীৱনৰ কোনো এটা সময়ত কিবা কাৰণত এইবোৰ বস্তু নুচুবলৈ পবিত্ৰ ঠাইত ভগৱানক সাক্ষী কৰি সংকল্প গ্ৰহণ কৰিছে।'

বুঢ়াৰ কথা শুনি ওচৰতে বৈ থকা আন এজন বুঢ়া লোকে তেওঁক সুধিলে—'তেওঁ কিমান দিনৰ পৰা কিমান দিনলৈ এই সংকল্প লৈছে জানেনে?"

'ঠিক কেতিয়াৰ পৰা কেতিয়ালৈ আৰু কিয় এই সংকল্প লৈছে নাজানো। মাত্ৰ শুনিছোঁ। এই সংকল্পৰ সময় পূৰ হবলৈ হেনো আৰু দুবছৰমান আছে। বৰ কঠোৰ সংকল্প, বুজিছা।'

'সঁচাই, মানুহজন বৰ কঠোৰ সংকল্পৰ। এজন ৰবলা মানুহ

হিচাবে অকলশৰীয়া জীৱনত যে এনে সংকল্প ৰক্ষা কৰিব পাৰিছে, ই কম কথা নহয় !'

মানুহজনৰ কথা শুনি এলিজাবেথে সুধিলে—'তেওঁৰ পৰিয়াৰ কেতিয়া ঢুকাইছে ?'

'সেইটো মই নাজানো আই। সম্ভৱতঃ তেওঁ এই চহৰলৈ অহাৰ আগেয়েই ঢুকাইছে !'

'তেনেহলে তেওঁৰ এতিয়া কোনোৱেই নাই ? তেওঁ এতিয়া একেবাৰে অকলশৰীয়া আৰু নিঃসহায় নেকি ?

'নিঃসহায় মানে— ? তেৱেঁই এই চহৰ, আনকি অঞ্চলৰ আটাইতকৈ প্ৰভাৱশালী আৰু মুখ্য ব্যক্তি। আটা, ময়দা, বাৰ্লি, ওট, ঘাঁহ আদিৰ আটাইতকৈ ডাঙৰ আৰু ধনী ব্যৱসায়ী তেৱেঁই। ব্যৱসায়ত এই চহৰত কিয়, গোটেই দেশতেই বোধহয় তেওঁৰ সমকক্ষ কোনো নোলাব। আচৰিত কি জানা আইটি, তেওঁ এই চহৰলৈ প্ৰথমে আহোঁতে তেওঁৰ একোৱেই নাছিল ; আৰু এতিয়া চোৱা,—ভাগ্যৰ ফেৰ, তেওঁ এই চহৰৰ এতিয়া এজন মুখ্য ব্যক্তি। সকলো ভাগ্য, বুজিছা আই, সকলো ভাগ্য।'

কথাবোৰ নীৰৱে শুনি থাকি এলিজাবেথে হোটেলৰ ভিতৰৰ মানুহবোৰলৈ পুনৰ নিৰীক্ষণ কৰিলে।

খোৱা-বোৱা শেষ হোৱাৰ পিছত বাদ্য-বাজনাবো অন্ত পৰিল। তাত থকা মানুহবোৰে নানা ধৰণৰ আমোদজনক কথা-বতৰা পাতিবলৈ ধৰিলে। মেয়ৰ হেনচাডে কিদৰে সাধাৰণ ঘাঁহ ব্যৱসায়ৰ পৰা এনেদৰে বৃহৎ ব্যৱসায় কৰিবলৈ সমৰ্থ হ'ল তাৰে এটা চমু কাহিনী লগৰ সদস্য সকলক কৈ শুনালে। তেওঁৰ কথা লগৰ সদস্যসকলে বৰ মনোযোগেৰে শুনিছিল। তাৰে কোনোবা এজনে সেই বছৰত তেওঁৰ উৎপাদিত আটাবোৰ যে অতি নিম্নস্তৰৰ হৈছে তাক উন্নুকিয়াই দিয়াত হেনচাৰ্ডে কলে—

'সঁচা,—এইবাবৰ মোৰ উৎপাদিত আটাবোৰ কিছু নিম্নস্তৰৰ হোৱাটো স্বাভাৱিক; কিয়নো গমৰ বাবে এইবাৰৰ বতৰ বৰ সুবিধা-জনক নহয়। আনহাতে অকলে আটাইবোৰ চম্ভালিবলগীয়া হোৱাত আটাৰ ফেক্টৰীত মই বিশেষভাৱে চকু দিব নোৱাৰিলোঁ। ইতিমধ্যে মই বাতৰি কাকতত বিজ্ঞাপন দিছোঁৱেই। মোৰ ফাৰ্মত এজন বুদ্ধিমান এই বিষয়ৰ অতি অভিজ্ঞ তৎপৰ মেনেজাৰ নিয়োগ কৰিব পাৰিলেই,—মই আশাকৰোঁ মোৰ উৎপাদিত বস্তু সমূহৰ মান উন্নত হব।'

কথাখিনি কৈ সমুখৰ টেবুলৰ ওপৰত থকা গিলাচটোৰ পৰা পানী এঢোক খাই হেনচাৰ্ডে বহাৰ প'জটো সলাই ললে।

॥ ৬ ॥

ইতিমধ্যে হোটেলৰ সমুখত এজন দুজনকৈ বিভিন্ন ধৰণৰ মানুহ আহি জুম পাতি হোটেলৰ ভিতৰত চলি থকা কথা-বতৰাবোৰ শুনিবলৈ ধৰিলে। তাৰে বেছিভাগেই নিজৰ নিজৰ দোকান-পোহাৰ বন্ধ কৰি অহা দোকানী। সুন্দৰ, সুঠাম, উজ্বল চেহেৰাৰ ডেকা এজনে হাতত এটি বেগ লৈ সেইপিনে গৈ থাকোঁতে মেয়ৰ হেনচাৰ্ডৰ কথাখিনি শুনি থমকি ৰ'ল। ওচৰৰ মানুহবোৰৰ পৰা কথাৰ আন্তি-গুৰি লৈ জেপৰ পৰা এটুকুৰা কাগজ উলিয়াই তেওঁ থিয়ই থিয়ই বেগটোৰ ওপৰতে কিবা লিখিলে আৰু হোটেলৰ দুৱাৰ মুখলৈ আগুৱাই গৈ মেয়ৰৰ ওচৰলৈ দলিয়াই দিব খুজিলে; কিন্তু দুৱাৰ মুখতে হোটেলৰ পৰিচাৰক এজনক লগ পাই কাগজখন তেওঁৰ হাতত

দি মেয়ৰজনক তৎক্ষণাত দিবলৈ কলে আৰু লগতে সেইখন হোটেলৰ বাহিৰে চহৰত কিছু কম খৰচৰ ভাল হোটেল অন্য কি আছে বুলি সুধিলে। পৰিচাৰকজনে তাৰ পৰা অকণমান দূৰত থকা "থ্রি মেৰিনাৰচ্' নামৰ হোটেলখন আঙুলিৰে দেখুৱাই দিলে। অচিনাকি ডেকাজন তাৰ পৰা আঁতৰি আহিল।

এলিজাবেথে এই সুশ্রী ডেকাজনৰ সকলো কাৰ্য্য লক্ষ্য কৰি আছিল। তেওঁ দেখিলে ডেকাজনে দিয়া কাগজ টুকুৰা পৰিচাৰক-জনে আগবাঢ়ি গৈ মেয়ৰৰ হাতত দি'ছে। মেয়ৰ হেনচাৰ্ডে অনিচ্ছা স্বত্বেও কাগজখনৰ ওপৰত এবাৰ চকু ফুৰাই অযত্নভাৱে হাতৰ মুঠিত ল'লে। তাৰ পিছত অকণমান চিন্তা কৰি পুনৰ কাগজখনত লিখা কথাখিনি মনোযোগেৰে পঢ়িলে।

ইতিমধ্যে গান-বাজনা পুনৰ আৰম্ভ হ'ল। গান-বাজনাৰ মাজতে নানাজনে নানা কথা পাতি মদ খাবলৈ ধৰিলে। মদৰ নিচাত অনেকেই কথাৰ গাম্ভীৰ্য্য হেৰুৱাই পেলাইছিল। কিন্তু মেয়ৰে মদ নোখোৱাৰ কাৰণে তেওঁৰ কথাৰ গাম্ভীৰ্য্য আৰু আচাৰ-ব্যৱহাৰ ঠিকেই আছিল। তেওঁ চিন্তা কৰি থকা যেন লাগিছিল।

হোটেলৰ বেৰত আঁৰি থোৱা ঘড়ীটোত ন টাৰ কোব মাৰিলে। এলিজাবেথ জেনে মাকৰ ওচৰলৈ আহি কলে—"মা, ৰাতিও ভালেখিনি হ'ল। এতিয়া আমাৰ কি কৰা যায়?'

এলিজাবেথৰ কথা শুনি হুমুনিয়াহ এটা কাঢ়ি মাকে কলে—'ও, ৰাতি হ'ল। মিঃ হেনচাৰ্ডক দেখাৰ এটা ইচ্ছা আছিল; দেখিলোঁ। ইমানেই হৈছে। এতিয়া ক'ৰবাত থকাৰ ব্যৱস্থা কৰোঁগৈ ব'লা।'

পৰিচাৰকজনে ডেকাজনক "থ্রি মেৰিনাৰচ্" হোটেলৰ কথা কোৱা এলিজাবেথে মন কৰিছিল। সেইখনেই কম খৰচৰ ভাল হোটেল হব বুলি মাক-জীয়েক দুয়ো তালৈ গ'ল।

মাক-জীয়েক দুয়ো তাৰ পৰা আঁতৰি যোৱাৰ ঠিক পিছতেই মদৰ নিচাত বলকি থকা সজীবৃন্দক তাতে এৰি থৈ মেয়ৰ হেনচাৰ্ড তাৰ পৰা ওলাই আহিল! তেওঁ কাগজ টুকুৰাত লিখা কথাখিনি মনত পেলালে। দুৱাৰ মুখৰ ঠিক বাহিৰতে পৰিচাৰকজনক লগ পাই কোনে তেওঁক দিবলৈ সেই কাগজ টুকুৰা দিছিল তাক সুধিলে।

'এজন অচিনাকি ডেকাই লিখি দিছিল চাৰ। সম্ভৱতঃ তেওঁ কোনোবা স্কটিছ ডেকা।'

'তেওঁ এই হোটেলতে আছে নেকি?

'নাই চাৰ;—মোৰ বিশ্বাস, তেওঁ 'থ্রি মেৰিনাৰচ.' হোটেলত থাকিবলৈ গৈছে।'

হোটেলৰ বাহিৰত যথেষ্ট ঠাণ্ডা অনুভৱ কৰাত হাত দুখন কোটৰ জেপত ভৰাই লৈ চিন্তাযুক্তভাৱে হেনচাৰ্ড বাৰান্দাৰে তাৰ পৰা অলপ আঁতৰি আহিল আৰু খানা চলি থকা কোঠাটোৰ দুৱাৰ এখনৰ ওচৰলৈ পুনৰ গৈ ভিতৰলৈ চাই পঠিয়ালে। তেওঁ দেখিলে যে তেওঁৰ অনুপস্থিতিতো গান-বাজনা আৰু কথা-বতৰা আগৰ দৰেই চলি আছে। পৌৰ নিগমৰ সদস্য, নিগমৰ বিশিষ্ট আৰু সাধাৰণ ব্যৱসায়ী লোক সকলেও মদৰ ৰাগীত অকল মেয়ৰৰ অনুপস্থিতিকেই যে পাহৰি গৈছিল এনে নহয়, নিজৰ ব্যক্তিত্ব আৰু সামাজিক পদ মৰ্য্যদাও পাহৰি নানা হুলস্থুল কৰি আছিল। তাকে দেখি মেয়ৰ হেনচাৰ্ডে পৰিচাৰক জনৰ হতুৱাই টেবুলৰ ওপৰৰ পৰা নিজৰ টুপী আৰু অভাৰ কোটটো অনাই হাতত ললে আৰু তাৰ পৰা ওলাই আহি পৰ্টিকো'ৰ তলতে ক্ষন্তেক থমকি ৰ'ল।

সেই সময়ত ৰাস্তাৰে নিচেই কম সংখ্যক মানুহ অহা যোৱা কৰি আছিল। তাৰ পৰা মাত্ৰ কেইগজমান আঁতৰত থকা 'থ্রি মেৰিনাৰচ.' হোটেলখনৰ সমুখত জ্বলি থকা ডাঙৰ লাইটটো তেওঁৰ চকুত পৰিল। সেইপিনে লক্ষ্য কৰি তেওঁ লাহে লাহে খোজ কাঢ়ি গৈ থাকিল।

'থ্ৰি মেৰিনাৰচ' হোটেলখন চহৰৰ ভিতৰতে অতি পুৰণি হোটেল। হোটেলখন যথেষ্ট চাপৰ আৰু পুৰণি পদ্ধতিৰে সজোৱা। হলেও ইয়াত থকা-খোৱা সস্তীয়া আৰু সুৰুচিপূৰ্ণ। সেয়ে নতুন আৰু কম দিনৰ বাবে থাকিব খোজা যাত্ৰীৰ কাৰণে ই বৰ সুবিধাজনক।

মেয়ৰ হেনচাৰ্ড লাহে লাহে আহি হোটেলখনৰ সমুখত থিয় হৈ ইফালে সিফালে চালে। তাৰ পিছত বাটৰ দুৱাৰখন খুলি হোটেলৰ ভিতৰলৈ সোমাই গ'ল।

॥ ৭ ॥

প্ৰায় কুৰি মিনিট আগতে এলিজাবেথ জেন আৰু মাক চুচান এই হোটেলখনলৈ আহিছিল। থকা-খোৱাৰ খৰচ আনবিলাক হোটেলৰ দৰে অতি বেছি নহয় যদিও তেওঁলোকৰ হাতত থকা অলপীয়া ধনেৰে খৰচ আটিব নে নাটিব হোটেলখনৰ সমুখত অকণমান সময় বৈ দুয়ো তাকে চিন্তা কৰিলে, আৰু পিছত হোটেললৈ সোমাই গ'ল। হোটেলৰ গৰাকীয়ে কাৰ্য্যালয় কোঠাৰ ওচৰতে এটি কোঠাত তেওঁলোকৰ থকা ব্যৱস্থা কৰি দিলে।

এলিজাবেথে শোৱা কোঠাটোৰ ভিতৰখন আৰু বিচনা-পত্ৰ ঠিক-ঠাক কৰি থাকোঁতে চাৰিওফালে চকু ফুৰাই বৰ চিন্তাযুক্তভাৱে মাক চুচানে কলে—'আমি তেওঁক লগ ধৰিব নোৱাৰাত ভালেই হ'ল।'

মাকৰ কালে নোচোৱাকৈয়ে এলিজাবেথেও উত্তৰ দিলে 'ঠিকেই মা,ময়ো তেওঁক লগ ধৰিবলৈ ভয় কৰিছোঁ ; কিন্তু যিয়েই নহওঁক,—আমি তেওঁৰ লগত চা চিনাকি হবই লাগিব ।'

"নহয় অ, আইজনী ! আমি তেওঁৰ লগত চিনাকি হোৱাতকৈ ইয়াৰ পৰা গুচি যোৱাই ভাল হব । কিয়নো মিঃ হেনচাড আমাতকৈ এতিয়া ধন-ধান আৰু পদ-মৰ্য্যাদাত বহুত ওপৰত, আৰু আমাৰ নিচিনা দৰিদ্ৰৰ পৰিচয় জানিবলৈ যে তেওঁ কিবা আগ্ৰহ দেখুৱাব এই কথাত মই সন্দেহ কৰিছোঁ । আমাৰ কপালত যি আছে সেয়ে হব । ভাগ্যকে ধৰিয়াই ইয়াৰ পৰা গৈ অন্য ঠাইত জীৱিকা উলিওৱাৰ চেষ্টা কৰাই ভাল হব ।"

গভীৰ বেদনাৰে মাক চুচানে এটি হুমুনিয়াহ কাঢ়িলে ।

"বাৰু মা, যি হয় কিবা এটা কৰা যাব । সম্প্ৰতি তুমি এতিয়া জিৰণি লোৱা । মই হোটেলৰ মালিকৰ পৰিবাৰক ভ লপ লগ ধৰি আহোঁ ।"

এলিজাবেথে মাকক কোঠাত অকলে এৰি ওলাই আহিল ।

হোটেলখনত স্থায়ীভাৱে কাম কৰা কোনো পৰিচাৰক বা পৰিচাৰিকা নাছিল । হোটেলত থাকিবলৈ অহা কোনোবা দুখীয়া লোকে ইচ্ছা কৰিলে থকা-খোৱাৰ বেহাই মূল্যৰ বাবদ সম্পূৰ্ণ অস্থায়ী-ভাৱে তেনে কাম কৰিবলৈ মালিক-মালিকনীৰ লগত বন্দৱস্ত কৰি লব পাৰে । এনেকুৱা ব্যৱস্থা যদিও অস্বাভাৱিক তথাপি কেষ্টাৰব্ৰিজ চহৰৰ সেই হোটেলখনত বহু দিন ধৰি তেনে ব্যৱস্থাই চলি আহিছিল ।

এলিজাবেথ জেন বেচ হিচাবী আৰু পৰিশ্ৰমী ছোৱালী আছিল । তেওঁলোকৰ হাতত থকা পইচাৰে হোটেলৰ খৰচ যোগোৱাত টান পৰিব পাৰে বুলি ভাবি খৰচত বেহাই পোৱাৰ চিন্তাৰে এলিজাবেথে পোনে পোনে আহি মালিকনীক লগ ধৰিলে আৰু তাত থকা হোটেল-বাসীক ভাত-পানী যোগোৱাত সহায় কৰি দিবলৈ ইচ্ছা প্ৰকাশ কৰিলে ।

মালিকনী যথেষ্ট সহজ-সৰল আৰু মৰমীয়াল তিৰোতা আছিল। তেওঁ এলিজাবেথৰ ইচ্ছামতে কামৰ নির্দেশ দি কলে—'বাৰু প্ৰথমে তুমি আৰু তোমাৰ মাৰাৰ আহাৰৰ ব্যৱস্থা কৰা। তাৰ পিছত তোমালোকৰ কাষতে থকা কোঠাটোলৈ ৰান্ধনী শালাৰ পৰা আহাৰ-পানী নি দিবা। তাত এজন স্কটিছ ভদ্ৰলোক আছে।'

এলিজাবেথৰ যদিও খুব বেছিকৈ ভোক লাগিছিল তথাপি ইচ্ছা কৰিয়েই নিজৰ আৰু মাকৰ খোৱাৰ ব্যৱস্থা প্ৰথমে নকৰি ৰান্ধনী শালালৈ গৈ স্কটিছ ভদ্ৰলোকজনৰ বাবে আহাৰৰ থালখন লৈ আহিল আৰু ভদ্ৰলোকজনৰ কোঠাত প্ৰবেশ কৰিলে। কোঠাটোত ভদ্ৰলোকজনৰ বাহিৰে আন কোনো নাছিল যদিও 'কিংচ আর্মচ' হোটেলত মেয়ৰজনলৈ কাগজ টুকুৰা দিয়া সেই ভদ্ৰলোকজনেই যে এইজন এই কথা এলিজাবেথে ভাৱিবই পৰা নাছিল। ভদ্ৰলোক-জনে একান্ত মনে এখন স্থানীয় দৈনিক বাতৰি কাকত পঢ়ি আছিল। এলিজাবেথ কোঠাটোৰ ভিতৰত সোমোৱা তেওঁ কৰই পৰা নাছিল। লেয়ে হৃষ্ট-পুষ্ট, সুন্দৰ শৰীৰৰ ধুনীয়াকৈ কটা কেকোৰা চুলিৰে মূৰটো, গোলাকাৰ মুখৰ উজ্জ্বল চেহেৰাৰ ভদ্ৰলোকজনক এলিজাবেথে সন্তৰ্পণে নিৰীক্ষণ কৰিলে। তাৰ পিছত সমুখৰ মেজখনত ট্ৰেখনৰ পৰা ভাতৰ থাল, তৰকাৰীৰ বাতি আৰু পানীৰ গিলাচ কেইটা পৰি পাটিকৈ সজাই থৈ কোনো কথা নোকোৱাকৈ কোঠাটোৰ পৰা ওলাই আহিল।

হোটেলৰ মালিকনীয়ে লক্ষ্য কৰিছিল যে, অত্যন্ত ভাগৰি পৰা স্বত্বেও সম্ভৱতঃ আৰ্থিক অভাৱৰ বাবেই এলিজাবেথে কাম কৰিবলৈ আগবাঢ়ি আহিছিল। স্কটিছ ভদ্ৰলোকজনক আহাৰ পানী দি অহাৰ পিছতে মাকৰে সৈতে আহাৰ খাই জিৰণি লবলৈ তেওঁ এলিজাবেথক কলে।

এলিজাবেথ জেনে ট্ৰেখনত তেওঁৰ আৰু মাকৰ বাবে খাদ্য সামগ্ৰী লৈ তেওঁলোকৰ সক কোঠাটোলৈ গ'ল। তেওঁ ভাবিছিল মাকে ইতিমধ্যে হয়তো বিচনাত এনেয়ে বাগৰ দি জিৰণি লৈছে;

কিন্তু তেওঁ গৈ দেখিলে মাকে কোঠাটোৰ ভিতৰত থিয় হৈ মাজৰ বেৰখনলৈ চাই একান্তমনে কিবা চিন্তা কৰি আছে।

তেওঁলোকক থাকিবলৈ দিয়া সৰু কোঠাটো এসময়ত স্কটিছ ভদ্ৰলোকজনক থাকিবলৈ দিয়া কোঠাটোৰ ড্ৰেচিং কোঠা আছিল। পিছত স্ক্ৰু লগাই দুয়োটা কোঠাৰ মাজৰ দুৱাৰখন বন্ধ কৰি এঠাৰে কাগজ লগাই দুটা বেলেগ বেলেগ কোঠা কৰি দিয়া হৈছে। কিন্তু ইটো কোঠাৰ পৰা সিটো কোঠালৈ কথা-বতৰা সহজে শুনা গৈছিল।

এলিজাবেথে মেজখনৰ ওপৰত ট্ৰেখন থোৱাৰ লগে লগে মাক তেওঁৰ ওচৰলৈ আহি ফুচ্ ফুচাই কলে—'সেয়া তেওঁ।"

—'কোন ?'—এলিজাবেথে আগ্ৰহেৰে সুধিলে।

মেয়ৰ।'

চুচানৰ মাতটো অতি সৰু আৰু কিছু কঁপি কঁপি ওলাইছিল। কোনোবাই ভালদৰে লক্ষ্য কৰিলে চুচানৰ এনেধৰণৰ মাতত নিশ্চয় কিবা ৰহস্য থকা বুলি ভাবিলেহেঁতেন। কিন্তু সৰল মতীয়া এলিজাবেথে তালৈ অকণো মন নকৰিলে।

এলিজাবেথে ভদ্ৰলোকজনক আহাৰ দি আহি ৰান্ধনীশালাত মাক আৰু তেওঁৰ বাবে আহাৰ লবলৈ বুলি অপেক্ষা কৰা সময়তেই মেয়ৰ আহি ভদ্ৰলোকজনৰ কোঠাৰ ভিতৰত সোমাইছিল।

মাক-জীয়েক দুয়ো খাবলৈ বহিল; কিন্তু এলিজাবেথে সিটো কোঠাত হোৱা কথা-বতৰাবোৰ উনাবলৈ ধৰিলে।

'মই ঘৰলৈ যোৱাৰ বাটতে মাত্ৰ এটা কথা সুধিবলৈ আপোনাক লগ পাব বিচাৰিছোঁ। কিন্তু আপুনি আহাৰ খাই আছে যেতিয়া মই অকণমান পিছতে আহোঁ বাৰু !'

অতি ভদ্ৰতাৰে মেয়ৰে কথাষাৰ কলে।

—"নাই, বহক; মোৰ খোৱা শেষ হলেই।'

মেয়ৰ হেনচাৰ্ডে চকি এখন টানি আনি বহাৰ গম পোৱা গ'ল।

অলপ সময় নিস্তব্ধতাৰ পিছত তেওঁ কথা আৰম্ভ কৰিলে—

—"বাৰু, এই কাগজ টুকুৰা আপুনি লিখি দিছিল নেকি ?'

"হয় ময়েই দিছিলোঁ।' ভদ্ৰলোকজনে উত্তৰ দিলে।

"তেনেহলে এই নিশ্চিত যে মোৰ ফাৰ্মৰ বাবে ফাৰ্ম-ফেক্টৰ মেনেজাৰ" এজন বিচাৰি মই দিয়া বিজ্ঞাপনৰ উত্তৰ স্বৰূপে আপুনিয়েই ইচ্ছুক প্ৰাৰ্থী হিচাবে আজি ৰাতিপুৱা মোৰ লগত সাক্ষাৎ কৰাৰ কথা আছিল। তাৰমানে কিবা কাৰণত ৰাতিপুৱা নাহি এতিয়াহে আহি পালে —নহয় জানো ?

মেয়ৰ হেনচাৰ্ডৰ কথা শুনি স্কটিছ ভদ্ৰলোকজন বৰ আচৰিত হৈ কলে—"ক'তা, মইতো তেনে কোনো বিজ্ঞাপন পঢ়া বা তেনে বিজ্ঞাপনৰ উত্তৰত নিযুক্তিৰ বাবে ক'ৰবালৈ দৰখাস্ত দিয়াৰ কথা মনত নপৰে।'

—"নহয়, ঠিক আপুনিয়েই লিখিছিল। আপোনাৰ নামটো মোলৈ লিখামতে জচুৱা, নে জিপ্, নে জপ্ কিবা আছিল,- মোৰ ঠিক মনত নাই।"—হেনচাৰ্ডে কিছু দৃঢ়তাৰে কলে।

"আপুনি ভুল কৰিছে।' ভদ্ৰলোকজনে কলে।

"মোৰ নাম ডোনাল্ড ফাৰ্ফ্ৰিহে। এইটো সঁচা যে মই শস্য ক্ষেত্ৰত মনপুতি লাগি কাম কৰা মানুহ। কিন্তু সেইবুলি মই কোনো বিজ্ঞাপনৰ মৰ্মে কোনো মানুহক সাক্ষাৎ কৰিম বুলি কেতিয়াও লিখা নাই। মই এতিয়া ব্ৰিষ্টললৈ যাবলৈ আহিছোঁ, আৰু তাৰ পৰা কাম বিচাৰি আমেৰিকাৰ বৃহৎ শস্য ক্ষেত্ৰবোৰলৈ যোৱাৰ কথা। শস্য বিষয়ত মোৰ বিশেষ গৱেষণামূলক আবিস্কাৰ কেতবোৰ আছে, আৰু ইয়াত এইবোৰ কাৰ্য্যত লগাব পৰা সুবিধা মই পোৱা নাই।'

'আমেৰিকালৈ যাব ? বৰ ভাল কথা।'

হেনচাৰ্ডৰ মুখৰ পৰা কথাষাৰ এনেই ওলাই আহিল।

'কিন্তু,—মই ভাবোঁ, আপুনিয়েই সেই মানুহজন। যিয়েই নহওঁক,

অলপ আগতে কিংচ্‌ আর্মচ্‌ হোটেলত এই টুকুৰা কাগজ লিখি আপুনিয়েই মোলৈ দিছিল নহয় জানো ?"

'হয়,—কিন্তু ই কোনো গুৰুত্বপূর্ণ কাগজ নহয়।'

'আপোনাৰ কাৰণে নহলেও মোৰ কাৰণে সম্প্ৰতি ই বৰ গুৰুত্ব পূর্ণ। বাৰু, যিয়েই নহওঁক,—মই মোৰ কৃষি ফাৰ্মৰ বাবে এজন অভিজ্ঞ মানুহ বিচাৰিছিলোঁ। প্ৰতি বছৰেই মোৰ উৎপাদিত সামগ্ৰী-সমূহ অনেক কাৰণত নিম্নমানদণ্ডৰ বুলি গ্ৰাহক সকলৰ পৰা অভিযোগ আহে। পিছে, মোতকৈ আৰু অধিক নিম্নস্তৰৰ গম উৎপাদক সকলে কিন্তু কোনো অভিযোগৰ সন্মুখীন নোহোৱাকৈ তেওঁলোকৰ উৎপাদিত সমগ্ৰী বিক্ৰি কৰি লাভবান হোৱা দেখা গৈছে। সম্ভৱতঃ তেওঁলোকে কিবা কৌশল জানে।'

'সেইটো কোনো ডাঙৰ কথা নহয়। অকণমান কৌশল জানিলেই আপোনাৰ উৎপাদিত বেয়া গমো উৎকৃষ্ট বুলি বজাৰত সমাদৃত হ'ব।'

'ঠিকেই; মই সেই কৌশলটোকেই নাজানোঁ। সচাঁকৈয়ে কৈছোঁ, গম খেতিৰ উদ্যোগ পামথনৰ দ্বাৰাই যদিও নগৰখনত এজন প্ৰধান ব্যক্তি হৈ পৰিছোঁ,—এই উদ্যোগত মোৰ অকণো অভিজ্ঞতা বা জ্ঞান নাই। আচলতে মই এজন অভিজ্ঞ ধাঁহ ব্যৱসায়ীহে আছিলোঁ।'

'ঠিক আছে। আপোনাক এটা কৌশল শিকাই দিওঁ শুনক। আপোনাৰ উৎপাদিত আটাইখিনি গমেইতো নিম্নস্তৰৰ নহয়, নিশ্চয় উৎকৃষ্ট গমো আছে! আপুনি এটা কাম কৰিব, বিভিন্ন গ্ৰাহক প্ৰতিষ্ঠানলৈ নমুনা পঠাওঁতে অতি উচ্চ থাপৰ গমৰ নমুনা পঠিয়াব। যিবিলাক বৃহৎ প্ৰতিষ্ঠানে আপোনাৰ পৰা কম পৰিমাণৰ গম বিচাৰিব সেইবোৰলৈ আপুনি গম বিক্ৰি কৰিব। কাৰণ তেওঁলোকে কম পৰিমাণৰ গমৰ ব্যৱসায় নকৰে। আন ঠাইৰ পৰাও তেওঁলোকে যথেষ্ট পৰিমাণৰ গম কিনি আনিব। গতিকে আপোনাৰ পৰা লোৱা গম আনসকলৰ পৰা লোৱা গমৰ লগত মিলি গৈ বিশেষতঃ

আপোনাৰ গমৰ ভাল বেয়া বিচাৰ কৰা ক্ষমতা সেইবোৰ প্ৰতিষ্ঠানৰ নাথাকিব আৰু বদনামৰ হাত এৰাই আপুনিও পূৰ্ণোদ্যমে ব্যৱসায় চলাই থাকিব পাৰিব। সৰু প্ৰতিষ্ঠানক আপোনাৰ ভেনে গম বিক্ৰি কৰিলে কিন্তু আপুনি বদনামৰ হাত এৰাব নোৱাৰিব; কিয়নো সৰু প্ৰতিষ্ঠানবোৰে এঠাইৰ পৰাহে গম কিনে। ভৱিষ্যতে ইয়াৰ উপৰিও কেতবোৰ বুদ্ধি খটুৱাব লাগিব।'

"ধন্যবাদ, আপোনাৰ পৰা বুদ্ধিটো জানি কৃতজ্ঞ হলোঁ। কিন্তু আপুনি যদি অনুগ্ৰহ কৰে আপোনাক মই মোৰ উদ্যোগ পামখনৰ মেনেজাৰ নিযুক্ত কৰিব খোজোঁ। উচিত দৰমহাৰ উপৰিও আপোনাক বছৰেকীয়া কমিচনো দিম।"

"আপুনি সঁচাকৈয়ে বৰ উদাৰ মানুহ। আপুনি মোৰ বাবে দয়া কৰি যি অনুগ্ৰহ দেখুৱাব বিচাৰিছে তাৰ বাবে আপোনাক অশেষ ধন্যবাদ। কিন্তু আপোনাৰ এই অনুগ্ৰহ মই ৰক্ষা কৰিব নোৱাৰিম বাবেহে মই বৰ দুখিত হৈছোঁ। কিয়নো মই এক বিশেষ আঁচনি লৈহে আমেৰিকালৈ যাব খুজিছোঁ।"

"বাৰু সেয়ে হব। আপুনি যাব খুজিছে যাব; কিন্তু যোৱাৰ আগতে অনুগ্ৰহ কৰি কৃষি পামখন এবাৰ চাই যাব। অন্ততঃ কাইলৈ মানে।'

হেনচাৰ্ডে নম্ৰভাৱে অনুৰোধৰ সুৰত ডেকাজনক কলে।

"ভাল,—নিশ্চয় চাই যাম।" ডেকাজনে সম্মতি প্ৰকাশ কৰিলে।

"আপোনাৰ দৰে এজন অচিনাকি ডেকা ভদ্ৰলোকৰ লগত হঠাতে চিনাকি হোৱাই নহয়, ভাঙেখিনি দৰকাৰী কথা পাতিব পাৰি মই সঁচাকৈয়ে বৰ কৃতজ্ঞ হৈছোঁ।

তাৰ পিছত মাইকেল হেনচাৰ্ডে বহা চকিখনত গাটো এৰি দি কিছু আবেগিক ভাবে কলে—"আপোনাক মোৰ বৰ আপোন আপোন যেন লাগিছে। আপোনাৰ আকৃতি-প্ৰকৃতি, কথা-বতৰা,

আনকি মুখৰ চেহেৰা মোৰ মৃত ভাইটোৰ লগত ভালেখিনি মিল আছে। সিয়ো এজন অতি চোকা বুদ্ধিৰ ডেকা আছিল। কিন্তু মোৰেই কপাল বেয়া, আজি কেইবছৰমান আগতে তাক অকালতে হেৰুৱালোঁ। মই বুদ্ধিত একেবাৰে কেঁচা। মূঠতে মই টিপ চহী দিয়া মানুহৰ দৰেই হোজা। মোৰ ব্যৱসায়ৰ বাবে আপোনাৰ দৰে এজন বুদ্ধিমান পটুলোক বিচাৰিছোঁ। আপোনাক লগ পালোঁ। যদিও আপোনাৰ দৰে সঙ্গী এজন পোৱাৰ ভাগ্য মোৰ নাই। বাৰু আপোনাক এটা কথা সোধো। সঁচাকৈ আপুনি আমেৰিকালৈ যোৱাটো খাটাং কৰি পেলাইছে নেকি? যদি তেনে কোনো খাটাং সিদ্ধান্ত কৰা নাই আপুনি মোৰ কৃষি পামৰ মেনেজাৰ হিচাবে থাকক। আপুনি বিচৰা মতে মই আপোনাক সকলোখিনি সুবিধা কৰি দিম।'

'মোৰ আঁচনি আৰু সিদ্ধান্ত প্ৰায় খাটাং। এই বিষয়ে মোক আৰু বেছি নধৰিব। অ' আপোনাক একো খাবলৈয়ে দিয়া নাই, ৰব অলপ মদ-পানী অনাওঁ।'

'নাই, নাই—নালাগে। মই মদ নাখাওঁৱেই। আগ বয়সত মই খুব মদ খাইছিলোঁ আৰু সেই মদেই মোৰ সাংসাৰিক জীৱন ধ্বংস কৰি দিছে। সেয়ে,—মিঃ ফাৰ্ফ্ৰি, মই এক পবিত্ৰস্থানত মদ নাখাবলৈ প্ৰতিজ্ঞা কৰিছোঁ।'

'ভাল, তেনেহলে। আপোনাক জোৰ নকৰোঁ। আপোনাৰ প্ৰতিজ্ঞাক মই সন্মান জনাইছোঁ।'

"ধন্যবাদ, মই আহোঁ। মই হয়তো অন্য এজন উপযুক্ত মেনেজাৰ পাম; কিন্তু উপযুক্ত মানুহ পাবলৈ আৰু বাট চাব লাগিব নিশ্চয়।'

হেনচাৰ্ড বহাৰ পৰা উঠি দুৱাৰ মুখৰ ফালে আগবাঢ়ি আহিল। স্কটিছ ডেকা ফাৰ্ফ্ৰিও কিছু চিন্তিত হৈ তেওঁৰ লগে লগে উঠি আহিল।

"সঁচাকৈয়ে আপোনাৰ কৃষি পামত থাকি আপোনাৰ সেৱা কৰিব পৰাহেঁতেন মই নিজেই ধন্য মানিলোহেঁতেন; কিন্তু,— কিন্তু নোৱাৰিম। মই যাবই লাগিব।' □

॥ ৮ ॥

এইদৰে সেই ৰাতিৰ বাবে মেয়ৰ হেনচাৰ্ড আৰু ডোনাল্ড ফাৰ্ফ্ৰিৰ এৰা এৰি হ'ল। ইটো কোঠাত এলিজাবেথ আৰু মাক চুচান খোৱাৰ মেজত বহি নিজ নিজ চিন্তাত মগ্ন হৈ আছিল। গিৰিয়েক হেনচাৰ্ডে অতীত জীৱনত কৰা দুষ্কৰ্মৰ বাবে অত্যন্ত লজ্জিত আৰু অনুতপ্ত হৈ মদ নাখাবলৈ কৰা প্ৰতিজ্ঞাৰ কথা জানি চুচানৰ মুখখন আচৰিতভাৱে উজ্জ্বল হৈ উঠিল। ইতিমধ্যে তেওঁলোকৰ খোৱা শেষ হৈছিল।

সিটো কোঠাত স্কটিছ ডেকা ফাৰ্ফ্ৰিয়ে কলিং বে'লটো টিপি কোঠাটোৰ পৰা ওলাই সমুখৰ লনখনলৈ নামি গ'ল আৰু বাহিৰতে পাৰি থোৱা চকি এখনত বহি সহজভাৱে গাটো এৰি দি পোহৰত উজ্জ্বল হৈ থকা বাহিৰৰ দৃশ্যটোলৈ চাই পঠিয়ালে। কলিং বে'লৰ শব্দ শুনি এলিজাবেথে বুজিলে কোঠাটোৰ পৰা খোৱা থাল আৰু বাচনবোৰ নিবলৈ কলিং বে'ল টিপিছে। তেওঁ ততালিকে কোঠাটোলৈ সোমাই গৈ মেজখন পৰিস্কাৰ কৰি সাজ-বাচনবোৰ ট্ৰেখনত লৈ ওলাই আহিল আৰু তেওঁলোকৰো খোৱা বাচনবোৰ ট্ৰেখনত তুলি লৈ বাচন ধোৱা ঘৰলৈ বুলি ওলাই গ'ল। কোঠাটোৰ পৰা তেনেকৈ ওলাই আহি বাহিৰৰ দৃশ্যটো বৰ নতুন নতুন লাগিল। তেওঁৰ চকুৰ আগত তেওঁলোকে বহুবছৰ ধৰি বাস কৰা সাগৰৰ পাৰৰ সেই অকণমান গৰীৱ পজাঁটিৰ দৃশ্য ভাহি উঠিল।

অকণমান আগুৱাই গৈ এটি অন্তৰস্পৰ্শী যোৱা গানৰ সুৰ শুনি এলিজাবেথ হঠাতে থমকি ৰ'ল। তেওঁ দেখিলে লনখনৰ ক্ষীণ পোহৰ পৰি থকা একোনত কেইজনমান মানুহৰ মাজত বহি স্কটিছ ডেকাজনে মাতটো কিছু সৰু কৰি গান গাই আছে। ডেকাজনৰ লগত বহি থকা মানুহ কেইজনো সেই হোটেলতে থকা যাত্ৰী।

আশে-পাশে বহি থকা লোক আটায়ে ফাৰ্ক্রিৰ গানত বিমোহিত হৈ পৰিছিল। গানৰ বিষয়-বস্তু আৰু সুৰ ইমানেই করুণ আছিল যে এলিজাবেথো অভিভুত হৈ পৰিছিল। কব নোৱাৰাকৈয়ে তেওঁৰ চকুকেইটা চল্‌চলীয়া হৈ উঠিল। নিজৰ হাতত যে খোৱা লেতেৰা বাচনবোৰ আছে এই কথা এক মুহূৰ্তৰ বাবে হলেও এলিজাবেথে পাহৰি গ'ল। তাৰ পিছত তেওঁ লৰালৰিকৈ বাচনবোৰ বাচন খোৱা ঘৰটোত থৈ আহি বাৰান্দাৰ একোণত বৈ ফাৰ্ক্রিৰ গান শুনিলে।

গান শেষ হোৱাত আটায়ে ফাৰ্ক্রিক প্ৰশংসা কৰিলে আৰু তেওঁৰ লগত চা-চিনাকি হৈ নানা তৰহৰ কথা পাতিবলৈ ধৰিলে। এলিজা-বেথে ফাৰ্ক্রিৰফালে চাই তেওঁৰ কথাবোৰ শুনি আছিল। ইতিমধ্যে হোটেলৰ মালিকৰ পৰিবাৰেও আহি এলিজাবেথৰ ওচৰতে বৈ ফাৰ্ক্রিৰ গান আৰু কথা-বতৰা শুনি আছিল।

ৰাতি ভালেখিনি হোৱাত ফাৰ্ক্রিয়ে শুবলৈ ইচ্ছা কৰি বহাৰ পৰা থিয় হ'ল। হোটেলৰ মালিকনীয়ে এলিজাবেথক ফাৰ্ক্রিৰ বিচনা আঠুৱা আদি ঠিক কৰি দিবলৈ নিৰ্দ্দেশ দিলে। এলিজাবেথে তাৰ পৰা তাৰাতাৰি গৈ বিচনা ঠিক কৰি কোঠাৰ পৰা ওলাই আহিবলৈ খোজোতেই ফাৰ্ক্রি সোমাই আহিল। দুয়ো দুয়োলৈ চালে আৰু মিচিকি হাঁহিৰে কিবা যেন বিনিময় কৰিলে। তাৰ পিছত অকণমান সময়ো তাৰ্ত নবৈ এলিজাবেথ মাক থকা কোঠাটোলৈ সোমাই আহিল।

কোঠাটোত সোমাই এলিজাবেথে দেখিলে মাকে তেতিয়াও কিবা চিন্তা কৰি বহি আছে। এলিজাবেথ মাকৰ ওচৰ চপাৰ লগে লগে সিটো কোঠাত থকা স্কটিছ ডেকাজনে যাতে শুনিবলৈ নাপায় তেনেভাৱে মাকে এলিজাবেথক ফুচ্‌ফুচাই ক'লে—'আমি এটা ভুলেই কৰিলোঁ।'

'কি ভুল মা ?'

"মানে তুমি হোটেলত এনেদৰে কাম কৰাৰ বাবে মেয়ৰ আৰু নগৰৰ এজন বিশিষ্ট সম্মানিত ব্যক্তি হিচাবে তেওঁৰ সম্মানত নিশ্চয় আঘাত কৰা হব। তেওঁৰ সম্মানৰ কথা চিন্তা কৰিয়েই এনেকাম নকৰাই ভাল আছিল।"

মাকতকৈ এলিজাবেথ যিকোনো ক্ষেত্ৰতে অতি সজাগ। মেয়ৰ হেনচাৰ্ডৰ লগত তেওঁলোকৰ প্ৰকৃত সম্বন্ধৰ কথা জনাহেতেঁন এলিজাবেথে হোটেলত পইচাৰ অভাৱত হলেও কেতিয়াও পৰিচাৰিকাৰ কাম নকৰিলেহেতেঁন। সেযে মাক আৰু তেওঁৰ বাবে হেনচাৰ্ড দুজন বেলেগ ব্যক্তি। তথাপি মাকক সন্তুষ্ট কৰিবলৈয়ে এলিজাবেথে কলে—

'এতিয়াও বিশেষ একো হোৱা নাই মা। যিজন মানুহক মই পৰিচাৰ্য্যা কৰিছোঁ তেওঁ অত্যন্ত ভদ্ৰ আৰু শিক্ষিত মানুহ। মই ভাবোঁ এনে এজন শিক্ষিত ভদ্ৰলোকক পৰিচৰ্য্যা কৰা বা তেওঁৰ লগত চা-চিনাকি হোৱাত একো সম্মানহানিৰ কথা হোৱা নাই।'

ৰাতি বেছি হোৱা বাবে আৰু বিশেষ কথা-বতৰা নাপাতি মাক-জীয়েক দুয়ো শুই থাকিল।

## ॥ ৯ ॥

পিছদিনা এলিজাবেথে ৰাতিপুৱা শুই উঠি তেওঁলোক থকা কোঠাটোৰ পৰা খিৰিকিখন খুলি দিওঁতে কোঠাটোৰ ভিতৰলৈ এজাক শীতল অথচ বৰ মিঠা বতাহ সোমাই আহিল। এলিজাবেথৰ গা-মন বৰ ভাল লাগিল। হোটেলৰ সমুখত থকা ফুলৰ গছবোৰত উৰি ফুৰা মৌ-মাখিৰ গুণ্-গুণনিয়ে এলিজাবেথৰ কাণত মৌ-বৰষিলে।

আগদিনা দেখাতকৈ কেম্ব্ৰিজ চহৰখন তেওঁৰ বেলেগ বেলেগ লাগিল। তেওঁৰ অনুমান হ'ল কেম্ব্ৰিজ চহৰখন ঠিক চহৰ নহয় এখন কৃষি প্ৰধান উন্নত গাওঁহে। তেওঁ খিৰিকিৰ কাষতে বিচনাত বহি তন্ময় হৈ ফুলৰ ওপৰত উৰি ফুৰা মৌ-মাখিবোৰলৈ চাই থাকিল।

হঠাতে ওচৰৰ কোঠাটোৰ পৰা অহা শব্দ এটা শুনি এলিজাবেথে খিৰিকিৰে সেই ফাললৈ অলপ হালি চাই পঠিয়ালে। তেওঁ দেখিলে স্কটিছ ডেকাজনে বাৰান্দাতে বৈ ৰাজপথলৈ চাই আছে। এলিজাবেথেও ৰাজপথলৈ নিৰীক্ষণ কৰিলে। দেখিলে মেয়ৰ হেনচাৰ্ডে ৰাজপথেৰে লাহে খোজ কাঢ়ি হোটেলৰ সমুখেৰে আগুৱাই যাবলৈ ধৰিছে। কিন্তু ফাৰ্ফ্ৰিক দেখা পাই ঘূৰি আহি হোটেলৰ বাৰান্দাতে উঠিলহি আৰু হাঁহি এটি মাৰি কলে—

"ইমান সময়ে আপুনি গ'লগৈয়ে বুলি ভাবিছিলোঁ।'

'হয়,—যাবলৈ এই ওলাইছোৱেই।'

'আপুনি কোন পিনে যাব?'

'মই চহৰৰ একেবাৰে বাহিৰত থকা ষ্টেচনটোলৈ খোজ কাঢ়ি যাম। তাৰ পৰাহে জাহাজ ঘাটলৈ যোৱাৰ ব্যৱস্থা কৰিব পাৰিম।'

'ভালেই হ'ল বলক।" মযো সেইপিনে যাম। একেলগে খোজকাঢ়ি যাব পাৰিম।"

'তেনেহলে আপুনি অকণমান ৰব, মই ওলাই আহোঁ।"

মাত্ৰ কেইমিনিটমান পিছতে স্কটিছ ডেকাজন হাতত এটি বেগ লৈ কোঠাটোৰ পৰা ওলাই আহিল। হেনচাৰ্ডে লক্ষ্য কৰিলে ডেকাজন সচাঁকৈয়ে যোৱাৰ প্ৰস্তুতিতেই ওলাই আহিছে। হেনচাৰ্ডে কলে—"আপুনি যাবগৈ যেতিয়া আৰু কি কম! কিন্তু আপুনি মোৰ লগত থকাহেঁতেন মই বৰ সুখ পালোহেঁতেন।'

'ঠিক কথাকেই কৈছে। কিন্তু, কিন্তু মই নগলে মোৰ আঁচনিয়েই মিছা হৈ যাব।'

ইতিমধ্যে এনেদৰে কথা কৈ কৈ দুয়ো হোটেলৰ চৌহদৰ পৰা ওলাই ৰাজপথত উঠাত তেওঁলোকৰ কথা-বতৰা খিৰিকিৰে শুনি থকা

এলিজাবেথে আৰু চুগুনা হ'ল। এলিজাবেথে মাত্ৰ লক্ষ্য কৰিলে দুয়ো কেতিয়াও কিবা-কিবি কথা-বতৰা পাতি গৈ আছে আৰু হেনচাৰ্ডে ডেকাজনক ভদ্ৰভাৱে অথচ জোৰ কৰি কিবা বুজাবলৈ চেষ্টা কৰিছে। এটা সময়ত ৰাজপথৰ ভাজঁটোৰে আগুৱাই যোৱাত তেওঁলোকক আৰু নেদেখা হ'ল?

"মানুহজনৰ বৰ ভাল যেন লাগিল। কিন্তু, তেওঁ গ'লগৈ। যোৱাৰ সময়ত মোক এবাৰ মাতো নিদিলে। ঠিকেই, মাত দি যাবলৈতো মই তেওঁৰ কোনো নহও!'—এলিজাবেথে নিজৰ মনতে কথাবোৰ ভাবিলে।

এলিজাবেথে লক্ষ্য কৰিছিল—স্কটিছ ডেকাজন যাবৰ সময়ত বাৰান্দাৰ পৰা নামিযেই তেওঁৰ ফালে এবাৰ চাইছিল, কিন্তু কোনো হাঁহি-মাত নকৰাকৈ ডেকাজন গুচি গ'লগৈ।

এলিজাবেথে মাকৰ ফালে ঘূৰি চালে। দেখিলে মাকেও বহি বাহিৰলৈ চাই কিবা চিন্তা কৰি আছে।

"মা, তুমি এতিয়াও খুব চিন্তা কৰি আছা!'

'অ, আইজনী, মই চিন্তা কৰিছোঁ, অকণমান সময়ৰ কাৰণে লগ পোৱা এই স্কটিছ ডেকাজনক মেয়ৰজনে ইমান ভাল পাব পাৰে! মানুহজন আগতে সদায় এনেকুৱাই আছিল। বৰ্ত্তমানেও কোনো আত্মীয় বা চিনাকি নোহোৱা স্বত্বেও তেওঁ যে মানুহক এনেদৰে আন্তৰিকতাৰে আপোন কৰি লব পাৰিছে, তেওঁ এসময়ৰ অতি আত্মীয়জনকনো আপোন কৰি লব নোৱাৰিব নে?'

ইতিমধ্যে মাক-জীয়েক দুয়ো এনেদৰে কথা কৈ বাত্তিপুৱাৰ চাহ-কটি খাই থাকোঁতে ৰাজপথত তেওঁলোকে দেখিলে শুকান ধাঁহ বোজাই কৰা পাঁচখন ডাঙৰ লৰীমটৰ সমুখেৰে পাৰ হৈ গ'ল আৰু প্ৰতিখন গাড়ীৰে পিছত একোখন নাম ফলকত ৰংৰে লিখা আছিল—'হেনচাৰ্ড,—শস্য উৎপাদক আৰু ধাঁহ সদাগৰ।' এক আচৰিত ভাৱত চুচানৰ মনটো উজ্জল হৈ উঠিল। চুচানে মনতে ঠিক কৰিলে

যে তেওঁৰ নিজৰ কাৰণে নহলেও জীয়েক এলিজাবেথৰ ভৱিষ্যত জীৱনৰ কাৰণেই হেনচাৰ্ডে তেওঁলোকে লগ ধৰিব।

জীয়েক এলিজাবেথক অকলে হেনচাৰ্ডৰ ওচৰলৈ পঠাবলৈ ঠিক কৰি হেনচাৰ্ডক এনেদৰে সুধিবলৈ কলে যে হেনচাৰ্ডৰ নিচেই সম্বন্ধীয় চুচান নামৰ বিধবা তিৰোতা এগৰাকীয়ে তেওঁক লগ পাবৰ বাবে এই চহৰতে আছেহি। মাকে এলিজাবেথক পুনৰ কলে—'যদি তেওঁ মোক চিনি নাপাও বুলি কয় বা আমাক লগ ধৰিবলৈ ইচ্ছা নকৰে তেনেহলে তেওঁক লগ নধৰাকৈয়ে আমি তুৰন্তে এই চহৰ এৰি গুচি যাম। তেওঁক আমি কোনো আমনি নকৰোঁ।"

এলিজাবেথ যাবলৈ সাজু হ'ল। কিয়নো ইতিমধ্যে যথেষ্ট সময় হৈ গৈছে আৰু কিছু আগতে ওলাই যোৱা হেনচাৰ্ড নিশ্চয় কোনোবা পিনেৰে ঘৰলৈ আহি নিজৰ কামত ব্যস্ত হৈ পৰিছে।

এলিজাবেথ যাবলৈ ওলাই মাকক সুধিলে—"যদি তেওঁ তোমাক চিনি পাওঁ বুলি কয় আৰু লগ ধৰিবলৈ ইচ্ছা কৰে তেনেহলে?"

"তেনেহলে তেওঁ আমাক বা মোক ক'ত, কেতিয়া, কেনেকৈ লগ ধৰিব এই সম্পৰ্কে এটুকুৰা কাগজত লিখি তোমাৰ হাতত দি পঠিয়াবলৈ কবা।"

এলিজাবেথ কোঠাটোৰ পৰা ওলাই বাৰন্দাৰ পৰা ঠিক নামিবলৈ লওঁতেই মাকে পুনৰ কলে -'আৰু শুনা তেওঁক কবা যে মোৰ তেওঁৰ ওচৰত কোনো দাবী বা অনুৰোধ নাই। মাত্ৰ তেওঁৰ জীৱনত হোৱা অভাৱনীয় উন্নতিত মই অত্যন্ত সুখী হৈছোঁ। ভগৱানে তেওঁৰ জীৱন মধুময় আৰু দীৰ্ঘায়ু কৰক।'

চুচানৰ অন্তৰৰ পৰা যেন এই শেষৰ কথাখিনি কব নোৱাৰাকৈ ওলাই আহিল। তেওঁলোকৰ আগ জীৱনৰ ঘটনাৰ কোনো কথাকে নজনা এই অবুজ ছোৱালীজনীৰ আগত তেনেদৰে হেনচাৰ্ডলৈ কৈ পঠিয়াই চুচান নিজেই বৰ লজ্জিত আৰু সচেষ্ট হৈ পৰিল।

তেতিয়া ৰাতিপুৱা দহমান বাজিছিল। সেইদিনা বজাৰদিন আছিল। এলিজাবেথ বজাৰদিনৰ ব্যস্ত ৰাজ পথেৰে লাহে লাহে আগুৱাই গৈ থাকিল। তেওঁ ভাবিলে, তেওঁলোক কেও-কিছু নোহোৱা একেবাৰে নিঃসহায় দাল-দৰিদ্ৰ হৈয়ো চহৰৰ আটাইতকৈ সন্মানিত আৰু ধনী-সদাগৰ জনৰ ওচৰত আপোন বুলি চিনাকি দিবলৈ আহিছে। কথাটো বৰ বিসদৃশ যেন লাগিল। এলিজাবেথে মনতে ভগৱানক স্মৰণ কৰিলে।

এলিজাবেথে দেখিলে ইতিমধ্যে ৰাস্তাৰ দুয়ো কাষৰ দোকান বোৰ খোলা হৈছে আৰু বিক্ৰিৰ বাবে বিভিন্ন সামগ্ৰী দোকানৰ সমুখত সুন্দৰকৈ সজাই পৰাই ৰাখিছে। ব্যৱসায়ীয়ে বোজাই লৰীবোৰ ৰাস্তাৰ দুয়োকাষে শাৰীপাতি থিয় কৰাই থৈছে। বেচিবলৈ অনা ধোঁৱা আৰু গাহৰিবোৰ এডোখৰ ঠাইত জুম কৰি ৰাখিছে। এলিজাবেথে লক্ষ্য কৰিলে বজাৰত মানুহবোৰ বস্তু-বাহানি বিশেষকৈ সা-সৰঞ্জাম বেচা-কিনাত বৰ ব্যস্ত হৈ পৰিছে।

ৰাস্তাৰ দুয়োকাষে বহা ব্যস্ত বজাৰ আৰু বিৰাট ব্যৱসায়ী প্ৰতিষ্ঠানৰ মাজেৰে আগুৱাই যাওঁতে সাগৰৰ পাৰৰ অকলশৰীয়া জুপুৰীত থাকি মাছধৰা জালগুঠি জীৱন নিৰ্বাহ কৰা এলিজাবেথে কিছু অস্বস্তিবোধ কৰিছিল। গুলপীয়া ৰঙৰ ইটাৰে তৈয়াৰী হেমচাৰ্ডৰ বিৰাট আকাৰৰ সুন্দৰ ঘৰটি বিচাৰি উলিওৱাত তেওঁৰ অকণো অসুবিধা নহ'ল।

গে'টৰ দুৱাৰ খোলা আছিল। গে'টৰ দুৱাৰখনৰ ওচৰতে অকণমান বৈ এলিজাবেথে ভিতৰলৈ চাই পঠিয়ালে। প্ৰায় এক ফাৰ্লং ঠাই আগুৰি হেনচাৰ্ডৰ ঘৰৰ চৌহদটো সুন্দৰ ফুলনি বাগিচা, পৰিপাটিকৈ ৰখা গুকান ধাঁহৰ দম আৰু বিভিন্ন মজুত শস্যৰে পুৰ হৈ আছে। এলিজাবেথ খোলা দুৱাৰখনেৰে কিছুদূৰ সোমাই গৈ হেনচাৰ্ডৰ ভাবিব নোৱাৰা বিৰাট শস্যৰ মজুত ভঁৰালবোৰ দেখি আচৰিত হ'ল।

হেনচাৰ্ডে সেই সময়ত আগ্নগৃহত নাছিল। এলিজাবেথ অকণমান আগুৱাই গৈ হেনচাৰ্ডক ক'ত লগ পাব বুলি তাত কাম কৰি থকা মানুহ এজনক সুধিলে। মানুহজনে এলিজাবেথক এটি কাৰ্য্যালয় কোঠালৈ আঙুলিয়াই তাত থকা বুলি কলে। এলিজাবেথে কোঠাটোৰ ওচৰলৈ গৈ দুৱাৰত টুকুৰিয়াই দিয়াত 'ভিতৰলৈ আহক' বুলি উত্তৰ আহিল। ভিতৰ সোমাই এলিজাবেথে দেখিলে এখন ডাঙৰ টেবুলৰ ওচৰত মানুহ এজন বহি আছে আৰু টেবুলৰ ওপৰত সজাই থোৱা শস্যৰ নমুনৰ বিভিন্ন সৰু টোপোলাৰ পৰা এটি টোপোলা লৈ তেওঁ নিজৰ হাতত বাকি ভাল-বেয়া কিবা-কিবি পৰীক্ষা কৰি আছে। মানুহজন আছিল হোটেলত লগ পোৱা সেই স্কটিছ ডেকাজন। তেওঁক হঠাতে কোঠাটোত দেখি এলিজাবেথে কিছু থৎমৎ খালে। ডেকাজনে তেওঁলৈ চাই সুধিলে—'অ, কাক বিচাৰিছে ?'

এলিজাবেথে কলে—'মই মেয়ৰ মিঃ হেনচাৰ্ডক লগ পাব বিচাৰিছোঁ।'

"অলপ বহক ; তেওঁ এতিয়া অকণমান ব্যস্ত আছে।"

ডেকাজনে চকি এখন এলিজাবেথলৈ আগবঢ়াই দিলে আৰু তেওঁ পুনৰ শস্যৰ-নমুনা পৰীক্ষা কৰাত মন দিলে। হোটেলত যে এলিজাবেথক লগ পাইছিল এনেকোনো ভাৱ ডেকাজনৰ ব্যৱহাৰত পৰিলক্ষিত নহ'ল। এলিজাবেথে চকিখনত বহি নীৰৱে ডেকাজনলৈ লক্ষ্য কৰিলে।

আমেৰিকালৈ যাবলৈ ওলোৱা স্কটিছ ডেকা মিঃ ডোনাল্ড ফাৰ্ফ্রি কেনেকৈ মিঃ হেনচাৰ্ডৰ কাৰ্য্যালয় পালেহি সেই বিষয়ে অকণমান কোৱাটো ভাল হব। ৰাতিপুৱা হোটেলৰ পৰা হেনচাৰ্ডৰ লগত কথা পাতি ফাৰ্ফ্রি গৈ থাকোঁতে হেনচাৰ্ডে পুনৰ কলে—"আপোনাৰ ইচ্ছাক বাধা দিয়াৰ মোৰ কোনো অধিকাৰ নাই। কিন্তু এবাৰ ভাবি চাওক,—আপুনি বিচৰামতে যদি ইয়াত সুবিধা পায়,—আৰু বিজ্ঞান-সম্মতভাৱে কাম কৰি নিজ জন্মভূমিক সেৱা কৰে,—তেনেহলে ইয়াতকৈ আৰু কি-মহৎ কাম হব পাৰে ! এনে শস্যশ্যামলী জন্মভূমিক এৰি যাবলৈ আপোনাৰ মনত অকণো বেজাৰ লগা নাইনে ?

জন্মদাতৃ মাতৃ আৰু জন্মভূমিৰ মাজত কি পাৰ্থক্য আছে বাৰু? জন্মভূমিৰ কাৰণে মানুহে জীৱন ত্যাগ কৰাৰ উদাহৰণ আপোনাক দিয়াৰ প্ৰয়োজন নাই। তেনেস্থলত মোৰ ব্যৱসায়ৰ কাৰণে নহলেও নিজ জন্মভূমিৰ কাৰণেই আপুনি অকণো ত্যাগ কৰিব নোৱাৰেনে?

হেনচাৰ্ডৰ কথাত ফাৰ্ফ্ৰিৰ অন্তৰত এক অবুজ আবেগে আঘাত কৰিলে। কব নোৱাৰাকৈ নগৰৰ বাহিৰৰ বিস্তৃত শস্য-ক্ষেত্ৰলৈ চাই তেওঁৰ চকু চল্‌চলীয়া হ'ল। এটা সময়ত তেওঁ থমকি ৰ'ল আৰু ক'লে—

"মই আমেৰিকালৈ যোৱাৰ আশা সম্পূৰ্ণভাৱে ত্যাগ কৰিলোঁ। মই ইয়াতে থাকি আপোনাৰ ব্যৱসায়ৰ সহযোগী হৈ থাকিম।"

হেনচাৰ্ডে আচৰিতভাৱে ফাৰ্ফ্ৰিৰ মুখলৈ চালে। তেওঁৰ মুখখন আত্মতুষ্টিত উজ্জ্বল হৈ উঠিল। হেনচাৰ্ডে ক'লে—

'বৰ সুখ পালোঁ। আজিৰ পৰা আপুনি মোৰ বৰ অন্তৰঙ্গ বন্ধু! আপুনি যি ধৰণে বিচাৰে তেনেভাবে মোৰ লগত লিখা-লিখি কৰি লব পাৰে। মই সকলো সুবিধাকেই আপোনাক দিম। আপুনি সুবিধাজনক থকা ঠাইৰ ব্যৱস্থা নকৰালৈকে মোৰ ঘৰতেই থাকিব।'

তাৰ পৰা দুয়ো হেনচাৰ্ডৰ ঘৰলৈ ঘূৰি আহিল। হেনচাৰ্ডে ফাৰ্ফ্ৰিক তেওঁক ব্যৱসায় প্ৰতিষ্ঠান আৰু শস্যৰ ভৰাঁলসমূহ ভালদৰে দেখুৱালে আৰু হেনচাৰ্ড এঠাইত কিবা কামত অকণমান ব্যস্ত থকা সময়ত এলিজাবেথ সোমোৱা সেই কাৰ্য্যালয় কোঠাটোত ফাৰ্ফ্ৰি ইতিমধ্যে বহিছিলহি।

॥ ১০ ॥

মিঃ ডোনাল্ড ফাৰ্ক্বিৰ ফালে একান্তভাৱে নীৰৱে কিছুসময় লক্ষ্য কৰি বহি থাকোঁতে ওচৰৰে অন্য এটি কোঠাত হেনচাৰ্ডৰ মাত শুনি এলিজাবেথ বহাৰ পৰা থিয় হ'ল আৰু পৰ্দাখন ঠেলি সিটো কোঠালৈ সোমাই গৈ দেখিলে হেনচাৰ্ডে বহি গভীৰভাৱে কিবা চিন্তা কৰি আছে ।

এলিজাবেথে হেনচাৰ্ডক নমস্কাৰ জনালে । হেনচাৰ্ডে মূৰ তুলি এলিজাবেথক এবাৰ চাই ল'লে আৰু মৰমলগাকৈ সুধিলে—"অ, কাক বিচাৰিছা আইটি ?"

"মই আপোনাক লগ পাব বিচাৰিছোঁ ; কিন্তু,—কিন্তু ব্যৱসায় সংক্ৰান্তত নহয় ।" এলিজাবেথে নম্ৰভাৱে ক'লে ।

"এৰা, মই ধৰিব পাৰিছোঁ ; বহা । কিন্তু, মোক লগ পাব খোজাৰ উদ্দেশ্য ?" হেনচাৰ্ডে চিন্তাযুক্তভাৱে এলিজাবেথলৈ চালে ।

এলিজাবেথে অতি বিনম্ৰভাৱে ক'লে—"বৈবাহিক সূত্ৰে আপোনাৰ দূৰ সম্পৰ্কীয় চুচান নিউচন নামৰ এগৰাকী নাবিকৰ বিধৱা পত্নীয়ে আপোনাক লগ পাবৰ বাবে এই চহৰতে আছেহি । তেৱেঁই মোক আপোনাৰ ওচৰলৈ পঠিয়াইছে । আপুনি তেওঁক লগ দিব ইচ্ছা কৰে নে নকৰে, এই বিষয়ে সুধি পঠিয়াইছে ।"

চুচানৰ নাম শুনাৰ লগে লগে হেনচাৰ্ডৰ মুখৰ চেহেৰাৰ সামান্য পৰিবৰ্তন হ'ল । কিন্তু নিজকে সংযত কৰি খুব কষ্টেৰে যেন সুধিলে—

"অ, চুচান ! তেওঁ বৰ্তমানেও জীয়াই আছে ?"

'হয় ।'

'তুমি,—তুমি তেওঁৰ জীয়েক নহয় জানো ?'

'হয়, তেওঁৰ একমাত্ৰ জীয়েক ।'

"তোমাৰ নামটো কি আছিল ?"

"মোৰ নাম এলিজাবেথ জেন।"

"উপাধি কি লিখা,—নিউচন নে ?"

"হয়,—মোৰ পূৰা নাম এলিজাবেথ জেন নিউচন।"

এলিজাবেথৰ 'নিউচন' উপাধিটোৰ পৰা হেনচাৰ্ডে তৎক্ষণাতে অনুমান কৰিব পাৰিলে যে, তেওঁলোকৰ আগজীৱনত ঘটা সেই দুৰ্ভাগ্যজনক ঘটনাটোৰ বিষয়ে নিশ্চয় এই হতভগীয়া ছোৱালীজনীৰ আগত চুচানে কেতিয়াও কোনো কথাকেই কোৱা নাই। হয়তো আনৰ আগতো ব্যক্ত কৰা নাই। তেওঁ কেতিয়াও ভাবিব পৰা নাছিল যে তেওঁৰ মৰমৰ পত্নী চুচান আৰু একমাত্ৰ জীয়েক এলিজাবেথৰ প্ৰতি তেওঁ কৰা অমানৱীয় নিষ্ঠুৰ ব্যৱহাৰৰ কথা চুচানে পাহৰি তেওঁৰ সন্মানত আঘাত নকৰাকৈ থাকিব! চুচানৰ প্ৰতি হেনচাৰ্ডৰ অন্তৰ মৰম আৰু আবেগত অভিভূত হৈ পৰিল।

'তোমালোকৰ খবৰ পাই মই সঁচাকৈয়ে অতি আনন্দিত হৈছোঁ। যেহেতু ই ব্যৱসায় সম্বন্ধীয় কথা নহয়, সম্পূৰ্ণ আমাৰ ব্যক্তিগত আনন্দৰ কথাহে, গতিকে আমি ভিতৰলৈ যাওঁ ব'লা। তাতেই আমি সকলো কথা হ'ম।'

হেনচাৰ্ডৰ ইমান বছৰৰ মূৰত অকণমানি জীয়েক এলিজাবেথক আচৰিতভাৱে হঠাতে এই গাভৰু অৱস্থাত পাই মনৰ আনন্দতে বৰ মৰম কৰিবলৈ ইচ্ছা গৈছিল, কিন্তু অসীম ধৈৰ্য্যসহকাৰে তেওঁ নিজকে সংযত কৰি ৰাখিলে।

হেনচাৰ্ডে কাৰ্য্যালয়ৰ সেই কোঠাটোত এলিজাবেথৰ লগত বৰ বেছি কথা হবলৈ ইচ্ছা নকৰিলে—এই কাৰণেই যে সিটো কোঠাত থকা তেওঁৰ নৱনিযুক্ত মেনেজাৰ মিঃ ফাৰ্ফ্ৰিয়ে তেওঁলোকৰ সকলো কথা-বতৰা শুনিবলৈ পাব, আৰু হয়তো তেতিয়া কিবা সন্দেহ কৰিব পাৰে।

হেনচাৰ্ডৰ অতি আপোন আপোন লগা কথা-বতৰা আৰু

ব্যৱহাৰত এলিজাবেথ কল্পনা কৰিব নোৱাৰাভাৱে আচৰিত আৰু আনন্দিত হ'ল।

তেওঁলোক দুয়ো কোঠাটোৰ পৰা ওলাই এখন ধুনীয়া ফুলনিৰ মাজেৰে আগুৱাই গ'ল। হেনচাৰ্ড যথেষ্ট চিন্তাযুক্তভাৱে গৈ আছিল যদিও মনৰ আবেগ ঢাকি ৰাখিবৰ বাবে তেওঁ এলিজাবেথক ইটো সিটো দেখুৱাই গৈছিল। তেওঁলোকে গৈ অত্যাধুনীক দামী আৰ্চ-বাবেৰে ধুনীয়াকৈ সজোৱা কোঠা এটিত প্ৰৱেশ কৰিলে। এলিজাবেথে লক্ষ্য কৰিলে কোঠাটোৰ একাষে চেল্‌ফত 'ফেমিলি বাইবেল', 'জোচেফ আৰু হল,' 'ডিউটি অৱ মেন' নামৰ তিনিখন মূল্যবান গ্ৰন্থ সজাই থোৱা আছে। মজিয়াখন ফুলাম কাৰ্পেটেৰে ঢাকি ৰাখিছে।

'বহা,- এলিজাবেথ জেন, বহা।'

'এলিজাবেথ জেন' নামটো উচ্চাৰণ কৰোঁতে মাইকেল হেনচাৰ্ডৰ মাতটো কিছু কঁপিছিল। এলিজাবেথ এখন চকিত বহিল। হেনচাৰ্ডে অন্য এখন চকিত বহি সুধিলে—'বাৰু, তোমাৰ মাৰাৰ সম্পূৰ্ণ ভাল নে?'

"ঠিক ভাল বুলিব নোৱাৰি. তথাপি ভালেই। মাত্ৰ বহুদূৰ আহোঁতে মা যথেষ্ট ভাগৰি দুৰ্বল হৈ পৰিছে।"

"এজন নাবিকৰ বিধবা পত্নী, তেনেহলে নাবিকজন কেতিয়া ঢুকাল?"

"দেউতা যোৱা বসন্তকালতে ঢুকাল।"

এলিজাবেথৰ মুখেৰে উচ্চাৰিত হোৱা 'দেউতা' শব্দটোৱে হেনচাৰ্ডৰ অন্তৰত বাৰুকৈয়ে আঘাট কৰিলে। যথেষ্ট কষ্টেৰে যেন পুনৰ সুধিলে—'তোমালোক এতিয়া আমেৰিকাৰ পৰা আহিছানে অষ্ট্ৰেলি-য়াৰ পৰা?'

'নহয়,—আমি কিছুবছৰ আগৰ পৰাই ইংলণ্ডত আছোঁহি। মোৰ বাৰ বছৰ বয়সতে আমি কানাডাৰ পৰা ইয়ালৈ আহিছোঁ।'

"অ, হয় নেকি ! বাৰু, তোমাৰ মাৰা এতিয়া ক'ত আছে ?'

"প্ৰিং মেৰিনাৰচ্ হোটেলত ।"

"আৰু, তুমি তেওঁৰ জীয়েক এলিজাবেথ জেন ?"

হেনচাৰ্ডে অতি আবেগেৰে পুনৰ একে প্ৰশ্নকে কৰিলে আৰু বহাৰ পৰা উঠি এলিজাবেথৰ একেবাৰে ওচৰলৈ আহি তেওঁৰ মুখখনলৈ একেথৰে চাই থাকিল। হঠাতে তেওঁৰ চকুজুৰি আচৰিত ভাৱে সেমেকি পৰিল আৰু দুয়োটি চকুৰ পৰা দুধাৰি চকুলো ওলাই আহিল। তেওঁ অন্যফালে মুখখন ঘূৰাই চকু দুটা মুচি ললে। হেনচাৰ্ডে তেওঁৰ বিবেকহীনতাৰ বলি হোৱা একমাত্ৰ জীয়েকে আজি ধুনীয়া গাভৰুজনী হৈয়ো দুখীয়া লোকৰদৰে কেনেদৰে কাপোৰ-কানি পিন্ধিছে ! নিজকে চম্ভালি তেওঁ ঠোকাঠুকি মাতেৰে কলে,—

'তোমাৰ মাৰালৈ মই কাগজ এটুকুৰা লিখি দিওঁ। মই তেওঁক লগ পাবই লাগিব।'

এলিজাবেথে বিশেষ একো কবলৈ নৌপাওঁতেই হেনচাৰ্ডে মাকলৈ চিঠি লিখিবলৈ খোজাত তেওঁ বৰ ভাল পালে।

হেনচাৰ্ড টেবুলৰ ওচৰত বহিল আৰু এটুকুৰা কাগজত কিবা কিবি লিখিলে। তাৰ পিছত বুকৰজেপৰ পৰা পাঁচ গিনি নোট এখন উলিয়াই এটা খামত চিঠিখন আৰু নোটখন ভৰাই খুব সাৱধানেৰে আঠা লগাই বন্ধ কৰিলে। খামটোৰ ওপৰত 'মিচেচ্ নিউচন', থ্ৰি মেৰিনাৰচ্ হোটেল' এনেদৰে ঠিকনা লিখি এলিজাবেথৰ হাতত দি কলে—

'চিঠিখন তুমি নিজহাতে মাৰাক দিবা। তোমাক লগ পাই মই অতি সুখী হৈছোঁ, বুজিছা,—অতি সুখী হৈছোঁ। তোমাৰ লগত মই আৰু কথা-বতৰা পাতিব লাগিছিল; কিন্তু এতিয়া নাপাতো।'

হেনচাৰ্ডে নিজকে চম্ভালিব নোৱাৰিলে। এলিজাবেথৰ হাত এখন ধৰি অত্যন্ত বিহ্বলভাৱে নিজৰ বুকুৰ মাজত হেচি ধৰিলে।

এলিজাবেথে লক্ষ্য কৰিলে হেনচাৰ্ডৰ দুয়োটা চকু পানীৰে ভৰি পৰিছে। তেওঁ সপোনতো ধাৰণা কৰিব পৰা নাছিল মাকৰ এসময়ৰ চিনাকি চহৰৰ অতি ধনী আৰু সম্মানিত হেনচাৰ্ড তেওঁলোকৰ বাবে এনেদৰে বিহ্বল হৈ পৰিব আৰু তেওঁক আন্তৰিকতাৰে এনে আপোন-ভাৱে আদৰিব। হেনচাৰ্ডৰ মৰমত এলিজাবেথ আচৰিত হোৱাৰ লগতে বৰ অভিভূত হৈ পৰিল। এটা সময়ত হেনচাৰ্ডে এলিজা-বেথৰ হাতখন বুকুৰ মাজৰ পৰা এৰি দিলে আৰু চিঠিখন লৈ এলিজাবেথ কোঠাটোৰ পৰা আনন্দ অশ্রু মিহলি অন্তৰেৰে ওলাই আহিল।

হেনচাৰ্ড কিছুসময় কোঠাটোৰ দুৱাৰ বন্ধ কৰি তাতেই নীৰৱে কিবা চিন্তা কৰি বহি থাকিল। সেই দিনাই নতুনকৈ নিয়োজিত তেওঁৰ মেনেজাৰ মিঃ ফাৰ্ফ্রিৰ লগত দিনটোৰ বাকীখিনি সময় বিশেষ-ভাৱে কথা-বতৰা বা লগা-লগি নোহোৱাত ফাৰ্ফ্রি কিছু আচৰিত হ'ল যদিও তাৰ কোনো কাৰণ ধৰিব নোৱাৰিলে।

ইতিমধ্যে এলিজাবেথ হোটেলত থকা মাকৰ ওচৰ পাইছিলহি। এলিজাবেথে চিঠিখন দিয়াত মাকে যিমান আগ্রহ আৰু ব্যগ্রতা দেখুৱাব লাগিছিল সেইবোৰ কিন্তু একোৱেই নেদেখুৱালে। মাথোন সহজভাৱে চিঠিখন হাতত ললে আৰু চিঠিখন লগে লগে নপঢ়ি হেনচাৰ্ডে কি কি সুধিলে আৰু কেনেদৰে আদৰিলে তাকেহে এলিজা-বেথক সুধিলে। এলিজাবেথে চমুকৈ মাকক হেনচাৰ্ডৰ কথা আৰু ব্যৱহাৰৰ কথা কৈ অলপ আঁতৰি আহি কাপোৰ-কানি সজালে।

এলিজাবেথ আঁতৰি যোৱাত মাক চুচানে চিঠিৰ খামটো খুলি চিঠিখন পঢ়িলে—

'বুদ্‌মাউথ্ ৰোডৰ ৰিং পাৰ্কত পাৰা যদি আজি সন্ধিয়া আঠ বজাত মোক লগ দিবা। ঠাইখন বিচাৰি উলিয়াবলৈ তোমাৰ অকণো অসুবিধা নহয়। বৰ্ত্তমান বিশেষ আৰু নিলিখোঁ। তোমালোকৰ

আগমণৰ খবৰ পাই মই আনন্দত একেবাৰে অধীৰ হৈ পৰিছোঁ। আমাৰ দুয়োৰে দুৰ্ভগীয়া জীৱনৰ কোনো কথাই আইজনীয়ে জনা নাই বুলি ধাৰণা হৈছে। মই তোমাক অকলে লগ নোপোৱা পৰ্য্যন্ত তেওঁক সেইবোৰ কথা নজনোৱাকৈয়ে ৰাখিবা।—মাঃ হেঃ'

চিঠিখনৰ লগত দি পঠিওৱা পাঁচগিনি নোটখনৰ বিষয়ে হেনচাৰ্ডে একোৱেই নিলিখিলে। এই পাঁচগিনিৰ নোটখনে ইয়াকে হয়তো অৰ্থ কৰিছে যে, হেনচাৰ্ডে চুচানক পুনৰ কিনি আনিলে। যিয়েই নহওঁক, কেতিয়া সন্ধিয়া হয় এনেভাৱত চুচান অস্থিৰ হৈ পৰিল। হেনচাৰ্ডে সেইদিনা সন্ধিয়া অকলে লগ পাব বিচাৰিছে বুলি মাথোন মাক চুচানে এলিজাবেথক চমুকৈ কৈ থলে। তেওঁক ক'ত আৰু কোন সময়ত লগ পাব বিচাৰিছে এই বিষয়ে জীয়েক এলিজাবেথক জানিবলৈ নিদিলে আৰু জীয়েকে যাতে চিঠিখন পঢ়ি চাবও নোৱাৰে তাৰ বাবে সেইখন জীয়েকে নোপোৱা ঠাইত খুব সাৱধানে ৰাখিলে।

॥ ১১ ॥

কেষ্টাৰব্ৰিজ চহৰৰ বুদ্‌মাউথ্‌ ৰোডত অৱস্থিত ৰিংপাৰ্কখন এসময়ত যুদ্ধত নিহত ৰোমান আৰু বৃটিছ সৈন্যৰ অতি সুন্দৰভাৱে সজোৱা কবৰখানা। পাৰ্কখন চহৰৰ ভিতৰতে অতি নিৰ্জন ঠাই। তথা-কথিত প্ৰেমিক-প্ৰেমিকাই অকলশৰীয়াভাৱে মনৰ কথা পাতিবলৈ অথবা সমস্যা জৰ্জৰিত লোকে অকলশৰীয়াভাৱে বহি নীৰৱে চিন্তা কৰিবলৈ ই এখনি উত্তম ঠাই। অকল মৃত সৈনিক সকলৰ কবৰখানা কাৰণেই যে ভালে মানুহৰ সমাগম কম এনে নহয়;—এই ঠাইখন অসংখ্য জনশ্ৰুতিমূলক ভয়াবহ কাহিনীৰ লগতো জৰিত।

এবাৰ গিবিয়েকক হত্যা কৰাৰ অপৰাধত এজনী তিৰোতাক প্ৰায় দহ হাজাৰ দৰ্শকৰ আগত হাত্তে-ভৰিয়ে বান্ধি জীয়াই জীয়াই এই ঠাইতে জুইত পেলাই দিয়া হৈছিল। এটা সময়ত তিৰোতাজনীৰ কলিজাটো জুইৰ মাজত থকা দেহটোৰ পৰা ওলাই আহি ভয়ঙ্কৰ ৰূপ ধৰি হেনো আটাইবোৰ দৰ্শককে ভয় খুৱাইছিল। তিৰোতা-জনীৰ আৰ্তনাদ এতিয়াও হেনো কোনো কোনো সময়ত শুনা যায়। আকৌ মৃত সৈনিক সকলৰ আৰ্তনাদ আৰু যুদ্ধৰ শব্দও হেনো মানুহে কেতিয়াবা শুনে। এনেবোৰ জনশ্ৰুতি বা বিশ্বাসৰ সত্যাসত্য যিয়েই নহওঁক কিয়—মানুহ তালৈ সাধাৰণতে আবেলি বা সন্ধিয়া সময়ত ফুৰিবলৈ নাযায়।

এই ঠাইখন মিঃ হেনচাৰ্ডে এই কাৰণেই পচন্দ কৰিছিল যে, বহুবছৰ আগতে দুৰ্ভাগ্যজনকভাৱে হেৰুৱা নিজ পত্নীৰ লগত প্ৰথমে লগ হবলৈ সম্পূৰ্ণ নিৰাপদজনক ঠাই হব; আনহাতে তেওঁলোকে লগ হৈ কথা-বতৰা পতাও কোনেও নাজানিব। সেই চহৰৰ সম্মানিত মেয়ৰ আৰু সৰ্বশ্ৰেষ্ঠ ধনী ব্যক্তি এজন হিচাবে তেওঁৰ পত্নীৰ লগত কোনো এটা সিদ্ধান্ত নোহোৱা পৰ্য্যন্ত হেনচাৰ্ডে তেওঁক নিজ ঘৰলৈ মাতি আনি বা আন মানুহে জনাকৈ কথা-বতৰা হোৱাটো তেওঁৰ সন্মান হানিৰ তথা দুয়োৰে কাৰণে ক্ষতিকাৰকো হব বুলি বিবেচনা কৰিছিল।

সন্ধিয়া ঠিক আঠ বজাৰ আগে আগে হেনচাৰ্ড এই নিৰ্জন ঠাইখনত উপস্থিত হ'লগৈ। অলপ পিছতে ধীৰ গতিৰে তিৰোতা এজনী আহি তেওঁৰ ওচৰত ৰ'ল। দুয়ো দুয়োৰে মুখলৈ ক্ষন্তেক সময় চাই থাকিল; কিন্তু কোনেও একে কব নোৱাৰিলে। কিহবাই যেন দুয়োকে বোবা কৰি পেলালে। তিৰোতা গৰাকীয়ে হেনচাৰ্ডৰ গাত মূৰটো হলাই দিলে। হেনচাৰ্ডৰ আবেগ প্ৰৱণভাৱে দুয়াহুৰে তেওঁক আকোৱালী ধৰিলে।

'মই মদ নাখাওঁ নহয় ।''—ঠোকাঠুকি মাতেৰে হেনচাৰ্ডে কলে—'চুচান, শুনিছানে, মই এতিয়া আৰু মদ নাখাওঁ । মই সেই নিশাৰ পৰাই মদ খোৱা নাই ।'

এয়াই আছিল হেনচাৰ্ডৰ প্ৰথম কথা। হেনচাৰ্ডে আৰু কব নোৱাৰিলে । দুই মিনিটমান পিছত হেনচাৰ্ডে পুনৰ কলে—

'মই যদি তোমালোক জীয়াই থকা বুলি জানিলোঁহেতেন, চুচান । কিন্তু মোৰ ধাৰণা হ'ল তোমালোকৰ মৃত্যু হৈছে। মই ভাবিলোঁ সেই মানুহজনৰ লগত তোমালোক জাহাজেৰে ক'ৰবালৈ যাওঁতে তোমালোকৰ সাগৰত ডুবি মৃত্যু হ'ল । তোমালোকক বিচাৰি উলিয়াবলৈ সম্ভাৱনীয় সকলোখিনি ব্যৱস্থা মই কৰিছিলোঁ, নিজে প্ৰায়বোৰ ঠাইলৈ গৈ মই খবৰ কৰিছিলোঁ ; বাতৰি কাকততো বিজ্ঞাপন দিছিলোঁ , কিন্তু তোমালোকৰ কোনো খবৰেই মই নাপালোঁ । কিয় তুমি মোৰ ওপৰত এনেদৰে অভিমান কৰি মনে মনে ক'ৰবাত লুকাই থাকিলা ? মোক তুমি কিয় ক্ষমা কৰিব নোৱাৰিলা, চুচান । মদৰ নিচাত দুৰ্ভাগ্যজনকভাৱে কিবা এটা অপকৰ্ম কৰিলোঁ বুলিয়েই মই ইমান অপদাৰ্থ হলোঁ নে ? কিয় তুমি মোক শুধৰাই নিদিলা ?'

শেষৰ ফালে হেনচাৰ্ডৰ কথাখিনি কান্দোনৰ সুৰত প্ৰায় অস্পষ্ট হৈ ওলাল ।

'প্ৰাণৰ মাইকেল, একমাত্ৰ তেওঁৰ কাৰণেই মই তেনেদৰে থাকিলোঁ। ইয়াৰ বাহিৰেনো মোৰ কি উপায় আছিল ? মই ভাবিছিলোঁ, মোক যেতিয়া ইমান হকা-বধা কৰা স্বত্বেও তুমি তেওঁৰ ওচৰত বেচিয়েই দিলা, তেন্তে মোক নিজ বিবাহিতা পত্নীৰ প্ৰতি দেখুৱাবলগীয়া মৰম-চেনেহ আৰু বিশ্বাস দেখুৱালে, তেনেস্থলত ময়ো তেওঁক পবিত্ৰভাৱে ভাল পোৱা আৰু শ্ৰদ্ধা-ভক্তি দেখুৱা উচিত হব। তেনে নকৰিলে মোৰ মহাপাপ হব বুলি ধাৰণা হৈছিল । আজি

তোমাৰ ওচৰলৈ আহিছোঁ তেওঁৰ বিধবা পত্নী হিচাবেহে। তোমাৰ ওচৰত মোৰ কোনো দাবী নাই। তেওঁৰ মৃত্যু নোহোৱাহেঁতেন, তুমি বিশ্বাস কৰা,—মই কেতিয়াও নাহিলোঁহেঁতেন,—কেতিয়াও।'

চুচানে হেনচাৰ্ডৰ বুকুৰ মাজত মুখখন ৰাখি জোৰেৰে উচুপিবলৈ ধৰিলে। হেনচাৰ্ডেও এটি অবুজ শিশুৰ দৰে কান্দি দিলে।

'তুমি, তুমি কিমান যে সৰল মনৰ তিৰোতা!' হেনচাৰ্ডে অতি মৰমেৰে চুচানৰ মূৰত হাত বুলাবলৈ ধৰিলে।

"মই কব নোৱাৰোঁ। তথাপি মই ভাবোঁ, তেওঁৰ প্ৰতি মই জেনেভাৱ ললে তেওঁৰ ওচৰত, ভগৱানৰ ওচৰত বৰ দোষৰ কাম কৰা হ'লহেঁতেন।"

উচুপি উচুপিয়েই চুচানে কথাখিনি কলে।

"ঠিকেই কৰিছা, ঠিকেই। মই তোমাক দোষ দিয়া নাই। তোমাৰ সৰলতা আৰু উদাৰতাৰ প্ৰতি মোৰ গভীৰ বিশ্বাস আছে। কিন্তু, কিন্তু,—এটা কথা।"

"কি কথা মাইকেল?"—ব্যগ্ৰভাৱে চুচানে হেনচাৰ্ডৰ মুখৰফালে মূৰ তুলি চালে।

'আমি পুনৰ একেলগে বাস কৰাটো আৰু এলিজাবেথ জেনক লৈ যিটো অসুবিধাৰ সন্মুখীন হবলগীয়া হৈছে সেই বিষয়ে চিন্তা কৰিছোঁ। এলিজাবেথক এই সম্পৰ্কে কোনো কথা নজনোৱাই ভাল। নহলে মোৰ অপকৰ্মৰ বাবে তেওঁ মোৰ প্ৰতি বেয়াভাৱ ললে মোৰ অন্তৰে কেতিয়াও সহ্য কৰিব নোৱাৰিব।'

"সেই কাৰণেই ময়ো তোমাৰ সম্পৰ্কে কোনো কথা নজনাকৈ তাইক ডাঙৰ-দীঘল কৰিছোঁ। তোমাৰ প্ৰতি অৱজ্ঞা বা অশ্ৰদ্ধা কৰাটো ময়ো সহ্য কৰিব নোৱাৰিম।"

হেনচাৰ্ডৰ বাহু-আবেষ্টনীৰ পৰা চুচানে লাহেকৈ নিজক এৰুৱাই আনিলে। দুয়ো ওচৰা-ওচৰিকৈ এঠাইত বহি ললে।

'ঠিকেই, তোমাৰ মোৰ সম্বন্ধৰ ওপৰত এলিজাবেথৰ যি ধাৰণা হৈছে, সেই ধাৰণাই যাতে অটুত থাকে তাৰ বাবে আমি বুধি উলিয়াব লাগিব। তুমিতো জানিব পাৰিছা বৰ্ত্তমান মই চহৰৰ অতি ধনী ব্যৱসায়ী, সন্মানিত মেয়ৰ, আৰু গীৰ্জাৰ মুখ্য সংৰক্ষক।'

'হয়।' চুচানে শলাগিলে।

'এই কাৰণেই মোৰ ক্ষেত্ৰত কোনোৰকমৰ যাতে বদনাম আৰু অসন্মানজনক কথা হব নোৱাৰে তাৰ বাবে আমি অতি সতৰ্ক হব লাগিব। বহুদিন আগতে দুৰ্ব্যব্যৱহাৰ কৰি পঠিয়াই দি আজি পোনে পোনেই মোৰ ঘৰলৈ নি তোমাক মোৰ তিৰোতা আৰু এলিজাবেথক মোৰ জী বুলি মই গ্ৰহণ কৰাত ভালেখিনি অসুবিধা আছে।'

'তাৰ কাৰণে তোমাক আমি জোৰ নকৰোঁ। আমি এতিয়াই ইয়াৰ পৰা গুচি যামগৈ। মই ইয়ালৈ আহিছিলোঁ এবাৰ মাত্ৰ তোমাক চাবলৈ।'

'নহয়, নহয় চুচান! তোমালোকক মই ইয়াৰ পৰা যোৱাৰ কথা কোৱা নাই। তুমি মোক ভুল বুজিছা।'

হেনচাৰ্ডে চুচানৰ হাত এখন নিজৰ কোলাত ৰাখি অতি মৰমসনা মাতেৰে কলে—

"শুনা, মই এটা বুধি পাঙিছোঁ। তোমালোকে হুয়ো চহৰতে এটি ভাৰা ঘৰত থাকিবলৈ লোৱা। মই প্ৰায়ে তোমালোকক দেখা কৰিম আৰু শেষত আদালত বা গীৰ্জাত গৈ আমি পুনৰ বিয়া হম। এলিজাবেথক মোৰ তোলনীয়া জী হিচাবে আমাৰ লগত ৰাখিম। ই এটা সচৰাচৰ হোৱা সাধাৰণ কাৰ্য্য মাথোন হব। ইয়াত কাৰো সন্দেহৰ থল নাথাকিব। আমাৰ হুৰ্ভগীয়া জীৱনৰ কথাবোৰ তোমাৰ-মোৰ মাজতে গোপন হৈ থাকিব। মোৰ মৰমৰ পত্নী আৰু জী জনীক মোৰ ঘৰত পুনৰ পাবলৈ মই ব্যাকুল হৈ পৰিছো, চুচান!"

"মাইকেল, মই কি কম! মই তোমাৰ ওপৰতেই সকলো এৰি দিছোঁ।" চুচানে অতি বিনম্ৰভাৱে উত্তৰ দিলে। "মই ইয়ালৈ

আহিছোঁ। একমাত্র এলিজাবেথৰ কাৰণে। এতিয়াও যদি "তুমি মোৰ ওচৰলৈ কেতিয়াও নাহিবা" বুলি মোক কোৱা, মই গুচি যামগৈ আৰু কোনোদিন অশান্তি নিদিওঁহি।"

" এতিয়া, এতিয়া সেইবোৰ এৰা। তোমালোক ইয়াৰ পৰা যোৱাৰ কথা ভুলিয়াবাই। মাত্র অলপ আগতে কোৱা মোৰ কথাটো তুমি চিন্তা কৰা; আৰু যদি অন্য কিবা বুধি উলিয়াব পাৰা তাকো কোৱা। ব্যৱসায়ৰ কামত মই দুদিনমান আঁতৰলৈ যাব লাগিব। এইখিনি সময়তে তোমালোক ভাৰা ঘৰলৈ যাবা। ঘৰৰ ভাৰা বা অন্য খা-খৰচলৈ অকণো চিন্তা নকৰিবা,—মই সকলো বহন কৰিম। হাইষ্ট্রীটৰ ওচৰত ভাৰালৈ দিব খোজা এটা ধুনীয়া সৰু ঘৰ আছে। সেইটোকে তোমালোকে লবা। তোমাৰ হাতত কি পইচা আছে? মই ঘূৰি অহালৈ খৰচ অটাকৈ হবনে?"

"হয়, —হব।"

"হোটেলত কোনো অসুবিধা পোৱা নাই নিশ্চয়?

"নাই,—কোনো অসুবিধা পোৱা নাই।"

"চাবা যাতে আমাৰ এই কেলেংকাৰী জীৱনৰ কথা কোনো-পধ্যেই এলিজাবেথে জানিবলৈ নাপায়। সকলোতকৈ মই এই কথাতহে গুৰুত্ব দিছোঁ।"

"তুমি বিশ্বাস কৰা, আমাৰ এইবোৰ কথা যাতে তাই সপোনতো ভাবিব নোৱাৰে মই তেনেভাৱে গোপনে ৰাখিছোঁ। তুমি যেনে-ভাৱে পৰামর্শ দিলা সেইমতেই হব। মই গৈ এলিজাবেথক কম আমাৰ পৰম আত্মীয়লোক মিঃ হেনচার্ডে আমি এই চহৰতে থকাটো ইচ্ছা কৰে। এতিয়া যাওঁ নেকি?

"বৰ ভাল হব। তুমি যেনেভাৱে কোৱা কৰা। ব'লা, মই তোমাক কিছুবাট আগবঢ়াই থম।"

"নাই, নাই,—নালাগে। নিজৰ বিপদক নিজে কিয় মাতি আনা? মোক অকলেই যাবলৈ দিয়া,—মই যাব পাৰিম। বেছিতো ৰাতি হোৱা নাই।"

"ভাল কথা, তুমি অকলেই যোৱা বাৰু।" কিন্তু—"

হেনচাৰ্ডে হঠাতে পুনৰ চুচানৰ হাত এখন নিজৰ বুকুৰ মাজত আলফুলকৈ ধৰি অশ্রুসিক্ত চকুৰে ঠোকাঠুকি মাতেৰে সুধিলে—"কিন্তু চুচান, তুমি এবাৰ কোৱাচোন, সঁচাকৈ মোক তুমি ক্ষমা কৰিব পাৰিছানে?"

চুচানৰো চকুপানী ওলাল। তেওঁ মুখেৰে একোকেই উত্তৰ দিব নোৱাৰিলে। মাথোন মূৰ দুপিয়াই হেনচাৰ্ডৰ কথাৰ উত্তৰ দিলে।

তাৰপিছত দুয়ো সেই নিশাৰে খুব কষ্ট-অন্তৰেৰে এৰা-এৰি হ'ল।

॥ ১২ ॥

পত্নী চুচানক অকলে হোটেললৈ পঠিয়াই হেনচাৰ্ড গৈ নিজৰ ঘৰৰ সমুখত থিয় হ'ল। তেওঁ দেখিলে তেওঁৰ কাৰ্য্যালয় কোঠাত লাইট জ্বলি আছে আৰু দুৱাৰ-খিৰিকিৰ আইনাৰে তাৰ পোহৰ বাহিৰতো সিঁচৰিত হৈ পৰিছে। নৱ-নিযুক্ত তেওঁৰ মেনেজাৰ ডোনাল্ড ফাৰ্ফ্রিয়ে তেতিয়াও কাৰ্য্যালয়ত সোমাই কিবাকিবি হিচাব নিকাচ কৰি আছে। হেনচাৰ্ড লাহেকৈ তালৈ সোমাই গ'ল আৰু ফাৰ্ফ্রিৰ ঠিক পিছত থিয় হৈ তেওঁ কি কৰিছে অলপ নিৰীক্ষণ কৰিলে। তাৰ পিছত কলে—

—"আজি বেছি ৰাতিলৈ কাম কৰিব নালাগে। হিচাবৰ কিবা বাকী থাকিল যদিও কাইলৈ কৰিলেই হব। ব'লক,—বাহিৰতে বহি কথা-বতৰা পাতোঁগৈ।"

ডোনাল্ড ফাৰ্ফ্রিয়ে ইতিমধ্যে কাম এৰিবই খুজিছিল। হেনচাৰ্ডৰ কথাত তেওঁ কাম এৰিলে আৰু দুয়ো ওলাই আহি কোঠাটো জ্বলা

লগাই বন্ধ কৰিলে। তাৰ পিছত ডুয়ো হেনচাৰ্ডৰ ধুনীয়া ফুলনিখনৰ মাজেৰে আগুৱাই গ'ল। ফুলনিখন নিয়ঁৰত সেমেকি পৰিছিল। গোটেই ফুলনিখনেই বিবিধ ফুলৰ সুবাসে আমোল-মোলাই আছিল।

ফুলনিৰ মাজেৰে গৈ তেওঁলোক হেনচাৰ্ডৰ বিৰাট ঘৰটোৰ এটি বৈঠক কোঠাত সোমাল। ডুয়ো দুখন চকিত বহিল। চেপ্তেম্বৰ মাহ যদিও কিছু ঠাণ্ডা পৰিছিল। হেনচাৰ্ডে এটি চুলা জ্বলাই ডুয়োৰে ওচৰলৈ আনি কলে,—

'সম্পূৰ্ণ ব্যৱসায় সংক্ৰান্তত আমি ডুয়ো যে একেলগে এনেদৰে লগ হৈ বহি ডুৱাবাৰ কথা পাতিব পাৰিম এই কথা ভবাই নাছিলোঁ। সকলোবোৰ কথা আচৰিত ধৰণেই হয়। মোৰ পৰিয়ালত দুখ-সুখৰ কথা কবলৈ মোৰ দ্বিতীয় এজন কোনো নাই, বুজিছে। মই একেবাৰে অকলশৰীয়া। মই ভাবিছোঁ, মোৰ ব্যক্তিগত পাৰিবাৰিক জীৱনৰ দুই এটা কথা আপোনাক কোৱাটো উচিত হব।''

ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ মুখৰ ফালে চালে। তাৰ পিছত কলে—"সেই সম্পৰ্কত যদি মই অকণমানো আপোনাক কিবা উপকাৰ কৰি দিব পাৰোঁ তেনেহলে মই আপোনাৰ পাৰিবাৰিক জীৱনৰ কথা শুনি নিশ্চয় সুখী হম।'

হেনচাৰ্ডে ওচৰতে জ্বলি থকা চুলাটোৰ উজ্জ্বল আঙঠাকেইটা সৰু মাৰি এডালেৰে এনেয়ে এবাৰ খুচি দিলে। তাৰ পিছত হুমুনিয়াহ এটা কাঢ়ি গধূৰ আৰু কিছু কপাঁ কপাঁ মাতেৰে কবলৈ ধৰিলে—

—''বুজিছে মিঃ ফাৰ্ফ্ৰি, মই এতিয়াৰ দৰে প্ৰথমে অকলশৰীয়া আৰু এনে জীৱন কটোৱা নাছিলোঁ। মই এজন সাধাৰণ ঘাঁহ বেচোঁতা আছিলোঁ। মই ওঠৰ বছৰ বয়সতে বিয়া কৰিছিলোঁ। মোক বাৰু বিবাহিত মানুহ বুলি আপোনাৰ ধাৰণা হয়নে?'

'আপুনি যে এজন বৰলা এই কথা মই ইতিমধ্যে চহৰত শুনিছোঁ।"

"—অ, হয় নেকি ? আপুনি তেনেহলে ঠিকেই শুনিছে। প্ৰায় উনৈশ বছৰ আগেয়ে মই মোৰ নিজৰ দোষত পত্নীক হেৰুৱাইছোঁ। এই ঘটনাটো কেনেকৈ ঘটিল কওঁ শুনক,— ।"

হেনচাৰ্ডে অকণমান সময় নীৰৱে থাকি কিবা চিন্তা কৰিলে। তাৰ পিছত কবলৈ ধৰিলে—"গ্ৰীষ্ম কালৰ এটি আবেলিত মই মোৰ পত্নী আৰু একমাত্ৰ কেঁচুৱা সন্তানটিক লগত লৈ কাম বিচাৰি এখন অতি ব্যস্ত বজাৰখলাত উপস্থিত হৈছিলোগৈ। মই তেতিয়া এক-প্ৰকাৰ কব লাগিলে এজন ঘোৰ মদাহী যুৱক আছিলোঁ।"

হেনচাৰ্ড থমকি ৰ'ল আৰু বহাৰ প'জটো সামান্যভাৱে সলনি কৰি দুয়োখন হাতেৰে নিজৰ চকু-মুখ এনেয়ে এবাৰ মুচি ললে। তাৰ পিছত ওৱেড্ন প্ৰায়ৰ্‌চ্‌ত কেনেদৰে নিজ পৰিবাৰক কেচুৱা-টিৰে সৈতে এজন অচিনাকি নাবিকৰ ওচৰত বিক্ৰি কৰি দিলে, কেনেকৈ তেওঁলোকক বিচাৰি উলিয়াবলৈ পিছত তেওঁ সকলো প্ৰকাৰে যত্ন কৰিছিল,—কিদৰে মদ নাখাবলৈ তেওঁ শপত গ্ৰহণ কৰিলে এই সকলো কথা ধীৰে ধীৰে বৰ কষ্টেৰে হেনচাৰ্ডে বিবৰি কলে।

"মই যোৱা উনৈশ বছৰ ধৰি মোৰ এই শপত ৰক্ষা কৰিছোঁ। বোধহয় মই মদ নোখোৱা কথাটো আপুনি ধৰিব পাৰিছে।'

"হয।'

"পৰিবাৰ মোৰ ওচৰৰ পৰা যোৱা দিনধৰি ইমান দিনে তেওঁৰ কোনো শুং সূত্ৰকেই নাপালে'। ময়ো তিৰোতাবিহীন অকল-শৰীয়া জীৱন কটাইছোঁ। ইমানদিনে মই এনেকৈ থকাত বহুতেই বিশ্বাস কৰিছে—মই তিৰোতাজাতিক ঘিণ কৰোঁ। বুজিছে,—যোৱা কালিলৈকে মোৰ পত্নীৰ ইমানদিনে কোনো খা-খবৰ পোৱা নাছিলোঁ ; কিন্তু, এতিয়া মোৰ ওচৰলৈ তেওঁ ঘূৰি আহিছে।"

'ঘূৰি আহিছে ? তেওঁ এতিয়াও আছে ?"

ফাৰ্ফ্ৰিয়ে ব্যগ্ৰভাৱে হেনচাৰ্ডৰ মুখৰ ফালে চালে।

"আহিছে ; আজি ৰাতিপুৱা আহি পাইছে। কিন্তু,—এতিয়া কি কৰা যায় ?'

"কিয় ? আপুনি তেওঁক গ্ৰহণ কৰি পুনৰ একেলগে থকাৰ ব্যৱস্থা নকৰে কিয় ?"

'তাকে কৰিবলৈকে ভাবিছোঁ ; কিন্তু ফাৰ্ফ্ৰি'—

হেনচাৰ্ডৰ চিন্তিত হ'ল। অকণমান সময় তেওঁ নীৰৱ হৈ পৰিল। তাৰ পিছত কলে—"মোৰ পৰিবাৰ চুচানৰ প্ৰতি উচিত ব্যৱহাৰ কৰিবলৈ যাওঁতে অন্য এজনী গাভৰুৰ প্ৰতি বৰ অন্যায় কৰা হবগৈ।'

"আপুনি কি কথা কব বিচাৰিছে ?"

'মোৰ এই উনৈশ বছৰীয়া নিঃসঙ্গ জীৱনৰ অন্য এটি ঘটনা। মোৰ ব্যৱসায় সংক্ৰান্ত কামত জাৰ্চি নামৰ দূৰ ঠাই এখনলৈ প্ৰায়ে যাওঁ। এবাৰ তাত মোৰ হঠাতে বৰ টান অসুখ হয়। তাত মোক চোৱা-চিতা কৰিবলৈ কোনোৱেই নাছিল। মাক-দেউতাক আনকি কোনো-কিছু নোহোৱা আশ্ৰয়হীনা এগৰাকী গাভৰুৱে সৌভাগ্য-বসতঃ মোৰ এনে অৱস্থা দেখি মই সম্পূৰ্ণ আৰোগ্য নোহোৱা পৰ্য্যন্ত অশেষ কষ্ট কৰি দিনে ৰাতিয়ে মোৰ শুশ্ৰূষা কৰিলে। গাভৰু গৰাকীৰ ব্যৱহাৰত মই অত্যন্ত সুখী আৰু কৃতজ্ঞ হলোঁ। তাৰ পিছত তেওঁৰ লগত প্ৰায়ে দেখা হয় আৰু চিঠি-পত্ৰৰো আদান-প্ৰদান হয়। তেওঁৰ ভাৱ-ভঙ্গীৰ পৰা বুজিলোঁ তেওঁ মোৰ লগত বিবাহ পাশত আৱদ্ধ হব বিচাৰে। চুচানৰ কথা চিন্তা কৰি ইমান দিন মই মত দিয়া নাছিলোঁ যদিও অৱশেষত তেওঁক বিয়া কৰাম বুলি সন্মতি দিলোঁ। ইতিমধ্যে মোৰ আৰু তেওঁৰ বন্ধু মহলত আমাৰ এই সিদ্ধান্তৰ কথা বৰ বেছিকৈয়ে প্ৰচাৰো হ'ল। অলপতে আমাৰ দুয়োৰে মাজত বিয়া হোৱাৰ কথা আছিল ; কিন্তু,—কিন্তু কি কৰা যায় ! শেষত চুচানো আহিল।'

হেনচাৰ্ডে উদাসভাৱে সমুখৰ বেৰখনলৈ চালে আৰু অকণমান পিছতে লাহে লাহে পুনৰ কবলৈ ধৰিলে—

'এতিয়া চাওঁক, এটা সময়ত এজনী নাৰীক কেনে নির্লজ্য ব্যৱহাৰ কৰিছিলোঁ; আজি আকৌ তাৰেই পুনৰাবৃত্তি। এইটো ঠিক যে, চুচানক মই গ্রহণ কৰিবই লাগিব; কিন্তু বেচেৰী, সেই ছোৱালীজনী! নোপোৱাৰ বেদনাত তাই একেবাৰে ভাগি পৰিব।"

"এৰা ঠিকেই। আপুনি যথেষ্ট অসুবিধাত পৰিছে। কিন্তু হ'লেও আপুনি আপোনাৰ বিবাহিতা পত্নীক কোনোৰকম উপেক্ষা কৰিব নোৱাৰে। আপুনি এটা কাম কৰক,—অতি সহজভাৱে গোটেই পৰিস্থিতিটো বুজাই তেওঁলৈ চিঠি এখন লিখক যাতে তেওঁ আপোনাক অকণো ভুল বুজিব নোৱাৰে।

'ও,—তাকেই কৰাটো ভাল হব। কিন্তু চিঠিখন আপুনি সজাই পৰাই ভালদৰে লিখি দিয়ক। মোৰ লিখাবোৰ ভাল নহয়।'

'হেনচাৰ্ডে উঠি গৈ কাগজ-পত্র যোগাৰ কৰি দিলে আৰু ফাৰ্ফ্রিয়ে নিচেই কম কথাতে কথাটো বুজাই চিঠি এখনি লিখি দিলে। ফাৰ্ফ্রিয়ে লিখা চিঠিখন হাতত লৈ হেনচাৰ্ডে পুনৰ চিন্তাযুক্তভাৱে ক'লে—

'মই এতিয়াও আপোনাক সকলো কথা কোৱা নাই। সেই বজাৰখনত পৰিবাৰ চুচানৰ লগতে বিক্রি কৰি দিয়া আমাৰ অকণমানি কেঁচুৱাজনী যে, সেইজনীও চুচানৰ লগত আহিছে। মোৰ সেই অকণমানিজনী এতিয়া মৰম লগা গাভৰুজনী হৈছে। তাই এতিয়াও জনা নাই মই যে তাইৰ আচল দেউতাক। তাই ভাবি আছে মৃত নাবিকজনহে তাইৰ আচল দেউতাক। মাকেও তাইক আমাৰ এইবোৰ কথা অকণো জানিবলৈ দিয়া নাই। ময়ো ভাবিছোঁ তাইক এইবোৰ কথা জানিবলৈ দিলে তাই অতি বিতুষ্ট হব। গতিকে তাই নজনাকৈ থকাই ভাল হব। আপুনি কি কয় বাৰু?'

"মই ভাবোঁ, আপোনালোকৰ এই দুর্ভাগ্যজনক ঘটনাটো ময়েই আপোনাৰ ছোৱালীজনীক বুজাই কব পাৰিম। তেওঁ নিশ্চয় আপোনালোকক ক্ষমা কৰিব।"

"নাই,—নাই। সেইটো কৰিব নালাগে। তাই নজনাকৈয়ে থাওঁক। তাইৰ মাক চুচানক মই পুনৰ বিয়া কাৰোৱাৰ চিন্তা কৰিছোঁ। এই কাৰ্য্য নিশ্চয় আমাৰ আটাইৰে মঙ্গলজনক হব। শুনক, মোৰ জীৱনৰ এনে অঘটনৰ কথা আপোনাৰ বাহিৰে বৰ্ত্তমানলৈ কোনো লোকক মই জানিবলৈ দিয়া নাই। যিয়েই নহওঁক, আপোনাৰ দৰে এজন বন্ধুৰ আগত মোৰ এনে দুখৰ কাহিনী ব্যক্ত কৰিবলৈ পাই মই বৰ শান্তি পাইছোঁ।'

'সচাঁকৈ, আপোনাৰ সাংসাৰিক জীৱনৰ এনে কৰুণ পৰিণতিৰ বাবে ময়ো বৰ দুখিত হৈছোঁ। যা হওঁক, ভগৱানে সম্ভৱত কৃপা দৃষ্টি কৰিছে!'

ফাৰ্ফ্ৰি তাৰ পৰা গুলাই যোৱাত হেনচাৰ্ডে চিঠিখন নিজ হাতেৰে পুনৰ লিখি তাৰ লগতে এখন চে'ক খামত ভৰালে আৰু ৰাস্তাৰ সিটো কাষত থকা চিঠিৰ বাকচত চিঠিখন ভৰাই থৈ আহিল।

## ॥ ১৩ ॥

হেনচাৰ্ড আৰু চুচানৰ মাজত হোৱা সিদ্ধান্তমতে চহৰৰ একেবাৰে পশ্চিমফালে অৱস্থিত এটি ভাৰা ঘৰত মাক-জীয়েক দুয়ো থাকিবলৈ ল'লে। মেযৰ হেনচাৰ্ড প্ৰথমে কিছু পাতলকৈ আৰু তাৰ পিচত সঘনাই চুচান আৰু এলিজাবেথ থকা ঘৰলৈ আহিবলৈ ধৰিলে। নানা ধৰণৰ কথা-বতৰা পাতি মাক-জীয়েকৰ সাধাৰণ খা-খবৰ লৈ গুচি যায়। দৈনিক এবাৰ বা দুবাৰ তালৈ আহি অকণমান সময় বহি একাপ চাহ বা কফি খোৱাটো হেনচাৰ্ডৰ এটি দৈনন্দিন কামৰ ভিতৰত পৰিল।

এদিন আবেলি হেনচাৰ্ড তালৈ অহাৰ সময়ত এলিজাবেথ ঘৰত নাছিল। চুচানক অকলে পাই হেনচাৰ্ডে ভালেই পালে। হেনচাৰ্ডে ক'লে "তোমাক অকলে পাই ভালেই পালোঁ। এতিয়া আমাৰ পুনৰ মিলনৰ সেই শুভ দিনটো কেতিয়ামানে ঠিক কৰা যায়?"

চুচানে সেঁতা হাঁহি এটি মাৰিলে। তেওঁ ক'লে—'চোৱা মাইকেল, আমি এনেকৈ তোমাৰ গলত লাগি তোমাক যথেষ্ট দিগদাৰী দিছোঁ। আমাৰ কাৰণে তোমাৰ ইমানবোৰ ধন অযথাই ভগন হৈছে। আনহাতে তোমাৰ মান-সন্মানৰ প্ৰশ্নও ইয়াত জড়িত আছে।"

"সেইবোৰ তুমি কি মিছা চিন্তা কৰিছা?"

হেনচাৰ্ডে চুচানক আৰু কথা কবলৈ নিদিলে।

'তুমি ভাবা নেকি মোৰ হেৰাই পোৱা মৰমৰ পত্নী আৰু এক-মাত্ৰ জী-জনীৰ বাবে এইখিনি কিবা নকৰিবলগীয়া কৰিছোঁ?"

চুচান মনে মনে থাকিল।

চুচান আৰু এলিজাবেথৰ ওচৰলৈ হেনচাৰ্ড সঘনাই আহ্-যাহ কৰিবলৈ ধৰাত ইতিমধ্যে চহৰত তেওঁলোক তিনিওৰে বিষয়ে নানা ৰকমৰ গুজৱ ওলাবলৈ ধৰিলে। ইমান দিন তিৰোতাৰ কাষ নচপা গহীন গম্ভীৰ মেয়ৰ হেনচাৰ্ডক এজনী বিধবা তিৰোতাই ভাল পতালে বুলি অনেকে কোৱা-কুঁই কৰিব ধৰিলে। সেই কাৰণেই বাটে-পথে চুচানক দেখিলেই দুষ্ট ল'ৰাবোৰে তেওঁক 'দাইনী' বুলি জোকাবলৈও এৰা নাছিল।

হেনচাৰ্ডে তেওঁলোকক লৈ ওলোৱা সকলোবোৰ কথা প্ৰায়ে নিজ কাণেও শুনিছে। সেয়ে এইবোৰ কথা যাতে আৰু ওলাব নোৱাৰে তাৰ বাবে তেওঁ চুচান-এলিজাবেথক সোণকালে চপাই অনাৰ ব্যৱস্থা কৰিলে।

নবেম্বৰ মাহৰ শীতৰ কুঁৱলীৰে ভৰা ৰাতিপুৱা এটিত এদিন এখন সুসজ্জিত ঘোঁৰাৰ গাড়ীত চুচান আৰু এলিজাবেথক চহৰৰ ডাঙৰ গীৰ্জাটোলৈ নিয়া হ'ল। গীৰ্জাৰ সমুখত দুই চাৰিজন মানুহ গোট খাইছিল। হেনচাৰ্ড আৰু চুচানৰ প্ৰকৃত সম্পৰ্কৰ কথা জনা এক মাত্ৰ স্কটিছ যুৱক ফাৰ্ফ্ৰিও তাত উপস্থিত আছিল। বিয়াৰ ঠিক যেন এটি অনাড়ম্বৰ পৰিৱেশ তাত বিৰাজ কৰিছিল।

গীৰ্জাৰ থাপনাৰ সমুখত হেনচাৰ্ড আৰু চুচানে একেলগে আঠু লৈ সেৱা কৰিলে। দুয়ো হাত মিলাই মিলনৰ উপহাৰ বিনিময় কৰিলে। হেনচাৰ্ডৰ মুখত এটি উজ্জ্বল হাঁহি দেখা গৈছিল। চুচানে মাথোন এটি সেঁতা হাঁহিৰে হেনচাৰ্ডৰ সেই হাঁহিক আদৰণি জনালে।

এই মিলনৰ সাক্ষী হিচাবে জীয়েক এলিজাবেথ আৰু হেনচাৰ্ডৰ ফাৰ্মৰ নতুন মেনেজাৰ মিঃ ডোনাল্ড ফাৰ্ফ্ৰি তেওঁলোকৰ ওচৰত নীৰৱে থিয় হৈ আছিল।

## ॥ ১৪ ॥

হেনচাৰ্ডে ৰং কৰাই, দুৱাৰ-খিৰিকি আদিত নতুনকৈ দামী পৰ্দা লগাই সজাই-পৰাই তোলা বৃহৎ ঘৰখনত সোমাই চুচানে প্ৰথমে বৰ সহজ হব পৰা নাছিল যদিও হেনচাৰ্ডৰ খোলা মন আৰু অত্যধিক মৰমে চুচানক এক প্ৰকাৰ সহজ কৰি তুলিলে। লাহে লাহে তেওঁ যেন ঘৰখনৰ সকলো স্বত্ব লাভ কৰিছে এনে অনুভৱ কৰিলে।

আনহাতে এলিজাবেথেও হেনচাৰ্ডৰ পৰা ভাবিব নোৱাৰা ধৰণে মৰম আৰু স্বাধীনতা পালে। কোনো চিন্তা আৰু বেজাৰ নোপোৱাকৈ

তেওঁলোকৰ দিনবোৰ সুখ আৰু আনন্দৰ মাজেৰে অতিবাহিত হবলৈ ধৰিলে। এলিজাবেথৰ স্বাস্থ্য-পাতিও ধুনীয়া হৈ আহিল। যৌৱন কালতো গাল-মুখত বিৰিঙি উঠা চিন্তা আৰু দুখ-বেজাৰৰ ৰেখাবোৰ ক্ৰমে ক্ৰমে নাইকিয়া হৈ এলিজাবেথক বৰ সুন্দৰ আৰু মৰম লগা কৰি তুলিলে।

এইবোৰৰ মাজতো কিন্তু এলিজাবেথে কেষ্টাৰব্ৰিজ চহৰৰ অন্যান্য সম্ভ্ৰান্ত ঘৰৰ ছোৱালীৰ দৰে নিজকে বিলাসিতাত গা এৰি দিয়া নাছিল। সদায় সংযতভাৱে আৰু সাধাৰণ পোছাক-পৰিচ্ছেদেৰে তেওঁ চলা-ফিৰা কৰিছিল। হেনচাৰ্ডে তেওঁক ইমান মৰম কৰিছিল যে প্ৰায়ে অলৈ-তলৈ ফুৰিবলৈ গ'লেই এলিজাবেথক লগত নিনিয়াকৈ নগৈছিল। আনহাতে নিজা-ইচ্ছামতে ফুৰা-চকা কৰাতো হেনচাৰ্ডে এলিজাবেথক অকণো হকা-বধা নকৰিছিল।

এদিন তিনিওটি পৰিয়ালে একেলগে বহি ৰাতিপুৱাৰ চাহ-জলপান খাই থকা অৱস্থাতে হেনচাৰ্ডে আনদিনা চোৱাৰ দৰে এলিজাবেথৰ মূৰটোলৈ লক্ষ্য কৰিলে।

"এলিজাবেথৰ চুলিখিনিলৈ মই লক্ষ্য কৰিছোঁ। এলিজাবেথ কেঁচুৱা অৱস্থাত থাকোঁতেই চুলিখিনি ক'লা হব বুলি তুমি কোৱা নাছিলানে ?"

হেনচাৰ্ডৰ মুখেৰে কথাখিনি ওলোৱাৰ লগে লগে চুচানে থৰমৎ খাই হেনচাৰ্ডৰ মুখৰ ফালে চালে আৰু তাৰ পিছত তলমূৰ কৰি কোনোৰকম নিজকে চম্ভালি কলে—"কৈছিলোঁ নেকি !"

এলিজাবেথৰ ইতিমধ্যে খোৱা শেষ হৈছিল। ঠিক সেই মুহূৰ্ত্ততে তেওঁ নিজৰ কোঠালৈ তাৰ পৰা উঠি গ'ল যেন মাকহঁতৰ কথা তেওঁ শুনাই নাই।

"ইস্‌, কি যে কৈ পেলালোঁ ! মই এই মুহূৰ্ত্তত সঁচাকৈয়ে নিজকে একেবাৰে পাহৰি গলোঁ। আচলতে মই কি কব বিচাৰিছিলোঁ জানা, ছোৱালীজনীৰ চুলিখিনি কেঁচুৱাতে দেখাতকৈ এতিয়া বেছি ক'লা হৈ পৰিছে।'

'হয়, বোধহয় বয়সৰ লগে লগে আৰু ঠাইৰ হাৱা-প্যানীয়ে এনে কৰিছে !''—চুচানে উত্তৰ দিলে ।

"বাৰু বিয়েই নহওঁক ।' হেনচাৰ্ডে ক'লে, 'চুচান, মই কথা এটা ভাবিছোঁ ; এলিজাবেথৰ নামটো এলিজাবেথ নিউচন'ৰ পৰিবৰ্ত্তে 'এলিজাবেথ হেনচাৰ্ড' কৰিব বিচাৰোঁ । মোৰ নিজৰ তেজ মাংসৰ ছোৱালী এজনীয়ে আনৰ উপাধি লৈ আনৰ ছোৱালী হৈ থাকিব, এয়া মোৰ মনে সহ্য কৰিব নোৱাৰে । তুমি কি কোৱা ? এই কথাত এলিজাবেথে নিশ্চয় আপত্তি নকৰিব ।"

"হয়, বোধহয় নকৰিব ।' চুচানে অন্য ফালে চাই উত্তৰ দিলে ।

"মই এলিজাবেথৰ সম্মতি লম, আৰু নাম সলনিৰ কথ্যটো বাতৰি কাকতৰ জৰিয়তে প্ৰচাৰ কৰিম ।"

চুচানে এই সম্পৰ্কে আৰু বিশেষ কথা নাপাতি ভিতৰলৈ উঠি গ'ল । ভিতৰত এলিজাবেথে বিচনাতে বহি কাপোৰ চিলাই আছিল । মাক চুচান তেওঁৰ কাষতে বহিল আৰু ক'লে—'তেওঁ কি কৈছে জানা, তোমাৰ কোনো আপত্তি নাথাকিলে তোমাৰ "নিউচন" উপাধিটো সলাই 'হেনচাৰ্ড' কৰিব বিচাৰিছে । দেউতাৰা মৰিল যদিও তোমাৰ 'নিউচন' উপাধিটো সলালে তেওঁক হেয়জ্ঞান কৰা হয় নেকি । তুমি কি কোৱা, আইজনী ?''

এলিজাবেথে মাকৰ কথাখিনি নীৰৱে শুনিলে আৰু চিলাই কৰি থকা সামগ্ৰীখিনি কোলাতে থৈ এবাৰ সমুখৰ ফালে চালে আৰু অতি চিন্তাযুক্ত ভাৱে ক'লে—

'মই চিন্তা কৰি চাব লাগিব মা ।'

সেইদিনা আবেলি মাইকেল হেনচাৰ্ডৰ লগত একেলগে বহোঁতে এলিজাবেথে নিজেই কথাটো উলিয়ালে—'আপুনি বোলে মোৰ উপাধিটো সলাবলৈ ইচ্ছা কৰে ?'

হেনচাৰ্ডে সুধিবলগীয়া কথাটো এলিজাবেথৰ মুখৰ পৰাই হঠাতে ওলোৱাত তেওঁ অলপ থমমৎ খালে। তাৰ পিছত সহজভাৱে ক'লে—'ইচ্ছা কৰোঁ মানে,—মই ভাবিছোঁহে। তুমি সন্মত হলেহে মই সেইটো কৰিম। কিন্তু এইটো ঠিক যে মোক সন্তুষ্ট কৰিবৰ কাৰণে তোমাৰ অসন্তুষ্টিত ইয়াত সন্মতি দিব নালাগে। তাৰ বাবে মই অকণো বেয়া নাপাও। একেখন ঘৰতে মৰম-চেনেহত থকা একেটা পৰিয়াল হিচাবেহে মই চিন্তা কৰিছিলোঁ। ইমানেই।'

এই কথাটোৰ ইমানতে অন্ত পৰিল। ইয়াৰ সম্পৰ্কত আৰু বিশেষ আলোচনা নহ'ল। এলিজাবেথৰ উপাধিবো সলনি কৰা নহ'ল। এলিজাবেথৰ উপাধি 'নিউচন' হিচাবেই থাকিল।।

ডোনাল্ড ফাৰ্ফ্ৰিৰ তত্বাৱধানত হেনচাৰ্ডৰ শস্য আৰু ঘাঁহ ব্যৱসায়ে ভালেখিনি উন্নতি লাভ কৰিব ধৰিলে। হেনচাৰ্ডে আগতে মুখে মুখেই ব্যৱসায়ৰ সকলো কাম চলাইছিল। হিচাব-পত্ৰবোৰ লিখি ৰখাৰ ব্যৱস্থা নাছিল। ফাৰ্ফ্ৰিয়ে কিন্তু বেচা-কিনা, জমা ৰখা, মুঠ উৎপাদিত সামগ্ৰী, আদি সকলো ৰকমৰ হিচাব বহীত পৰিপাটিকৈ লিখি ৰখাৰ ব্যৱস্থা কৰিলে।

এলিজাবেথ জেনৰ শোৱনী কোঠাটো শস্য আৰু ঘাঁহৰ ভঁৰাল কেইটাৰ কিছু নিলগত যদিও তাত কোনে কি কৰিছে এই সকলোবোৰ এলিজাবেথৰ চকুত সুন্দৰকৈ পৰে। এলিজাবেথৰ প্ৰায়ে চকুত পৰে মাইকেল হেনচাৰ্ড আৰু ডোনাল্ড ফাৰ্ফ্ৰি একেলগে ইটো সিটো চাই ফুৰে, ইফালে সিফালে গ'লেও হেনচাৰ্ডে কেতিয়াবা ফাৰ্ফ্ৰিৰ কান্ধত হাত থৈ অতি অন্তৰঙ্গ বন্ধুৰ দৰে ওচৰা-ওচৰিকৈ খোজ কাঢ়ে। কেতিয়াবা ফাৰ্ফ্ৰিৰ কথাত হেনচাৰ্ডে খোলাভাৱে ডাঙৰকৈ হাঁহি দিয়ে। হেনচাৰ্ডৰ ইমান দিনৰ অকলশৰীয়া জীৱনত যেন ফাৰ্ফ্ৰি আনন্দ আৰু প্ৰেৰণাৰ অন্য এক উৎস হৈ পৰিল। ফাৰ্ফ্ৰিৰ বুদ্ধি নিষ্ঠতা আৰু কৰ্ম দক্ষতাৰ কাৰণে হেনচাৰ্ডে তেওঁক অতি শ্ৰদ্ধা আৰু মৰম কৰিলে।

'কিন্তু লাহে লাহে দিন যোৱাৰ পিছত এলিজাবেথে লক্ষ্য কৰিলে হেনচাৰ্ডৰ ফাৰ্ফ্ৰিৰ ওপৰত হোৱা ইমান বিশ্বাস আৰু শ্ৰদ্ধা-মৰমৰ ফলশ্ৰুতি স্বৰূপে ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ কাম-কাজ, কথা-বতৰাৰ ওপৰত যথেষ্ট প্ৰভুত্ব বিস্তাৰ কৰিব ধৰিছে। ইয়াৰ বাবে ফাৰ্ফ্ৰিৰ ওপৰত হেনচাৰ্ড কেতিয়াবা যে বিৰক্ত হোৱা নাই এনেও নহয়। এনেকি এদিন এলিজাবেথে ফাৰ্ফ্ৰিক উদ্দেশ্য কৰি হেনচাৰ্ডে বিৰক্ত হৈ চিঞৰি কোৱাও শুনিছিল—'কি মুস্কিল, এনেদৰে কথা নকৈ চিন্তা কৰি থকা লোকক মোৰ সমূলি ভাল নালাগে। আপোনাৰ এনেবোৰ কামে মোক কেতিয়াবা পাগল কৰিব।'

মাকৰ লগত এলিজাবেথ জেন ইফালে সিফালে ওলাই সোমাই ফুৰোঁতে প্ৰায়ে স্কটিছ ডেকা ফাৰ্ফ্ৰিৰ লগত দেখা-দেখি হয় যদিও ফাৰ্ফিয়ে বিনম্ৰভাৱে তলমূৰ কৰি আঁতৰি যায়। এলিজাবেথেও ফাৰ্ফ্ৰিৰ কমনীয়তাভৰা মৰম লগা চেহেৰা দেখি কিবা-কিবি ভাবি তলমূৰ কৰে আৰু মাকৰ লগত থকা কাৰণে কিছু সাৱধান হৈ পৰে। এলিজাবেথ লগত থাকিলে মাক চুচান আৰু দেউতাক হেনচাৰ্ডৰ মাজতো এনে এটা পৰিস্থিতি হোৱা এলিজাবেথৰ প্ৰায়ে চকুত পৰে। সেইকাৰণে এলিজাবেথৰ মনলৈ কেতিয়াবা এনেভাব আহে হয়তো মাক চুচানৰ লগত হেনচাৰ্ডৰ আগ বয়সত এক এৰাব নোৱাৰা ভাল পোৱা আছিল,—কিবা কাৰণত তেওঁলোকৰ মিলন নহ'ল বা এৰা-এৰি হ'ল।

হেনচাৰ্ড প্ৰায়ে ফাৰ্ফ্ৰিৰ লগত ব্যৱসায়তেই ব্যস্ত থাকে যদিও ফাৰ্ফ্ৰিয়ে কাম কৰাৰ পৰা তেওঁ অন্ততঃ কিছু আজৰি পাইছে। হেনচাৰ্ডে ডাঙৰ ডাঙৰ ফাৰ্মৰ লগতেই ব্যৱসায় চলায় যদিও অঞ্চলৰ কেতবোৰ সৰু ব্যৱসায়ীৰ লগতো তেওঁৰ কিছু যোগাযোগ আছিল।

এদিন ব্যৱসায় সম্পৰ্কত গাড়ীবোৰ আহি বৰ ভীৰ হোৱা অৱস্থাতে এলিজাবেথক এজন বয়ৱাই এটুকুৰা সৰু কাগজ দি গ'লহি।

তাত লিখা আছিল—'তৎক্ষণাত ডাবনোভাৰ হিলৰ শস্যৰ ভঁৰাল ঘৰলৈ পাৰিলে আহিব লাগে।'

এলিজাবেথে ভাবিলে হয়তো ব্যৱসায় সংক্ৰান্তত কিবা প্ৰয়োজন হোৱাত দেউতাক হেনচাৰ্ডে মাতি পঠিয়াছে। ডাবনোভাৰ হিলৰ শস্যৰ ভঁৰালটো হেনচাৰ্ডৰ এটা ডাঙৰ ভঁৰাল।

এলিজাবেথে তৎক্ষণাত তালৈ গ'ল। তাত বাটৰ দুৱাৰ খোলা আছিল যদিও এলিজাবেথে প্ৰথমতে তাত কোনো লোকক দেখা নাপালে। তেতিয়া কিন্‌কিনিয়া বৰষুণ দি আছিল। এলিজাবেথে ভঁৰালঘৰৰ বাৰান্দাতে থিয় হ'ল আৰু ইফালে সিফালে চালে।

এনেতে এলিজাবেথে দেখিলে কোনোবা এজন তেওঁৰ কাষলৈ আহিছে। এলিজাবেথৰ ঠিক ওচৰতে বাৰান্দাত তেওঁ ৰ'লহি। সেয়া আছিল ফাৰ্ফ্ৰি। ফাৰ্ফ্ৰিয়ে এলিজবেথ তাত থিয় হৈ থকা কথাটো অকণো ভবা নাছিল আৰু লক্ষ্যও কৰা নাছিল। ফাৰ্ফ্ৰিয়ে এটুকুৰা কাগজ জেপৰ পৰা উলিয়াই চালে।

ইয়াৰ পিছত হঠাতে ফাৰ্ফ্ৰিয়ে এলিজাবেথক দেখি থমক খালে।

—'অ, মিচ্ নিউচন! আপুনি ইয়াত থকা কথাটো মই একেবাৰে নাজানোঁ। মই এই ভঁৰালটোৰ কামতহে আহিছিলোঁ। ক্ষমা কৰিব।'

—'অ,— মিঃ ফাৰ্ফ্ৰি! ময়ো একেটা কামতে আহিছিলোঁ। কিন্তু আপুনিয়ে নেকি মোক ইয়াত লগ পাব বিচাৰিছিল?'

—'মই আপোনাক লগ পাবলৈ বিচাৰিছিলোঁ? কিন্তু…! নিশ্চয় ইয়াত কিবা এটা ভুল হৈছে!'

ফাৰ্ফ্ৰিয়ে অতি চিন্তিতভাৱে মুখতে কথাখিনি উচ্চাৰণ কৰিলে।

এলিজাবেথে কাগজ টুকুৰা উলিয়াই ফাৰ্ফ্ৰিক দেখুৱাই ক'লে —'এয়া আপুনি লিখি মোলৈ পঠিয়াইছিল নেকি? ইয়াত কাৰো নাম নাই।

—'নাইতো,—মই লিখা নাই। ঠিক এনেকুৱা কথা লিখা মৱো এটুকুৰা কাগজ পাইছোঁ। সেই কাৰণেই মৱো ইয়ালৈ আহিছোঁ। তেনেহ'লে আমাৰ দুয়োকে নিশ্চয় কোনোবাই লগ পাব বিচাৰিছে নেকি ?'—

দুয়ো কিছুসময় মনে মনে থাকিল। কি কথা পাতিব তাকো তেওঁলোকে ভাবি নাপালে। কাষৰ বাটেৰে যোৱা মানুহবোৰে দুয়োৰে ফালে সমান্যভাৱে চাই গুচি গ'ল। তেওঁলোক দুয়ো তেনেকৈ একেলগে অকলসৰে থাকিবলগীয়া হোৱাত যথেষ্ট লাজ আৰু সঙ্কোচ ভাৱ আহিছিল। বৰষুণৰ পানীবোৰ তেতিয়াও টপ্ টপ্‌কৈ দোহোৰাত পৰি আছিল। ভালেখিনি সময় দুয়ো তেনেকৈ থকাৰ পিছত ফাৰ্ক্রিয়ে ক'লে—

—'কোনো লোকেইতো আমাক লগ ধৰিবলৈ ইয়ালৈ এই পৰ্য্যন্ত নাহিল। এনেয়ে আমাৰ সময়বোৰ নষ্ট কৰাৰ এয়া কাৰোবাৰ কু-অভিপ্ৰায় বুলিহে মোৰ সন্দেহ হৈছে।'

—'অকল সেয়াই জানো ? আমাক অপমানিত কৰাৰো এয়া লজ্জাজনক কু-অভিসন্ধি।'

এলিজাবেথে বিৰক্তিৰে ক'লে।

'সচাকৈয়ে অপমানজনক কথা মিচ্ নিউচন। আপুনি মোৰ কাৰণেই কাৰোবাৰ দ্বাৰা নিশ্চয় এনেদৰে লাজ পাব লগা হ'ল। বেয়া নাপাব।'

—নাই, নাই; বেয়া পোৱা কথা নহয়। কাৰোবাৰ দুষ্টামিক আপুনি মই গাত পাতি ল'লে কেনেকৈ হব! এই বিষয়ে চিন্তা নকৰিবই।

—'মই চিন্তা নকৰোঁ; কিন্তু আপোনাৰ মনত আঘাত লাগে বুলিহে মই কৈছোঁ।

পুনৰ কিছুসময় ছুয়ো নিমাতে থাকিল। তাৰ পিছত এলিজাবেথে সুধিলে—'আপুনি স্কটলেণ্ডলৈ ঘূৰি যোৱাৰ চিন্তাতেই আছে বোধহয় ?'

—'নাই। আপুনি কিয় সুধিলে ?'

—'নহয় মই ধাৰণাহে কৰিছোঁ। কাৰণ প্ৰায়ে আপুনি স্কটলেণ্ডৰ ওপৰত ৰচিত গীত গাই থকা মই শুনো। ইয়াৰ পৰা মই অনুমান কৰিছোঁ স্কটলেণ্ডৰ স্মৃতিয়ে আপোনাক নিশ্চয় ব্যাকুল কৰি তুলিছে।'

—'অৱশ্যে নোহোৱা নহয়। যদিও মোৰ জন্মভূমিৰ কথাবোৰে মোক ব্যাকুল কৰি তোলে তথাপি আপোনালোকৰ দৰে আপোন যেন লগা, মানে মৰমীযাল পৰিয়ালৰ লগত চাকৰি কৰি সেইবোৰ পাহৰিবলৈ চেষ্টা কৰিছোঁ। মই যোৱাৰ চিন্তা কৰা নাই।'

ছুয়ো আকৌ মনে মনে থাকিল।

এলিজাবেথে কলে—'বৰষুণ বেছিহে হৈ আহিব ধৰিছে। এন্ধাৰো হব। এতিয়া যাওঁগৈ।'

—'বৰষুণ বেছিহে হ'ল দেখোন। অলপ ৰওঁক।' মই এটা ছাতিৰ দিহা কৰি দিওঁ।'—ফাৰ্ক্সিয়ে কথাখিনি কৈ ইফালে সিফালে চালে।

—'নাই নালাগে। এনেকৈয়ে পাৰিম। অকণমানহে বাট।'

- 'আপোনাৰ চুলি আৰু কাপোৰ কানিত ভঁৰাল ঘৰৰ ধূলি-বোৰ বৰ বেয়াকৈ উৰি পৰিছেহি। বৰষুণত তিতিলে এইবোৰ তেনেই লাগি ধৰিব। মই জোকাৰি দিওঁ ৰব।'

ফাৰ্ক্সিয়ে এলিজাবেথৰ চুলি আৰু গাত লাগি থকা ধূলিবোৰ জাৰি জোকাৰি দিলে। এলিজাবেথে ধন্যবাদ দি বাৰন্দাৰ পৰা নামি আহিল। ফাৰ্ক্সিয়ে এলিজাবেথলৈ একান্তভাৱে আৰু এক নতুন আমোদেৰে চালে। তাৰ পিছত তেৰোঁ পিছে পিছে বাৰান্দাৰ পৰা নামি আহিল।

॥ ১৫ ॥

এলিজাবেথ দিনে দিনে বৰ ধুনীয়া হৈ আহিবলৈ ধৰিলে যদিও কেম্ব্ৰিজ চহৰৰ মানুহে প্ৰথমে বৰ মন কৰা নাছিল। কিন্তু জোনাল্ড কাৰ্ফ্ৰিক এলিজাবেথৰ মনোমোহা সৌন্দৰ্য্যই প্ৰথমৰ পৰাই আকৰ্ষণ কৰিছিল। হেনচাৰ্ডে মৰমতে আনি দিয়া বিবিধ পোছাক-পাতি আৰু প্ৰসাধন সামগ্ৰীত যদিও এলিজাবেথে গা-ঢালি দিয়া নাছিল তথাপি কেম্ব্ৰিজ চহৰৰ এজন মেয়ৰৰ পালিত জীয়েক হিচাবে মেয়ৰৰ সন্মান ৰাখিবলৈ আৰু তেওঁক সন্তুষ্ট কৰিবলৈ হ'লেও মাজে সময়ে সেইবোৰ পিন্ধি চায় আৰু প্ৰসাধনো লয়। তেতিয়া এলিজাবেথক আৰু ধুনীয়া দেখা গৈছিল।

কিন্তু দিন যোৱাৰ লগে লগে কেম্ব্ৰিজ চহৰৰ আন লোকৰ কাৰণেও এলিজাবেথ আকৰ্ষণৰ কথা হৈ পৰিছিল। এলিজাবেথৰ নম্ৰতা, সৰলতা আৰু সৌন্দৰ্য্যত সকলো মোহিত হ'ল। এলিজাবেথে জীৱনত নোপোৱা মৰম-চেনেহ আৰু আদৰ সকলোৰে পৰা পাবলৈ ধৰিলে। কাৰ্ফ্ৰিয়েও এলিজাবেথৰ আগত তেওঁৰ সৌন্দৰ্য্যৰ প্ৰসংসা নকৰাকৈ নাথাকিল।

এলিজাবেথে এদিন আবেলি নিজৰ বিচনাতে বহি জীৱনৰ কথাবোৰ হঠাতে মনলৈ আনিলে। কি অৱস্থাৰ পৰা কেনেকৈ এই অৱস্থা পালেহি! কিমান বিশ্বাস আৰু মৰমেৰে হেনচাৰ্ডে তেওঁলোকক নিজৰ বুলি আকোৱালী ল'লে! কাৰ্ফ্ৰিৰ প্ৰতি ক্ৰমে তেওঁৰ বাঢ়ি অহা দুৰ্বলতাৰ কথা যদি মেয়ৰ হেনচাৰ্ডে সচাঁকৈ জানিছে বা জানিব পাৰে, তেনেহ'লে তেওঁ কিমান বেয়া ছোৱালী বুলি হেনচাৰ্ডে ভাবিব! মাক চুচানেও হয়তো দুখ পাব। কিন্তু কাৰ্ফ্ৰিৰ কথা জানো তেওঁৰ মনলৈ নহাকৈ থাকিব?

কথাবোৰ ভাবি এলিজাবেথে সন্মুখৰ খিৰিকিখনেৰে বাহিৰলৈ চাই পঠিয়ালে। কিছুদূৰত দেখিলে সদায় দেখাৰ দৰে হেনচাৰ্ডৰ

লগত ফাৰ্ফ্ৰি শুকান ধাঁহৰ দমবোৰৰ মাজত কামত ব্যস্ত আছে। মাজে মাজে দুয়োৰে বৰ আন্তৰিকতাৰে কথা-বতৰা পাতিছে।

এলিজাবেথে কিছুসময় তেওঁলোকলৈ তেনেকৈ চাই থাকি ভাবিলে 'চিনাকি-অচিনাকি মানুহৰ মাজত সঁচাকৈয়ে কেনেদৰে বন্ধুত্ব গঢ়ি উঠে।'

সেইসময়ত আবেলি প্ৰায় ছয় বাজিছিল। আন এজন ডেকা মানুহেৰে হেনচাৰ্ড আৰু ফাৰ্ফ্ৰি কাম সামৰি তাৰ পৰা ওলাই আহিল। গে'টখন পাৰ হৈয়েই ডেকাজন তেওঁলোকৰ পৰা বিদায় লৈ আনফালে যাব খোজাত হেনচাৰ্ডে ক'লে—

—'শুনা হুইটল ! কাইলৈ ৰাতিপুৱা ঠিক সময়ত আহিবা, আৰু কামত ধৰিবা। ইয়াৰ ব্যতিক্ৰম হ'লে মোক কিন্তু নুদোষিবা।'

হেনচাৰ্ডে হুইটল নামৰ এই ডেকাজনক তেনেকৈ কোৱাৰ কাৰণ আছে। কামলৈ অহাত এই ডেকাজনৰ সদায় পলম হয়। ৰাতি-পুৱা হেনো তেওঁ সাৰেই নাপায়। এই ডেকাজনে ধাঁহৰ বোজা আৰু শস্যৰ বস্তাবোৰ ওজন কৰা, বোজাই দিয়া কামত হেনচাৰ্ডক সহায় কৰি দিয়াৰ উপৰিও প্ৰায়ে বোজাই গাড়ীৰ লগত দূৰ চহৰলৈও যাবলগীয়া হৈছিল। কিন্তু ঠিক সময়ত উপস্থিত হব নোৱাৰিলে এনেবোৰ কামত বৰ অসুবিধা হয়।

কিন্তু পিছদিনা সেয়েই হ'ল। ৰাতিপুৱা ছয় বাজি গ'ল। হুইটলৰ দেখা-দেখি নাই। হেনচাৰ্ড ফাৰ্মৰ কাৰ্য্যালয়ৰ সমুখলৈ ওলাই গ'ল। দূৰ চহৰলৈ হুইটল লগত যাবলগীয়া বোজাই গাড়ী-খনত ঘোঁৰা জুৰি সাজু হৈ আছিল। সেই গাড়ীৰ লগত অন্যান্য মানুহবোৰেও হুইটললৈ প্ৰায় কুৰিমিনিট সময় ৰখিলে।

ঠিক সেই সময়তে হেপাই-ফেপাই হুইটল সেইখিনি ওলালহি। তেওঁক দেখি হেনচাৰ্ডৰ ভীষণ খং উঠিল।

—'শুনা হুইটল !' টান মাতেৰে হেনচাৰ্ডে ক'লে।

'আজিয়েই তোমাৰ শেষ দিন। মই শেষবাৰৰ কাৰণে কৈছোঁ আৰু যদি এনেদৰে তোমাৰ পলম হয় তেনেহ'লে তোমাক গাড়ীৰ

ইয়াৰ পৰা বাহিৰ কৰি দিম। তোমাৰ কোনো কথাই মই নুশুনিম।'

—'দেউতা ক্ষমা কৰিব। ৰাতি কিয় জানো মোৰ টোপনিয়েই নহ'ল। ৰাতিপুৱাৰ সময়ত হঠাতে ক'ৰপৰা জানো টোপনিটো আহিল।'

—'মনে মনে থাকা। তোমাৰ কোনো কথাই মই শুনিব নোখোজো।'

অতি কৰ্কশ মাতেৰে হেনচাৰ্ডে হুইটলক ঢমকনি দিলে।

—'কিন্তু দেউতা, মোৰ কথাখিনি শুনকচোন।'

হেনচাৰ্ডে হুইটলৰ কথাৰ প্ৰতি অকণো কাণ নিদিলে। তেওঁ তাৰ পৰা অকণমান আতঁৰি গৈ অন্য কামত মন দিলে।

সেই দিনাতকৈও আৰু সোনকালে পিছদিনা ব্লেকম'ৰ নামৰ যথেষ্ট দূৰ ঠাইলৈ গাড়ীসমূহ পঠোৱাৰ কথা আছিল। ভালদৰে পোহৰ নোহোৱাৰ কাৰণে লেম লগাই চাৰি বজাতে গাড়ীবোৰ সাজু কৰা হৈছিল। কিন্তু সেই দিনাও হুইটল আহি পোৱা নাই। আন মানুহে গৈ হুইটলক জগাই মাতি অনাৰ আগেয়ে হেনচাৰ্ড তাত উপস্থিত হ'লহি আৰু হুইটলৰ খবৰ ল'লে।

'মই জানো, সি কেতিয়াও মোৰ কথা পালন নকৰে, কিন্তু,— মই মোৰ কথা পালন কৰিম।'

হেনচাৰ্ড পোনচাটেই হুইটলৰ শোৱা পৰ্জাটিৰ ওচৰত থিয় হ'ল আৰু দুৱাৰখন থেলি ভিতৰ সোমাল।

—'এই লাটচাহাব, উঠ। কামলৈ ব'ল। নহ'লে এতিয়াই ইয়াৰ পৰা বাহিৰ হ। তোৰ আৰামমতে ব্যৱসায় নচলে। কোনো কাপোৰ-কানি পিন্ধিব নালাগে। যেনে আছ তেনেই ব'ল। আৰু যদি নাযাৱ তেনেহ'লে আজিৰপৰা তোৰ কাম শেষ। ইয়াত এক মুহূৰ্ত্তও উপস্থিত নাথাকিবি।'

তেতিয়া শুই থকা হুইটল হেনচাৰ্ডৰ চিঞৰ-বাখৰত সাৰ পাই শোৱা চাংখনতে উঠি বহিল আৰু হেনচাৰ্ডৰ শেষ হুকুম শুনি হতাশ হৈ হেনচাৰ্ডৰ ভৰিত ধৰি তেওঁ অনুনয়-বিনয় কৰিব খুজিলে। কিন্তু হেনচাৰ্ড তাত এক মুহূৰ্ত্তও নৰৈ তাৰপৰা খঙেৰে ওলাই গুছি

আছিল। হুইটলে শুই থকা জাঙিয়াটোৰেই দৌৰি ওলাই আহিল। কিন্তু হেনচাৰ্ড ইতিমধ্যে কিছু আঁতৰি গৈছিল।

এনেতে হেনচাৰ্ডক বিচাৰি ফাৰ্ফ্রিও সেইখিনি পাইছিলহি। হুইটলক তেনে অৱস্থাত দেখি ফাৰ্ফ্রিয়ে তেওঁক কি হৈছে বুলি সুধিলে।

—'মোৰ মৰ টোপনিটোৱে সদায় অঘটন ঘটায়। মোক বিচনাৰ পৰা টানি তুলি কানি-কাপোৰ নিপিন্ধাকৈয়ে এতিয়াই এনেকৈ গাড়ীৰ লগত ব্রেকম'ৰলৈ যাবলৈ হুকুম দিছে। মোৰ কাপোৰখনো পিন্ধিবলৈ সময় নিদিয়ে। নহ'লে মোক কাম এৰি যাবলৈ কৈছে। চাওঁকছোন, এনেকৈ আধা নওঠা অৱস্থাৰে মই যাব পাৰোঁনে ? গাঁৱৰ তিৰি-চলি-বিলাকে মোক দেখি নাহাঁহিবনে ? এনে লাজ পোৱাতকৈ মই আত্ম-ঘাটি হৈ মৰিম, মই আপোনাক নিশ্চয়কৈ কৈছোঁ।'

—'ঠিক আছে,- যোৱা। এতিয়াই তৎক্ষণাত কাপোৰ পিন্ধি আহা। এনেকৈ গ'লে মৱেই তোমাক কোবাই মাৰিম।'

—'কিন্তু,—চাৰ, মালিকলৈ মোৰ বৰ ভয় লাগে। মালিকে কৈছে—'কি মালিক, মালিক কৰি আছা ? কোনো মালিকক মই ভয় নকৰোঁ। মই কৈছোঁ,—এতিয়াই যোৱা।'

হুইটলে ফাৰ্ফ্রিৰ কথাত নিৰ্ভয় পাই নিজৰ শোৱা পজাটিলৈ বুলি ঘূৰি খোজ দিছিলহে মাথোন—

—'হেই, হেই চাহাব, তোক কোনে ঘূৰাই পঠিয়ালে।'

হেনচাৰ্ডে ঘূৰি চাই খঙেৰে চিঞৰি উঠিল। আশে-পাশে কামত ব্যস্ত থকা আটাইবোৰ মানুহেই ফাৰ্ফ্রিৰ ফালে মূৰ দাঙি চালে।

—'ময়ে পঠিয়ালোঁ।' ফাৰ্ফ্রিয়ে ক'লে। —'এইবিলাক সক কথাই বৰ বেয়া কৰে।'

—'নাই, মই কৈছোঁ; হুইটল, তেনেদৰেই এতিয়াই গাড়ীত উঠ।'

—'হয় নোৱাৰে। মই যদি মেনেজাৰ হওঁ তেনেহলে তেওঁ মোৰ কথামতে ঘৰলৈ গৈ কাপোৰ্ পিন্ধি আহক। নহলে এই কাৰ্মৰ পৰা মৰেই গুলাই যাম।'

হেনচাৰ্ড অতি আচৰিত হৈ ৰঙা-চিঙা পৰি ফাৰ্ফ্রিৰ ফালে চাই থাকিল। ফাৰ্ফ্রিয়েও তেওঁৰফালে চাই তলমূৰ কৰিলে। পিছমুহূৰ্ত্তে হেনচাৰ্ডৰ ওচৰলৈ গৈ ফাৰ্ফ্রিয়ে অতি শান্তভাৱে ক'লে—'আহক, আপোনাৰদৰে পদমৰ্য্যদা সম্পন্ন লোক যথেষ্ট সহনশীল হোৱা উচিত। এনে নিষ্ঠুৰ হোৱাটো উচিত হোৱা নাই।'

—'এইটো নিষ্ঠুৰভাৱ কথা নাছিল।'

বোবা ল'ৰা এজনৰ মুখৰ পৰা ওলোৱাৰ দৰে হেনচাৰ্ডৰ মুখৰ পৰা দোবোল খাই কথাখিনি ওলাল।

—'ভৱিষ্যতে যাতে তাৰ মনত থাকে তাৰ বাবেহে এটা শিক্ষা দিব বিচাৰিছিলোঁ। কিন্তু, মিঃ ফাৰ্ফ্রি, মোৰ এই কৰ্মীবোৰৰ আগত মোক আপুনি এনেদৰে ব্যৱহাৰ কৰিলে কিয়? আপুনিতো মোক আন প্ৰকাৰেও কব পাৰিলেহেঁতেন।'

অত্যন্ত আঘাত অনুভৱ কৰি হেনচাৰ্ডে ক'লে।

হেনচাৰ্ডে পুনৰ ক'লে—'বুজিছোঁ, কিয় আপুনি মোক তেনে ব্যৱহাৰ কৰিলে। মোৰ দৰে আৰু মূৰ্খ নাই। মোৰ জীৱনৰ দুৰ্ভাগ্য-জনক ঘটনাসমূহ আপোনাক কৈয়েই মই ডাঙৰ মূৰ্খামী কৰিছোঁ, আৰু সেই মূৰ্খামীৰ সুযোগ আপুনি লব বিচাৰিছে।'

—'সেইবোৰ কথা মই কেতিয়াবাই পাহৰি পেলাইছোঁ।'

একেবাৰে শান্তভাৱে ফাৰ্ফ্রিয়ে উত্তৰ দিলে।

হেনচাৰ্ডে তলমূৰ কৰি অতি দুখমনে তাৰ পৰা আঁতৰি গ'ল। গোটেইদিনটো হেনচাৰ্ডে কাকো মাত-বোল নকৰাকৈ থাকিল। কোনোবাই কাৰ্মৰ কিবা কথা সুধিবলৈ আহিলে কৈছিল—'ফাৰ্ফ্রিক সোধা। তেওঁহে ইয়াৰ মালিক।'

প্ৰকৃতপক্ষে সেয়াই হৈছিল। ফাৰ্ফ্ৰি হেনচাৰ্ডৰ ফাৰ্মৰ মেনেজাৰ হৈ কাম কৰা দিন ধৰি ফাৰ্ম আৰু ব্যৱসায়ৰ গতি বেলেগ হৈ পৰিছিল। ফাৰ্ফ্ৰিৰ সুন্দৰ পৰিচালনাত ব্যৱসায়ে অতি কম দিনতে আচৰিতভাৱে উন্নতি লাভ কৰিব ধৰিলে। আনকি ফাৰ্ফ্ৰিৰ প্ৰভাৱ আৰু সুন্দৰ ব্যৱহাৰত কৰ্মী আৰু আনলোক মুগ্ধ হৈছিল। হেনচাৰ্ডৰ অস্তিত্ব আটায়ে পাহৰি ফাৰ্ফ্ৰিকেই তাৰ প্ৰকৃত গৰাকী হিচাবে যি কোনো কথা সুধিবলৈ মানুহে ফাৰ্ফ্ৰিকে বিচাৰিছিল।

'মানুহজন দেখাত যিমান ধুনীয়া, ব্যৱহাৰ পাতিও সিমান ধুনীয়া। ফাৰ্ফ্ৰিৰ লগত হেনচাৰ্ডৰ কোনো তুলনাই নহয়।'

আগৰেপৰাই ফাৰ্ফ্ৰিৰ প্ৰতি মানুহৰ আকৰ্ষণ আৰু লগতে প্ৰত্যক্ষভাৱে মানুহৰ যেতিয়াই তেতিয়াই এনেদৰে ফাৰ্ফ্ৰিৰ প্ৰতি প্ৰশংসা আৰু হেনচাৰ্ডৰ প্ৰতি অৱজ্ঞা হেনচাৰ্ডৰ ক্ৰমে অসহ্য হৈ আহিছিল। তাতে আকৌ ফাৰ্ফ্ৰিৰ সেইদিনাৰ ব্যৱহাৰে হেনচাৰ্ডক অতি মৰ্মাহত কৰি তুলিলে। তেওঁযে, ফাৰ্ফ্ৰিক নিজৰ জীৱনৰ গোপন কথাবোৰ কৈ কিমান ভুল কৰিলে এই কথা তেওঁৰ মনলৈ বাৰে বাৰে আহিবলৈ ধৰিলে।

## ॥ ১৬ ॥

কোনোদিনে কাৰো পৰা দুৰ্ব্যৱহাৰ নোপোৱা মেয়ৰ হেনচাৰ্ডৰ অন্তৰত ফাৰ্ফ্ৰিৰ ব্যৱহাৰে বাৰকৈয়ে আঘাট কৰিলে। ফাৰ্ফ্ৰিৰ লগত মিলা-মিচা আৰু কথা-বতৰা হেনচাৰ্ডৰ একেবাৰে সীমাবদ্ধ হৈ পৰিল। আগৰদৰে ফাৰ্ফ্ৰিৰ কান্ধত ধৰি একেলগে হাঁহি-মাতি ফুৰা হ'ল। ফাৰ্ফ্ৰিৰ শোৱা কোঠালৈগৈ 'হেৰি ডেকা ল'ৰা, অকলে

কি কৰিছে ? আহক চাহ-জলপান খাওঁগৈ বুলি মাতি অমাটো বন্ধ হ'ল। ব্যৱসায় আৰু ফাৰ্মৰ কামত যি কথাত প্ৰয়োজন তাতহে দুয়োৰো লগা লগি হয়, আৰু অত্যন্ত প্ৰয়োজনীয় কথাখিনিহে হয়। ফাৰ্ফ্ৰিয়েও নিজৰ ব্যৱহাৰৰ কাৰণে দুখ পাইছিল। তাৰ বাবে এটা সময়ত হেনচাৰ্ডৰ ওচৰত ক্ষমাও বিচাৰিছিল। তথাপি মালিক হেনচাৰ্ডৰ লগত আগৰদৰে খোলা মন এটা লৈ কাম কৰিব পৰা নাই।

এই সময়তেই জাতীয় উৎসৱৰ দিন এটি ওচৰ চাপিল। মেনেজাৰ হিচাবে ফাৰ্মখনত এই উৎসৱ পতাৰ প্ৰয়োজনবোধ কৰি হেনচাৰ্ডৰ লগত আলোচনা কৰিবলৈ আহি সুধিলে—'উৎসৱ উপলক্ষে আমি বিশেষভাৱে কিবা আয়োজন কৰিম নেকি ? কাপোৰ-কানি কিনি কিছু সজাই পৰাই তোলাটো ভাল হব নেকি ?'

—'আপুনি যি ভাল দেখে তাকে কৰক।'

হেনচাৰ্ডে উদাসীনভাৱে উত্তৰ দিলে।

ফাৰ্ফ্ৰি তাৰ পৰা আঁতৰি যোৱাত হঠাতে হেনচাৰ্ডৰ মনত এটা প্ৰতিদ্বন্দ্বিতাৰ ভাব আহি গ'ল।

—'কিয় সি এনেদৰে জাকজমককৈ এই উৎসৱটো পালন কৰিব বিচাৰিছে বুজিছোঁ। ফাৰ্মৰ কৰ্মী আৰু অন্যান্য লোকক ভালৰি বোলাই অধিক জনপ্ৰিয়তা অৰ্জন কৰিব বিচাৰিছে। কিয়, মই মেয়ৰ হিচাবে চহৰত ইয়াতকৈ আৰু জাকজমকতাৰে এই উৎসৱ পাতিব নোৱাৰো জানো ?'

হেনচাৰ্ডে জৰুৰীভাৱে পৌৰ নিগমৰ সভ্যসকলৰ এখন সভা আহ্বান কৰি এই সম্বন্ধে আলোচনা কৰিলে আৰু সকলো প্ৰস্তুতি ঠিকঠাক কৰি পেলালে। তেওঁৰ প্ৰতিষ্ঠানত ফাৰ্ফ্ৰিয়ে কেনেভাৱে আয়োজন কৰিছে তালৈ তেওঁ অকণো মন-কাণ নকৰিলে। চহৰৰ অতি জনপ্ৰিয় আহল বহল সুন্দৰ ঠাই এডোখৰত ধুনীয়াকৈ সজাই

পৰাই হেনচাৰ্ডে সকলো আয়োজন ঠিক কৰালে। ৰং বিৰঙৰ ডাণ্ডৰ ডাণ্ডৰ আখৰেৰে চহৰৰ বিভিন্ন ঠাইত উৎসৱ পালন সম্পৰ্কে নানাৰকমৰ খেল-ধেমালি, খোৱা-বোৱা, ৰং ৰহইছ হব বুলি জাননী দি প্ৰচাৰ কৰালে। আনকি তাত মল্লযুদ্ধ, ঘোঁৰা দৌৰ আদিৰ প্ৰতিযোগিতা হব বুলিও প্ৰচাৰ কৰালে।

আনফালে ব্যৱসায় প্ৰতিষ্ঠানৰ নিচেই ওচৰতে সাধাৰণভাৱে কাপোৰ-কানিৰে সজাই পৰাই উৎসৱ পালনৰ বাবে অমুষ্টুপীয়াকৈ ফাৰ্ফ্ৰিয়ে আয়োজন কৰিলে।

আগৰেপৰা বতৰ সুন্দৰভাৱে পৰিষ্কাৰ আছিল যদিও উৎসৱৰ দিনা ৰাতি পুৱাৰে পৰাই বতৰ ক্ৰমে গোমোঠা হৈ আহিল। তাৰ পিছত প্ৰথমে কিন্‌কিনিয়াকৈ আৰু শেষত প্ৰায় গোটেই দিনটো যথেষ্ট বতাহৰ লগে লগে ধাৰাসাৰে বৰষুণ দিবলৈ ধৰিলে। সজোৱা কাপোৰ-কানি, বহা আসন, চকি-মেজ আটাইবোৰ বৰষুণত বৰ বেয়াকৈ তিতি গ'ল। হেনচাৰ্ডে কৰোৱা সকলো আয়োজন অথলে গ'ল। উৎসৱৰ থলিত কোনো মানুহ গোট খাব নোৱাৰিলে।

কিন্তু, সন্ধিয়া ছয়মান বজাত বৰষুণ এৰিলে আৰু গছ বনত লাগি থকা বৰষুণৰ টোপালাবোৰ বতাহত জৰ্‌জৰ্‌কৈ মাটিত পৰিল। শেহতীয়াকৈ হলেও উৎসৱ পালনৰ অকণমান আশা হ'ল। ঠাই-বোৰ মোচা-কচা কৰি গান-বাজনাৰ নিৰ্দ্দেশ দিয়া হ'ল। নৃত্যাদি কৰা বৃহৎ মেজখনৰ পানীবোৰ মুচি শুকাই লোৱা হ'ল। নৃত্য কৰিবলৈ মাত্ৰ এগৰাকী মহিলা আৰু দুজন মতা মানুহ দেখি হেনচাৰ্ডে সুধিলে—

—'কি হ'ল? গান-বাজনা আৰু নৃত্যাদি কৰা বাকীবোৰ মানুহ কলৈ গ'ল? দোকানবোৰো খোলা নাই কেলেই?'

সকলো মানুহ ফাৰ্ফ্ৰিয়ে আয়োজন কৰা আপোনাৰ প্ৰতিষ্ঠানৰ উৎসৱৰ থলিলৈ গৈছে।' তাত বৈ থকা কোনোবা এজনে কলে।

—'আটাইবোৰ মূৰ্খ।'

হেনচাৰ্ডে খঙেৰে ইফালে সিফালে অহা-যোৱা কৰিব ধৰিলে। তেওঁ দেখিলে দুই এজন খেলাক আৰু গান-বাজনা কৰা লোক আছে যদিও তাত দৰ্শক এজনো নাই। হেনচাৰ্ডৰ ধৈৰ্য্যৰ সীমা পাৰ হ'ল।

—'উৎসৱৰ ইয়াৰ সকলো কাৰ্য্যসূচী বাতিল কৰি দিয়া হ'ল। খোৱা-বোৱাৰ সকলো আয়োজন বন্ধ। ইতিমধ্যে যোগাৰ হৈ থকা সকলোবোৰ খাদ্য সামগ্ৰী চহৰৰ দুখীয়াসকলক ভগাই দিয়া।'

হেনচাৰ্ডে খঙেৰে কাৰো হুকুম শুনাই দি ঘৰলৈ গুচি আহিল। তেওঁৰ হুকুম মতেই সকলো আযোজন বাতিল কৰা হ'ল।

ঘৰলৈ আহি হেনচাৰ্ডে নিজপৰিবাৰ চুচান আৰু জীয়েক এলিজাবেথৰ লগত বহি একাপ চাহ খালে। তাৰ পিছত ৰাস্তাৰ পিনে ওলাই আহিল। অকণমান আঁতৰত ফাৰ্ফ্রিয়ে আয়োজন কৰা উৎসৱৰ থলিৰ পৰা গান-বাজনাৰ সুন্দৰ সুৰ ভাহি আহি তেওঁৰ কাণত পৰিল। তেওঁ সেইফালে লাহে লাহে আগুৱাই গ'ল। তেওঁ দেখিলে বিৰাট তম্বু এটা তৰি আকৰ্ষণীযভাৱে সজোৱা হৈছে। বৰষুণ বতাহেও তাৰ অকণো ক্ষতি কৰিব পৰা নাই। তম্বুটোৰ কেউপিনে এবাৰ চকু ফুৰাই চাই লাহেকৈ ভিতৰলৈ লক্ষ্য কৰিলে। দেখিলে, আসন-বোৰ শাৰী শাৰীকৈ অতি শৃঙ্খলাবদ্ধভাৱে সজোৱা আছে। তম্বুটোৰ ভিতৰখন মানুহেৰে ভৰি পৰিছে। গান-বাজনা, নৃত্যাদি কৰা লোক সকলক নিৰ্দিষ্ট ঠাইত আসন দিয়া হৈছে আৰু ইটোৰ পিছত সিটোকৈ কাৰ্য্যসূচী নিয়াৰিকৈ চলি আছে।

হেনচাৰ্ড তম্বুৰ ভিতৰলৈ আন্ধাৰৰ আঁৰ লৈ সোমাই গ'ল আৰু কোনেও গম নোপোৱাকৈ এন্ধাৰত এচুকত বৈ সকলোবোৰ লক্ষ্য কৰিলে। ইতিমধ্যে মঞ্চত এদল ডেকা-গাভৰুৱে গান-বাজনাৰ তালে-তালে নাচি আছিল। হেনচাৰ্ডে ভালদৰে নিৰীক্ষণ কৰি

দেখিলে স্কটিছ ডেকা ফাৰ্ফ্ৰিয়েও সেই দলটোত নাচিছে। নাচ শেষ হ'ল। দৰ্শকৰ মাজত, বিশেষকৈ তিৰোতা-ছোৱালীৰ মাজত ফাৰ্ফ্ৰিৰ উচ্চ প্ৰশংসা চলিল। অলপ পিছতে ফাৰ্ফ্ৰিয়ে নিজৰ সাধাৰণ পোছাক পিন্ধি দৰ্শকৰ মাজলৈ অহাত আটায়ে চিঞৰি চিঞৰি হাত জোকাৰি তেওঁক অভিনন্দন জনালে।

—'হেনচাৰ্ডে কৰা আয়োজন ইয়াৰ লগত কোনোৰকমেই তুলনা নহয়।"

—"মানুহ হিচাবেহে কাম। ফাৰ্ফ্ৰি যেনে সুন্দৰ লোক, কাম-বোৰো তেওঁৰ তেনে সুন্দৰ। হেনচাৰ্ডৰ কি আছে? ফাৰ্ফ্ৰি আছে বুলিহে হেনচাৰ্ডৰ ব্যৱসায়ো তিষ্ঠি আছে। ফাৰ্ফ্ৰিৰ অবিহনে হেনচাৰ্ডৰ অস্তিত্বই নাই। ভাগ্যৰ বলতহে হেনচাৰ্ডে এনে এজন লোক পাইছে।'

দৰ্শকৰ মাজৰ কোনোবা দুজনৰ আটাইখিনি কথা-বতৰা আৰু মন্তব্য হেনচাৰ্ডৰ কাণত থহ্ থহ্কৈ পৰিল। কথাৰ প্ৰতিটো শব্দই যেন তেওঁক চাবুকৰ দৰে আঘাট কৰিলে।

হেনচাৰ্ডে এনেতে দেখিলে তেওঁৰ ঘৈণীয়েক চুচান আৰু জীয়েক এলিজাবেথো আহি মঞ্চৰ একাষে সামান্য আঁতৰত ৰৈ মঞ্চৰ ফালে চাই আছে। তাৰ পিছত এলিজাবেথ হঠাতে তাৰ পৰা নোহোৱা হ'ল। হেনচাৰ্ডে কিবা ভাবিলে - আৰু কোনেও নেদেখাকৈ মঞ্চৰ পিছ পিনে থিয় হ'লগৈ। তাত গৈ দেখিলে ফাৰ্ফ্ৰিয়ে এলিজাবেথৰ লগত নাচিবৰ বাবে পোছাক পিন্ধি হাত, নখ, চকু, মুখ আদিত নিৰ্দিষ্ট প্ৰসাধন লব ধৰিছে। হেনচাৰ্ডৰ গাৰ কঁপনি উঠিল; কিন্তু নিজকে সংযত কৰি মনে মনে থাকিল।

হেনচাৰ্ডে ফাৰ্ফ্ৰিৰ প্ৰতি এক তীব্ৰ ক্ষোভ অনুভৱ কৰিলে। জাতীয় উৎসৱ পালনৰ এই সকলো আয়োজন কৰিছে, তেওঁৰ লগত প্ৰতিদ্বন্দিতা কৰি এই বিলাকেৰে ফাৰ্ফ্ৰিয়ে তেওঁক ভীষনভাৱে অপমান কৰিছে।"

হেনচাৰ্ড মনৰ উত্তেজনাত থিৰেৰে থাকিব নোৱাৰিলে। বাহিৰলৈ ওলাই আহি কাগজ এটুকুৰাত কিবা লিখিলে আৰু নিজে গৈ মানুহৰ মাজতে তেওঁ নিজ হাতে ফাৰ্ফ্ৰিক সেই কাগজ টুকুৰা দিলে।

ফাৰ্ফ্ৰিয়ে কাগজ টুকুৰা পঢ়িলে আৰু আচৰিত হৈ সুধিলে— "আপুনি কিয় এনে কৰিলে ?'

—"কোনো কাৰণ নাই। মুঠতে মোক আপোনাৰ সহায়ৰ আৰু প্ৰয়োজন নাই। কাইলৈ সকলো হিচাপ-পত্ৰ কৰি আপুনি মোৰ পৰা বিদায় লব।'

পিছদিনা মনৰ ক্ষোভ কিছু কমাত হেনচাৰ্ডে ফাৰ্ফ্ৰিক তেওঁৰ পৰা বিদায় লবলৈ লিখা কাগজখনৰ বাবে অনুতপ্ত হ'ল যদিও যথেষ্ট পলম হৈ গ'ল। ইতিমধ্যে হেনচাৰ্ডৰ সেই হুকুম মানি তেওঁৰ পৰা বিদায় লবলৈ ফাৰ্ফ্ৰিয়ে সম্পূৰ্ণভাৱে ঠিক-ঠাক কৰি পেলাইছিল।

॥ ১৭ ॥

ফাৰ্ফ্ৰিৰ ওপৰত হেনচাৰ্ডে লোৱা কঠোৰ কাৰ্য্য ব্যৱস্থা আৰু আচৰণৰ পৰা এলিজাবেথৰ নিশ্চিতভাৱে ধাৰণা হ'ল যে ফাৰ্ফ্ৰিৰ লগত তেওঁ নাচিবলৈ যোৱাটোৱেই এটা ডাঙৰ ভুল হৈ গ'ল। একেবাৰে সৰল ছোৱালী হিচাবে এলিজাবেথে ইয়াৰ পৰা যে কিবা হব এই কথা অকণো চিন্তাই কৰা নাছিল। চহৰৰ অতি সন্মানিত ব্যক্তি মেয়ৰ এজনৰ পালিত জীয়েক হিচাবে এলিজাবেথে হয়তো অতি অপমানজনক আৰু সন্মান হানিকৰ কাম কৰিলে!

এইবিলাক কথা চিন্তা কৰি এলিজাবেথে অন্তৰত বৰ আঘাট পালে। এলিজাবেথে হতাশ হৈ মাক চুচান ক'ত আছে এনেয়ে বিচাৰিলে ; কিন্তু মাকক তেওঁ তাত দেখা নাপালে। এলিজাবেথ আৰু কিছু সময় থাকে যদি থাকক এই ভাৱত মাকে তেওঁক তাতে এৰি ইতিমধ্যে ঘৰলৈ গৈছিল। তম্বুৰ পৰা ওলাই এলিজাবেথে এন্ধাৰৰ মাজেৰে অকলেই ঘৰলৈ খোজ ললে। কেইখোজমান যোৱাৰ পিছতে এলিজাবেথে অনুভৱ কৰিলে কোনোবা যেন তেওঁৰ পিছে পিছে আহিছে। তেওঁ ঘূৰি চাই তম্বুৰ ফাকেৰে ওলাই অহা পোহৰত দেখিলে সেয়া ফাৰ্ফ্রি।

'এয়া মিচ্ নিউচন নহয় জানো ? মই আ'ক তোমাক তাত বিচাৰিছিলোঁ।'--মনৰ দুখ ঢাকিবলৈ চেষ্টা কৰি ফাৰ্ফ্রিয়ে কলে। ইতিমধ্যে এলিজাবেথক ফাৰ্ফ্রিয়ে 'তুমি' বুলি সম্বোধন কৰিছিল।

মই তোমাক অকণমান আগবঢ়াই থব পাৰোঁনে ?

এলিজাবেথে কিবা কব খুজিও একো নকলে। দুয়ো লাহে লাহে খোজ কাঢ়ি আগুৱাই গ'ল।

তুমি জানিব পাৰিছা যে মই অতি সোনকালেই তোমালোকক এৰি গুচি যাম।'

'কিয় ?'—মূৰ নোতোলাকৈয়ে এলিজাবেথে নিবোকা ছোৱালীৰ দৰে সুধিলে।

ব্যৱসায় সম্পৰ্কীয় কথাত। পিছে মই ভাবিছিলো তোমাৰ লগত আৰু নাচিবলৈ সুবিধা পাম। কিন্তু········

মই যে একেবাৰে নাচিব নাজানো। ক'তো নাচ শিকাও নাছিলোঁ।

'হলেও তুমি সুন্দৰকৈ নাচিব পাৰিলাহেতেঁন। কিন্তু আজি তোমাক নাচিবলৈ লগত লৈয়েই তোমাৰ দেউতাৰাক হয়তো দুখ দিলোঁ ; অপমান কৰিলোঁ। সেই কাৰণেই চিৰদিনৰ কাৰণে তোমালোকক এৰি যাবলগীয়া হ'লো।'

ফাৰ্ক্ৰিৰ শেষৰ কথাখিনিয়ে এলিজাবেথৰ অন্তৰৰ বৰ বেয়াকৈ আঘাত কৰিলে। তেওঁৰ অন্তৰৰ পৰা এটি হুমুনিয়াহ ওলাই আহিল।

ভাবিছিলোঁ,—মই বহুত ভাল, মিচ্ নিউচন! যদি তোমাৰ দেউতাৰাই মোক খং নকৰিলেহেতেঁন,—আজি,—আজি ৰাতিয়ে তোমাক এটা মোৰ মনৰ কথা কলোঁহেঁতেন। কিন্তু,—মোৰ কাৰণে আৰু সেয়া সম্ভৱ হৈ নুঠিল।

ফাৰ্ক্ৰিৰ কথাখিনি এলিজাবেথে নীৰৱে শুনি গৈ থাকিল। মনৰ কি কথা কব বিছাৰিছে এই কথাও সুধিবলৈ এলিজাবেথৰ সাহস নহ'ল। আনকি ফাৰ্ক্ৰিয়েও খুলি কবলৈ সংকোচবোধ কৰিলে। অলপ আতঁৰত এলিজাবেথহতঁৰ ঘৰৰ পৰা ওলাই অহা লেম্পৰ পোহৰ দেখি দুয়ো থমকি ৰ'ল।

—"মই ভাবিবই পৰা নাছিলোঁ। আজি এই অনুষ্ঠানত অভাৱনীয়-ভাৱে আমি একেলগে এনেকৈ নাচিবলৈ পাম। তুমি ভাবিছিলানে? কেতিয়াও ভবা নাছিলোঁ। এলিজাবেথে উত্তৰ দিলে।

—'কিন্তু সৰ্বসাধাৰণ মানুহখিনিৰ অনুৰোধ ৰক্ষা কৰিয়েই তেওঁ লোকৰ আনন্দৰ বাবেই এনেদৰে নাচিবলগীয়া হলোঁ। মই ভাবো মই ইয়াৰ পৰা গুচি গলেও তেওঁলোকে মোক নিশ্চয় পাহৰিব নোৱাৰিব।'

—'আমিও আপোনাক কেতিয়াও পাহৰিব নোৱাৰিম। মই আশা কৰোঁ, আপুনি যাতে ইয়াৰ পৰা একেবাৰে গুচি নাযায়।'

—'ভাবি চাব লাগিব। এতিয়া তুমি ঘৰলৈ যোৱা। মই ইয়াৰ পৰা ঘূৰি যাম। তোমালোকৰ ঘৰলৈ গলে হয়তো দেউতাৰাই মোক খং কৰিব।'

ফাৰ্ক্ৰিয়ে তাত এলিজাবেথক এৰি উৎসৱৰ থলিলৈ বুলি, ঘূৰি খোজ ললে। এলিজাবেথে লাহে লাহে গৈ ঘৰৰ সমুখত থিয় হৈ ঘূৰি চালে। ফাৰ্ক্ৰি এন্ধাৰত ইতিমধ্যে নেদেখা হৈ পৰিছিল।

পিছদিনা বতৰ ভাল যদিও যথেষ্ট বতাহ বলি আছিল। এলিজাবেথে অকিচ কমৰ কাষতে থকা ফুলনিখনৰ মাজেৰে ওলাই

গ'ল। বতাহত হালি-জালি থকা নানা ধৰণৰ ফুলৰ সুবাসে এলিজাবেথৰ মনটো ভাল লগাই তুলিলে। এলিজাবেথৰ হঠাতে বতাহত উৰি অহা এটুকুৰা ফটা কাগজৰ ওপৰত চকু পৰিল। কাগজ টুকুৰাৰ ওপৰত কোনো গুৰুত্ব নিদিয়াকৈ তেওঁ এনেয়ে বুটলি ললে। ব্যৱসায় সংক্ৰান্তত ফাৰ্ক্ৰিৰ নিজহাতে লিখা চিঠিৰ ড্ৰাফ্‌ট্‌ এখনৰ এটুকুৰা। আৰম্ভনিতে লিখা আছিল—'মৰমৰ চাৰ।'

এলিজাবেথে কাগজ টুকুৰা মুঠি মাৰি লৈ নিজৰ কোঠালৈ আহিল। ফাৰ্ক্ৰিৰ হাতৰ আখৰ কেইটা দেখিয়েই এলিজাবেথৰ কিবা এটি দুৰ্বলতা আহি গ'ল। তেওঁ কাগজ টুকুৰাত থকা 'মৰমৰ চাৰ' শব্দ দুটিৰ 'চাৰ' শব্দটো কাটি তাৰ ঠাইত লিখিলে "এলিজাবেথ জেন।

'মৰমৰ চাৰ'ৰ সলনি 'মৰমৰ এলিজাবেথ জেন' বুলি লিখি দি এলিজাবেথৰ নিজৰেই লাজত অত্যন্তভাৱে গাল মুখ ৰঙা হৈ পৰিল। কোনোবাই দেখিব পাৰে বুলি ভাবি এলিজাবেথে কাগজখিনি টুকুৰা টুকুৰকৈ চিঙি আঁতৰত দলিয়াই পেলালে। তাৰ পিছত এলিজাবেথৰ মুখত অদ্ভুতভাৱে এটি হাঁহি বিৰিঙি উঠিল। এলিজাবেথে অনুভৱ কৰিলে সেই হাঁহিত যেন এটি দুখৰ হুমুনিয়াহ ওলাই আছিছে।

*   *   *   *

হেনচাৰ্ডৰ ব্যৱসায় প্ৰতিষ্ঠানৰ পৰা ফাৰ্ক্ৰিক বিদায় দিয়া কথাটো ইতিমধ্যে কেষ্টাৰব্ৰিজ চহৰত প্ৰচাৰ হৈ পৰিছিল। এই কথাত ফাৰ্ক্ৰিৰ প্ৰতি সকলোৰে বেয়া লাগিল আৰু সহানুভূতিও উপজিল। এলিজাবেথ আটাইতকৈ ভাগি পৰিছিল,—তেওঁলোকৰ প্ৰতিষ্ঠানৰ পৰাই নহয় সেই চহৰ ফাৰ্ক্ৰিয়ে একেবাৰে এৰি যাব বুলি ভাবি। কিন্তু হঠাতে শুনিলে ফাৰ্ক্ৰি সেই চহৰ এৰি নাযায়। এজন লোকৰ পৰা ঘাহঁ আৰু শস্যৰ অতি সৰু ব্যৱসায় এটা ফাৰ্ক্ৰিয়ে ইতিমধ্যে কিনি পেলাইছে আৰু সম্পূৰ্ণভাৱে নিজাকৈ তাক চলাবৰ বাবে ব্যৱস্থা কৰিছে। যা হওঁক,—তেওঁলোকৰ প্ৰতিষ্ঠানৰ পৰা গলেও সেই চহৰতে থকাৰ বাবে অন্ততঃ মাজে সময়ে লগ পাই থাকিব।

কথাখিনি ভাবি দুখৰ মাজতো এলিজাবেথে এফেৰি আনন্দ পালে।

ফাৰ্ফ্ৰিৰ প্ৰতি এলিজাবেথৰ আৰু এলিজাবেথৰ প্ৰতি ফাৰ্ফ্ৰিৰ আকৰ্ষণ আৰু দুৰ্বলতা কেতিয়াবাৰ পৰাই আহি পৰিছিল যদিও তাক প্ৰকাশ কৰিবলৈ কোনেও সাহস কৰিব পৰা নাছিল। সেই দিনা একেলগে নচা আৰু নাচৰ পিছত একেলগে খোজ কাঢ়ি কথা বতৰা হোৱাত, লগতে ফাৰ্ফ্ৰিৰ বিদায়ে দুয়োৰে আকৰ্ষণ আৰু দুৰ্বলতা অধিকভাৱে প্ৰবল কৰি তুলিলে।

ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ আকস্মিক খং আৰু ক্ষোভ সহ্য নকৰি বিদায় লৈ ওলাই যোৱাৰ কাৰণে হেনচাৰ্ডেও বৰ আঘাত পালে। তেওঁ ভয় খাইছিল ব্যৱসায় সংক্ৰান্তত অতি চতুৰ আৰু বুদ্ধিমান ফাৰ্ফ্ৰিয়ে নিজাকৈ অকলে ব্যৱসায় আৰম্ভ কৰাত হেনচাৰ্ডে কেতিয়াও তেওঁৰ লগত ফেৰ মাৰিব নোৱাৰিব। মুখেৰে প্ৰকাশ নকৰিলেও মনেৰে তেওঁ মানি লৈছিল যে সঁচাকৈয়ে ফাৰ্ফ্ৰিৰ দক্ষতাৰ বাবেইহে তেওঁৰ ব্যৱসায়ে প্ৰচুৰ উন্নতি লাভ কৰিছিল। কিন্তু ফাৰ্ফ্ৰি গুচি যোৱাত তেওঁৰ ব্যৱসায়ৰ যে পূৰাব নোৱাৰা ক্ষতি হ'ল এই কথা হেনচাৰ্ডে মৰ্মে মৰ্মে অনুভৱ কৰিলে।

হেনচাৰ্ডৰ কেতবোৰ ব্যৱহাৰ আৰু মেজাজৰ বাবে মেযৰ হলেও মানুহৰ মাজত তেওঁৰ জনপ্ৰিয়তা লাহে লাহে কমি আহিছিল। হেনচাৰ্ডৰ কথাৰ ওপৰত, আন মানুহৰ কথা বাদেই পৌৰ নিগমৰ সভ্যসকলেও কম গুৰুত্ব দিবলৈ ধৰিলে।

*  *  *  *

দুদিনমান পিছত হেনচাৰ্ডে নিজৰ কোঠালৈ এলিজাবেথক মাতি পঠিয়ালে। এলিজাবেথে ভয়ে ভয়ে হেনচাৰ্ডৰ ওচৰত থিয় হ'লহি।

—'আইজনী,—মই তোমাক কথা এটা সুধিবৰ বাবে মাতিছোঁ। ফাৰ্ফ্ৰিৰ লগত তোমাৰ কিছু হলিগলি দেখিছোঁ। সেইদিনা একেলগে নাচিছা, একেলগে আহিছা, আৰু মাজে সময়ে লগা-লগি হৈ কথা-বতৰাও পাতিছা।'

—'তাৰ বাবে মোক ক্ষমা কৰিব। —এলিজাবেথে অতি সঙ্কোচ ভাৱে হেনচাৰ্ডৰ ওচৰত ক্ষমা খুজিলে।

—'নাই নাই, তাৰ বাবে তোমাক দোষ দিব খোজা নাই। কিন্তু শুনা, তুমি তাৰ লগত কিবা প্ৰতিজ্ঞা কৰিছা নেকি? তাক কিবা কথা দিছা নেকি?

—'নাই, তেনে কোনো প্ৰতিজ্ঞা কৰা বা কথা দিয়া নাই।

—'বাৰু ভাল কৰিছা। তাৰ নিচিনা ধুৰন্ধৰ এটাৰ লগত কোনো সম্পৰ্ক নাৰাখিবা। ভবিষ্যতে তুমি তাক দেখা নকৰিবা।'

—'ভাল বাৰু।'

—'শপত খাই কৈছানে?

হেনচাৰ্ডৰ কথাত এলিজাবেথে থৎমৎ খালে। তেওঁ কোনো উত্তৰ দিব নোৱাৰি তলমূৰ কৰি থাকিল।

—'নিশ্চয় তুমি মোৰ কথা ৰাখিবা। সি,– সি মোৰেই নহয়, গোটেই ঘৰখনৰেই শত্ৰু। তাৰ লগত কোনো সম্পৰ্ক নাৰাখিবা।'

এলিজাবেথ তাৰ পৰা নীৰৱে আঁতৰি গ'ল। এক অবুজ দুখ আৰু বেদনাই এলিজাবেথৰ মনটো ভাবিব নোৱাৰাকৈ গধুৰ কৰি তুলিলে। হেনচাৰ্ড নীৰৱে বহি থাকি কিবা ভাবিলে আৰু তাৰ পিছত ফাৰ্ফ্ৰিলৈ এখন চিঠি লিখিলে—

'ডাঙৰীয়া,

মই এই চিঠিৰে আপোনাক জনাও যাতে আজিৰ পৰা কোনো কাৰণতেই কেতিয়াও মোৰ পালিত জী এলিজাবেথৰ লগত আপুনি কোনো সম্পৰ্ক নাৰাখে আৰু লগা-লগি নহয়। এলিজাবেথে তেনে সম্পৰ্ক নাৰাখিবলৈ শপত খাইছে। মই আশা ৰাখিছোঁ এই ক্ষেত্ৰত আপুনি তাইক জোৰ কৰিবলৈ অথবা তাইৰ লগত গোপনে সম্পৰ্ক ৰাখিবলৈ অকণো চেষ্টা নকৰিব।

মাইকেল হেনচাৰ্ড

* * * *

ডোনাল্ড ফাৰ্ফ্রিয়ে হেনচার্ডৰ ব্যৱসায় প্ৰতিষ্ঠানৰ যথেষ্ট আঁতঁৰত চহৰৰ একোণত সৰুকৈ হলেও ব্যৱসায় আৰম্ভ কৰিলে। চহৰখন সৰু হলেও তাত ঘাঁহ আৰু শস্যৰ ডাঙৰ ডাঙৰ ব্যৱসায় চলিছিল। হেনচার্ডৰ প্ৰতিষ্ঠানত থাকোঁতেই ফাৰ্ফ্রিয়ে বৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল। দূৰ ঠাইৰ আৰু সেই চহৰৰো অনেক ডাঙৰ প্ৰতিষ্ঠানৰ লগত তেওঁৰ বেছ আন্তৰিক সম্পৰ্ক গঢ়ি উঠিছিল। ফাৰ্ফ্রিয়ে বেলেগে ব্যৱসায় আৰম্ভ কৰাত তেওঁৰ সকলোবিলাক বন্ধু-বান্ধৱে আৰু বিভিন্ন ঠাইৰ ডাঙৰ প্ৰতিষ্ঠানে ব্যৱসায়ত তেওঁৰ প্ৰতিষ্ঠানৰ লগত আদান-প্ৰদান আৰু সম্পৰ্ক স্থাপন কৰিবলৈ বিচাৰিলে।

কিন্তু ফাৰ্ফ্রিয়ে অতি বিনম্ৰভাৱে সেইসকলক ঘূৰাই পঠিয়াই ক'লে—'আপোনালোকে মোক ক্ষমা কৰিব। মোৰ লগত আপোনা-লোকৰ ব্যক্তিগতভাৱে বন্ধুত্ব আৰু আন্তৰিকতা সদায় থাকিব। কিন্তু ব্যৱসায়ৰ ক্ষেত্ৰত হেনচার্ডৰ লগতহে আপোনালোকৰ সম্পৰ্ক আছিল। গতিকে তেওঁৰ লগত আপোনালোকে আগৰদৰেই সম্পৰ্ক ৰাখক। মোৰ ব্যৱসায়ৰ লগত আপোনালোকক জৰিত কৰি তেওঁৰ ব্যৱসায়ৰ লগত মই প্ৰতিদ্বন্দিতা কৰিব নিবিচাৰোঁ, আনকি তেওঁৰ ব্যৱসায়ৰ ক্ষতিও কৰিব নিবিচাৰোঁ। হাজাৰ হওঁক, তেওঁ এসময়ৰ মোৰ অতি আপোন আৰু উপকাৰী বন্ধু। তেওঁৰ দয়াতেই মই এই চহৰত থাকিবলৈ পালোঁ। মই দুখিত যে, আপোনালোকক মই ঘূৰাই পঠিয়াবলগীয়া হ'ল। কিন্তু কি কৰিম। তেনে সুহৃদয় বন্ধু এজনৰ ব্যৱসায়ৰ ক্ষতি হ'বলৈ মই কেতিয়াও দিব নোৱাৰোঁ।

ফাৰ্ফ্রিৰ এনে আচৰিত ধৰণৰ ভদ্ৰ আৰু নম্ৰ ব্যৱহাৰে তেওঁৰ ব্যৱসায়ত বৰ সহায় কৰিলে। নতুন নতুন ব্যৱসায় প্ৰতিষ্ঠান আৰু ব্যক্তিয়ে তেওঁৰ লগত যোগাযোগ কৰিবলৈ ধৰিলে। তেওঁৰ ব্যৱসায়ে অতি কম দিনৰ ভিতৰতে যথেষ্ট উন্নতি লাভ কৰিলে।

চৰিত্ৰৰ ওপৰতেই মানুহৰ ভাগ্য নিৰ্ভৰ কৰে। চৰিত্ৰৰ কাৰণেই কোনো মানুহ দোপতদোপে উঠি যায় আৰু কোনো মানুহ সমূলঞ্চে

ধ্বংস হয়। ফাৰ্ফ্ৰিৰ অতি বিনম্ৰ আৰু ভদ্ৰ ব্যৱহাৰ, বুদ্ধিমত্তাৰ কাৰণেই অতি কম সময়ৰ ভিতৰতে প্ৰতিষ্ঠা লাভ কৰিব পাৰিলে; আনহাতে এসময়ত তেনে ব্যৱহাৰৰ গুণতে প্ৰতিষ্ঠা লাভ কৰা হেনচাৰ্ডে যিকোনো কাৰণতে নহওঁক কিয় ফাৰ্ফ্ৰিতকৈ বিপৰীত প্ৰকৃতিৰ হোৱা কাৰণে বন্ধু-বান্ধৱেও তেওঁক ক্ৰমে ভাল নোপোৱা হৈ আহিল আৰু তেওঁৰ ব্যৱসায়ৰো বৰ বেয়াকৈ অৱনতি ঘটিল।

* * * *

এলিজাবেথৰ লগত লগালগি নহবলৈ আৰু কোনো সম্পৰ্ক নাৰাখিবলৈ সতৰ্ক কৰি লিখা হেনচাৰ্ডৰ চিঠিখন ফাৰ্ফ্ৰিয়ে যথাসময়তে পাইছিল। হেনচাৰ্ডৰ পৰা ফাৰ্ফ্ৰিয়ে এনে চিঠি নাপালেও কোনো কথা নাছিল। কিযনো এলিজাবেথৰ লগত ফাৰ্ফ্ৰিৰ তেনে কোনো এৰাব নোৱাৰা সম্পৰ্ক গঢ়ি উঠা নাছিল। তথাপি অতি অমায়িক আৰু সৰল এলিজাবেথৰ প্ৰতি যি অকণমান মৰম আৰু আকৰ্ষণ আহি পৰিছিল সেয়া সিমানতে সমাপ্ত কৰিব বিচাৰিলে।

ফাৰ্ফ্ৰিয়ে ব্যৱসায় বেলেগ আৰম্ভ কৰাত হেনচাৰ্ডৰ ভয় হোৱাৰ লগে লগে প্ৰতিহিংসাও বাঢ়ি আহিল। ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ ব্যৱসায়ৰ ক্ষতি নোহোৱাটো যিদৰে বাঞ্চা কৰিলে, হেনচাৰ্ডে তাৰ বিপৰীতে ফাৰ্ফ্ৰিৰ ব্যৱসায়ৰ অনিষ্ট কৰিবলৈ অনেক প্ৰকাৰে চেষ্টা চলালে। বজাৰবিলাকত গৈ ফাৰ্ফ্ৰিৰ ব্যৱসায় সামগ্ৰীৰ মূল্যৰ লগত ফেৰ মাৰিবলৈ ধৰিলে। কিন্তু ফাৰ্ফ্ৰিৰ লগত তেওঁ তিষ্ঠিব নোৱাৰিলে। সকলো গ্ৰাহকেই ফাৰ্ফ্ৰিৰ সামগ্ৰীৰ ওপৰত হেতা-ওপৰা লগায়।

হেনচাৰ্ডে ঘৰতো এলিজাবেথ আৰু চুচানৰ আগত কেতিয়াও কোনো কাৰণতে ফাৰ্ফ্ৰিৰ নাম নলৈছিল। চুচান বা এলিজাবেথে কিবা কাৰণত ফাৰ্ফ্ৰিৰ নাম উচ্চাৰণ কৰিলেই হেনচাৰ্ডে ধমকনি দি গোৰ-গোৰাই উঠিছিল— 'কি, তোমালোকে মোৰ শত্ৰুৰ নাম নোলোৱাকৈ থাকিব নোৱাৰা ?'

॥ ১৮ ॥

কিছুদিন আগৰে পৰাই চুচানৰ গা ভাল নাছিল। তেওঁৰ অসুখ ক্ৰমে বেছি হবলৈ ধৰিলে। হেনচাৰ্ডে চুচানক অতিপাত মৰম কৰিছিল। মৰৰৰ পত্নী চুচানৰ অসুখ হোৱাত হেনচাৰ্ডে অঞ্চলৰ নামী-দামী ডাক্তৰৰ হতুৱাই চিকিৎসা কৰালে। নিজে ৰাতি উজাগৰে থাকিও চুচানৰ পৰিচৰ্য্যা কৰিলে। ডাক্তৰৰ মতে চুচান সোনকালেই আৰোগ্য হৈ উঠিব।

মাকৰ অসুখে এলিজাবেথক বৰ বেছিকৈ হতাশ কৰি তুলিলে। মাকৰ অসুখ ক্ৰমে বেছি হোৱাত মনৰ দুখত দ্বিতীয় দিনা দেউতাকে মতাসত্ত্বেও চাহ-জলপান খাবলৈ নগৈ মাকৰ ওচৰতে ৰহি থাকিল। হেনচাৰ্ডে অকলে নিজৰ কোঠাত বহি-থকা অৱস্থাতে চিঠি এখন পালে। চিঠিখন আছিল লুচেত্তা নামৰ এগৰাকী গাভৰুৰ যি গৰাকীক হেনচাৰ্ডে বিয়া কৰোৱাৰ সকলো ব্যৱস্থা কৰিও চুচান হঠাতে আহি ওলোৱাত শেষত সেই ব্যৱস্থা বাতিল কৰিবলগীয়া হ'ল। চিঠিখনৰ প্ৰতি হেনচাৰ্ডে আগৰদৰে কোনো আগ্ৰহ নেদেখুৱাকৈয়ে খামটো খুলি পঢ়ি গ'ল,—

'আপোনাৰ সৈতে মোৰ চিঠিৰ আদান-প্ৰদান সম্ভৱতঃ এয়ে শেষ। আপোনাৰ হৃত-পত্নীৰ লগত পুনৰ মিলন হোৱাত মই বৰ আনন্দিত হৈছোঁ। মোৰ জীৱনটো এনেয়ে দুৰ্ভগীয়া। মোৰ এই দুৰ্ভগীয়া জীৱনটোৰ আশ্ৰয় পোৱাৰ আশা আছিল যদিও ভগৱানে সেয়া হবলৈ নিদিলে। এয়া আপোনাৰ দোষ নহয়,—মোৰেই দোষ। ইয়াৰ বাবে মই দুখো নকৰোঁ। মাত্ৰ মোৰ ওচৰত আপোনাৰ আগৰ পত্নীৰ কথা গোপন নকৰি ভাঙি কোৱাহেতেঁন বৰ ভাল আছিল। যা হওঁক, যৌৱনৰ তাড়নাত অতি মৰমীয়াল ব্যক্তি এজনৰ ওচৰত আশ্ৰয় পোৱাৰ আশাত সঘনাই যিবোৰ মোৰ মনৰ কথা আপোনালৈ লিখিছিলোঁ, সেইবোৰ যেন সকলো পাহৰি যায়।

মই বিশেষভাৱে আপোনাক এটি কথাৰ বাবে অনুৰোধ জনাও,—অন্ততঃ মোৰ ভবিষ্যৎ জীৱনৰ সুখৰ বাবেই আপোনাৰ লগত কৰা শেহতীয়া সম্পৰ্ক আৰু বন্দৱস্তবোৰ যেন সম্পূৰ্ণভাৱে গোপনে ৰাখে ; কেতিয়াও কোনো কাৰণত কাৰো আগতে প্ৰকাশ নকৰে। মোৰ বিশ্বাস আপুনি মোৰ এই অনুৰোধ ৰক্ষা কৰিব। এই কাৰণতেই মোৰ কোনো বস্তু আপোনাৰ লগত থকাটো মঙ্গলজনক নহব। গতিকে বিশেষকৈ মনৰ আবেগত আপোনালৈ লিখা মোৰ সমূদায় চিঠি-পত্ৰ মোক ঘূৰাই দিবলৈ সানুনয়ে আপোনাক অনুৰোধ জনালোঁ।

এবাৰ মোৰ অসুখ হোৱাত মোৰ বাবে আপুনি ভালেখিনি ধন খৰচ কৰিছিল। এটি আন্তৰিক ধন্যবাদ দিয়াৰ বাহিৰে জীৱনত সেই ঋণ সুঁজিব নোৱাৰিম।

এতিয়া মই ব্ৰিষ্টলত থকা মোৰ অতি আপোন মানুহ এগৰাকীক লগ ধৰিবলৈ যাবলৈ ওলাইছোঁ। তেওঁ অতি ধনী মহিলা। তেওঁ বিজানি মোৰ এই আশ্ৰয়হীন নিঠৰুৱা জীৱনটোৰ কিবা গতি লগাব পাৰেই। তাৰ পৰা ঘূৰি আহোঁতে কেষ্টাৰব্ৰিজ আৰু বুদ্‌মাউথ চহৰ হৈ আহিম। আপোনাক দিয়া চিঠিবোৰ আৰু অন্যান্য বস্তুবোৰ লৈ দয়া কৰি মোক লগ দিবনে ? বুধবাৰে আবেলি চাৰে পাঁচ বজাত মই কেষ্টাৰব্ৰিজ চহৰৰ এন্টেলপ্‌ হোটেলত উঠিমগৈ। তাতেই আপুনি মোক সহজে লগ পাব। সেইবোৰ আনপ্ৰকাৰে পঠিয়াই দিয়াতকৈ এনেকৈ হাতে হাতে পোৱাই ভাল হব বুলি মই ভাবিলোঁ।

ক্ষমা প্ৰাৰ্থনাৰে। আপোনাৰ

'লুচেত্তা'

চিঠি পঢ়ি হেনচাৰ্ডে অতি দুখেৰে হুমনিয়াহ কাঢ়িলে। —বেচেৰী, তাইৰ লগত মোৰ চিনাকি নোহোৱাহেঁতেনেই ভাল আছিল। চুচান ঘূৰি নহাহেতেঁনতো তাইক বিয়াই কৰালোঁহেতেঁন।'

লুচেত্তাই বিচৰামতে হেনচাৰ্ডে লুচেত্তাৰ সকলোবোৰ চিঠি আৰু অন্যান্য সামগ্ৰী সুন্দৰকৈ এটা টোপোলা কৰি ভালদৰে খুলিব

নোৱাৰাকৈ চিল-মোহৰ লগাই দিলে আৰু উল্লেখ কৰা দিনটোলৈ সুৰক্ষিত ঠাইত টোপোলাটো থৈ দিলে।

নিৰ্দ্দিষ্ট দিনত সময়মতে হেনচাৰ্ডে টোপোলাটো লৈ এণ্টেলপ্‌ হোটেলত উপস্থিত হ'লগৈ। কিন্তু নিৰ্দ্দিষ্ট সময়ৰ কিছু আগৰ পৰা ভালেখিনি পিছলৈকে অপেক্ষা কৰিও লুচেতাক তেওঁ লগ নাপালে। শেষত তেওঁ ঘৰলৈ ঘূৰি আহিল।

চুচানৰ অসুখ ক্ৰমে ক্ৰমে বেছি হৈ আহিল। আনকি বিচনাত উঠি বহিবলৈকেও টান পোৱা হ'ল। এদিনাখন বহুসময় কিবা চিন্তা কৰি থাকি চুচানে কিবা লিখিব খুজিলে আৰু কাগজ-কলম বিচাৰিলে। কাগজ-কলম দিয়াৰ পিছত তেওঁ কোঠাটোত অকলে থাকিবলৈ বিচাৰিলে। বৰ কষ্টেৰে চুচানে কাগজ এটুকুৰাত কিবা লিখিলে আৰু বৰ সন্তৰ্পনে তাক ভাঁজ দিলে। এলিজাবেথৰ হতুৱাই খাম এটা অনাই কাগজটুকুৰা তাত ভৰোৱালে আৰু খামটো ভাল-দৰে আঠা লগালে। তাৰ পিছত চুচানে খামটোৰ ওপৰত লিখিলে —

'মিঃ হেনচাৰ্ড।

এলিজাবেথৰ বিয়াৰ দিন পৰ্য্যন্ত খামটো নুখুলিবা।'

চুচানে নিজেই খামটো টেবুলৰ ড্ৰয়াৰত ভৰাই সেইটো তলা লগাই দিলে।

এলিজাবেথে দিনে-ৰাতিয়ে মাকৰ কাষতে থাকি শুশ্ৰূষা কৰিছিল। মাকৰ অসুখ ক্ৰমে বেছি হৈ অহাত এলিজাবেথে নিজকে বৰ অসহায় হৈ পৰা যেন অনুভৱ কৰিলে আৰু মাকৰ বিচনাতে বহি প্ৰায়ে চকুপানী টুকি থাকিল। এলিজাবেথৰ কথা ভাবি মাক চুচানেও চকুপানী টুকি আছিল।

হেনচাৰ্ডৰ অনুপস্থিতিত এনে অৱস্থাতে মাক চুচানে বৰ কষ্টেৰে চকুপানীখিনি মুচি এলিজাবেথক মৰমেৰে ক'লে—'আই অ'! নাকান্দিবা। মোৰ আৰু অসুখ ভাল হোৱাৰ আশা নাই। মই

এটা বিশেষ আশা ৰাখিছিলোঁ আৰু মনে মনে বুদ্ধিও পাতিছিলোঁ। ফাৰ্ফ্ৰিৰ লৈতে তোমাৰ বিয়াখন পাতি দিম। মই আৰু কেইদিনমান জীয়াই থাকিব পৰাহেঁতেন কামটো কৰি পেলালোঁহেঁতেন; কিন্তু ভগৱানে মোক সেইফেৰা কৃপা নকৰিলে। মোৰ অবিহনে ফাৰ্ফ্ৰিৰ লগত যে তোমাৰ বিয়া হব সেইটো কেনেকৈ আশা কৰিম? কাৰণ দেউতাৰাই তেওঁৰ নামকে শুনিব নোখোজে।'

এলিজাবেথে মাকৰ কথাত কোনো উত্তৰ নিদিলে। মাথোন আগতকৈ বেছি জোৰেৰে বৈ অহা চকুপানীখিনি চাদৰৰ আগটোৰে মুচি দুহাতেৰে মুখখন ঢাকি ধৰিলে। মাক চুচানেও সেই সম্পৰ্কে আৰু কোনো কথা নকৈ নীৰৱে বিচনাত শুই থাকিল।

এনেকৈয়ে চুচানে এটা মুহূৰ্ত্তত শেষ নিশ্বাস কাঢ়িলে। হেনচাৰ্ডে প্ৰখ্যাত ডাক্তৰৰ হতুৱাই কৰোৱা চিকিৎসা আৰু এলিজাবেথৰ অশেষ পৰিচৰ্য্যাযো চুচানক বচাব নোৱাৰিলে।

চুচানৰ মৃত্যুৰ খবৰ শুনি ফাৰ্ফ্ৰিয়েও বৰ আঘাত পালে।

## ॥ ১৯ ॥

চুচানৰ মৃত্যুৰ তিনি সপ্তাহমান পিছত এদিন জুইৰ কাষত হেনচাৰ্ড আৰু এলিজাবেথ দুয়ো মুখামুখিকৈ বহি আছিল। মাকৰ মৃত্যুত এলিজাবেথ বৰকৈ ভাগি পৰিছিল। হেনচাৰ্ডৰ অত্যধিক মৰম-চেনেহৰ মাজতো তেওঁ বৰ অকলশৰীয়া অনুভৱ কৰিছিল। সকলো সময়তে মন মাৰি কিবা-কিবি চিন্তা কৰি আছিল। প্ৰয়োজন নহলে কাৰো লগত কথাও নাপাতিছিল।

হেনচাৰ্ডেও পত্নীৰ মৃত্যুত বাৰুকৈয়ে আঘাত পাইছিল। তথাপি জীয়েক এলিজাবেথক শান্তনা দি নিজেও শান্তনা লভিবলৈ চেষ্টা কৰিছিল।

—'এলিজাবেথ, মাৰ আৰু তোমালোকৰ পুৰণি কথাবোৰ বৰকৈ চিন্তা কৰি থাকা নেকি ?

—'হয়, প্ৰায়ে সেইবোৰ কথা মনলৈ আহি থাকে।

—'কি কথা ?'

—'মা আৰু দেউতাৰ কথা বৰকৈ মনত পৰি থাকে।

এলিজাবেথে এটি হুমুনিয়াহ কাঢ়িলে।

যেতিয়াই নাবিক ৰিচাৰ্ড নিউচনক 'দেউতা' বুলি এলিজাবেথে কথা কয় তেতিয়াই হেনচাৰ্ডৰ অন্তৰখনে অকনো সহ্য কৰিব নোৱাৰে। এলিজাবেথৰ কথা শুনি হেনচাৰ্ড উচ্‌পিচাই উঠিল। তেওঁ প্ৰায় বিৰক্তিৰে কলে—'আস্, মই কি তেওঁলোকৰ নিচিনা মানুহ নহয় নেকি ? তোমাৰ দেউতাৰা নিউচন অতি মৰমীয়াল আছিল নেকি ?

—'হয়, অতি মৰমীয়াল আছিল।

এলিজাবেথৰ উত্তৰত হেনচাৰ্ডৰ মুখৰ চেহেৰা সলনি হৈ পৰিল।

"ধৰা, ময়েই তোমাৰ প্ৰকৃত দেউতাৰা। নিউচনে তোমাক যিদৰে মৰম কৰিছিল ময়ো তোমাক তেনেদৰে মৰম কৰিব বিচাৰোঁ। নিউচনৰ দৰে মোকো তুমি তোমাৰ প্ৰকৃত দেউতাৰা বুলি ভাবিব নোৱাৰানে ?"

—'নাই, কেতিয়াও নোৱাৰোঁ।' এলিজাবেথে কোনো চিন্তা নকৰাকৈয়ে যেন তৎক্ষনাত উত্তৰ দিলে। মই মোৰ দেউতা ৰিচাৰ্ড নিউচনত বাহিৰে আন কাকো মোৰ দেউতা বুলি মই ধৰি লব নোৱাৰোঁ।

ব্যৱসায়ৰ সহায়ক আৰু বন্ধু ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডক এৰা দিলে. তাৰ পিছত মৃত্যুৱে মৰমৰ পত্নী চুচানকো আতঁৰাই নিলে। হেনচাৰ্ডৰ

অকলশৰীয়া আৰু দুঃখ জীৱনৰ শান্তনাৰ একমাত্ৰ সম্বল থাকিলগৈ জীয়েক এলিজাবেথ। কিন্তু,—কিন্তু শেষত এলিজাবেথেও যেন তেওঁৰ পৰা আঁতৰি যাব বিচাৰিছে। হেনচাৰ্ড এক মুহূৰ্ত্তও থিৰেৰে থাকিব নোৱাৰিলে। বহাৰ পৰা উঠি অতি অস্বস্তিৰে তেওঁ ইফালে সিফালে অহা যোৱা কৰিব ধৰিলে। অন্তৰ্দ্বন্দ্বত তেওঁ হাহাকাৰ কৰি উঠিল। মনক তেওঁ কোনোৰকমেই দমাব নোৱাৰা হ'ল। তেওঁলোকৰ অতীত জীৱনৰ সকলোবোৰ কথাই যেন এই মুহূৰ্ত্ততে প্ৰকাশ কৰি এলিজাবেথক বুজাই কব তেওঁহে এলিজাবেথৰ প্ৰকৃত দেউতাক, নিউচন নহয়।

এটা সময়ত হেনচাৰ্ড এলিজাবেথৰ ওচৰত পুণৰ বহি লৈ সুধিলে

—'মোৰ বিষয়ে মাৰাই তোমাক কি কৈছিল?'

—'বৈবাহিক সূত্ৰে আপুনি মাৰ সম্পৰ্কীয় হয় বুলি কৈছিল।'

—'মোক ইয়াত লগপোৱাৰ আগতে মাৰাই মোৰ বিষয়ে আৰু কিছু কব লাগিছিল, কিন্তু নকলে। কোৱাহেঁতেন মই আজি এনে জটিল অৱস্থাত নপৰিলোঁহেতেন। এলিজাবেথ,—মইহে তোমাৰ প্ৰকৃত দেউতাৰা, নিউচন নহয়। মাৰা জীয়াই থকা অৱস্থাতে সকলো ভাঙি কম বুলি ভাবিছিলোঁ যদিও আমি তোমাক কবলৈ লাজ পালোঁ।

এলিজাবেথ যেনেদৰে আছিল তেনেদৰেই বহি থাকিল। আবেগ আৰু অনুভূতিত তেওঁ অতিপাত ভাগি পৰা যেন হ'ল। হেনচাৰ্ডে কৈ গ'ল—

"তুমি আমাক গালি পাৰিবা আৰু ঘিন কৰিবা বুলি ভয় কৰিলোঁ। ডেকা বয়সতে মই তোমাৰ মাৰাক নীতিগতভাৱে বিয়া কৰাইছিলোঁ। আমি দুয়ো প্ৰকৃত স্বামী-স্ত্ৰী আছিলোঁ। তুমি দেখা বিয়াখন আমাৰ লোকক দেখুৱা দ্বিতীয় বিয়াহে। তোমাৰ

মাৰা অতি নম্ৰ তিৰোতা আছিল। তুমি জন্মাৰ পিছতেই দুৰ্ভাগ্যক্ৰমে আমাৰ এৰাএৰি হয়। আমি দুয়ো দুয়োকে মৰা বুলি ভাবিলোঁ, আৰু সেই কাৰনেই নিউচন মাৰাৰ গিৰিয়েক হবলৈ পালে।'

হেনচার্ডে যেতিয়া এনেদৰে তেওঁলোকৰ অতীত জীৱনৰ আদ্যোপান্ত এলিজাবেথৰ আগত বিবৰি কলে এলিজাবেথ থিৰেৰে থাকিব নোৱাৰিলে। তাৰ পৰা উঠি গৈ মেজখনতে মুখখন গুজি হুক্ হুকাই কান্দিবলৈ ধৰিলে।

—'নাকান্দিবা, নাকান্দিবা আইজনী।' এলিজাবেথৰ গাত ধৰি অতি সকৰুন ভাৱে কলে।—তুমি কান্দিলে মই কোনোৰকমেই সহ্য কৰিব নোৱাৰিম। ময়েই তোমাৰ প্ৰকৃত দেউতা। তুমি কিয় কান্দিছা? মই কিবা তোমাৰ ঘৃণনীয় আৰু অহিতকাৰী লোক বুলি ভাবিছা নেকি? এলিজাবেথ, মোক তুমি কেতিযাও অন্যলোক বুলি নাভাবিবা।'

হেনচার্ডে থোকাথুকি মাতেৰে প্ৰায় চিঞৰি কোৱাৰ দৰে কৈ এলিজাবেথৰ মূৰটো দাঙি ধৰিলে।

—'তুমি মোক তোমাৰ শত্ৰু বুলি নাভাবিবা। মই এটা সময়ত মদ খাইছিলোঁ যদিও, মাৰাক দুৰ্ব্যৱহাৰ কৰিছিলোঁ যদিও, এতিয়া মই ভাল হৈছোঁ। সেই নাবিক জনতকৈযো মই তোমাক বেছি মৰম কৰিম। তোমাৰ কাৰণে মই সকলো কৰিম; মাথোন,—মাথোন তুমি মোক তোমাৰ নিজৰ দেউতা বুলি মানি লোৱা।'

এলিজাবেথে কোনো কথাকেই কব নোৱাৰিলে। তেওঁ নিজে মূৰ দাঙি থিয় হৈ হেনচার্ডৰ কথাত সম্পূৰ্ণ বিশ্বাস কৰি প্ৰকৃত দেউতাক হিচাবে মানি লোৱাৰ ভাৱ প্ৰকাশ কৰিব বিচাৰিলে, কিন্তু এলিজাবেথ অবশ হৈ পৰিল। তেওঁ কোনোপধ্যেই থিয় হব নোৱাৰিলে।

—'তুমি মোক এতিয়াই একো কব নালাগে।

হেনচাৰ্ডে বতাহত হালি জালি থকা গছ এডালৰ দৰে ইফালে সিফালে থৰক্ বৰকৃকৈ খোজ কাঢ়িব ধৰিলে।

—'নালাগে, এলিজাবেথ। এতিয়াই মোক উত্তৰ দিব নালাগে। তুমি মনটো ঠিক কৰা। মই কাইলৈ পৰ্য্যন্ত তোমাক আৰু কোনো কথা নোসোধো। তুমি অকলে থাকি চিন্তা কৰা। তাৰ পিছত, তাৰ পিছত মই মোৰ কথাৰ প্ৰমাণ কৰিবলৈ তোমাক কেতবোৰ কাগজ-পত্ৰ দেখুৱাম। মই এতিয়াই ওলাই যাম,—মই তোমাক আৰু আমনি নকৰোঁ। কিন্তু জানা, তোমাৰ এলিজাবেথ নামটো ময়েই বাচি দিছিলোঁ। তোমাৰ মাৰা চুচানে নামটো বৰ পচন্দ কৰিছিল। জানা,—মযেই তোমাৰ নামটো ৰাখিছিলোঁ।।'

হেনচাৰ্ডে এলিজাবেথক অকলে এৰি দুৱাৰখন লাহেকৈ জপাই কোঠাটোৰ পৰা ওলাই গ'ল। এলিজাবেথে অনুমান কৰিলে হেনচাৰ্ড বাগিছাৰ মাজেৰে গৈ আছে। এলিজাবেথে নিজকে কিছু চম্ভালি থিয় হ'ল। কিন্তু পিছমুহূৰ্ত্তে গম পালে হেনচাৰ্ড পুনৰ কোঠাটোৰ পিনে ঘূৰি আহিছে। দুৱাৰখন খুলি হেনচাৰ্ড কোঠাটোৰ ভিতৰলৈ সোমাই আহিল।

—'মই এটা কথাৰ কাৰণে পুনৰ আহিলোঁ। এতিয়াৰ পৰা তুমি তোমাৰ নামৰ শেষত মোৰ উপাধিটো লিখিবা। তেতিয়া হলে মই আটাইতকৈ শান্তি পাম। আইনত আৰু প্ৰকৃত পক্ষেও মোৰ উপাধিয়েই তোমাৰো উপাধি। মই কেতিয়াবাই তোমাক মোৰ উপাধিটো লিখিবলৈ কম বুলি ভাবিছিলোঁ। কিন্তু মাৰাই ইচ্ছা নকৰিলে। যিয়েই নহওঁক, তোমাৰ ইচ্ছা মতেই এই উপাধি লিখিছা বুলি আনে জানিব। আইনৰ কথা মই বিশেষ নাজানো যদিও উকিলৰ হতুৱাই কাগজ কৰাই বাতৰি কাকতত প্ৰচাৰ কৰি দিম। কাগজ এখন দিয়াছোন। বিজ্ঞাপনৰ আৰ্হিটো এতিয়াই লিখা ভাল হব।'

—'যদি সেয়ে হয় এইবোৰ প্ৰচাৰ কৰাৰ প্ৰয়োজন কি? মই আপোনাৰ উপাধিকে নিশ্চয় লিখিম।

'বেছ্, বেছ্, বৰ ভাল কথা।' হেনচাৰ্ডে বৰ আনন্দৰে কলে।
—'কিন্তু মই বৰ আচৰিত হৈছোঁ, মায়ে মোক আপোনাৰ উপাধিটো কিয় লিখিব নিদিলে।'

—'অ,—বাদ দিয়া বেচেৰী মাৰাৰ কথা। অলপ কাগজ আৰু কলম এটা আনাছোন। পোহৰৰো প্ৰয়োজন হব নেকি?"

—"নালাগে, জুইৰ পোহৰতে দেখা পোৱা যাব।"

এলিজাবেথে কাগজ কলম লৈ জুই কুৰাৰ ওচৰতে হালি দেউতাকে কৈ থকা কথা খিনি লিখিবলৈ ধৰিলে—

"মই এলিজাবেথ নিউচনে আজিৰ পৰা নিউচন উপাধিৰ সলনি হেনচাৰ্ড উপাধিৰে জনাজাত হ'ম। গতিকে মোৰ নাম আজিৰ পৰা এলিজাবেথ জেন হেনচাৰ্ড হ'ল। এই উপাধি সলনি মই স্বজ্ঞানে কেষ্ট্ৰাৰব্ৰিজৰ আইনমতে কৰিছোঁ।'

কথাখিনি লিখা শেষ হোৱাৰ পিছত সন্তুষ্টিৰে হাঁহি হেনচাৰ্ডে ক'লে—'এতিয়া মই ওপৰ মহলালৈ যাম আৰু তাত মোৰ এই কথাবোৰৰ প্ৰমাণ কৰিবলৈ প্ৰয়োজনীয় কাগজ-পত্ৰবোৰ বিচাৰিম। কিন্তু কাইলৈকে মই আৰু তোমাক কোনো আমনি নকৰোঁ। আই অ, মই আহোদেই।'

এলিজাবেথে কিবা কোৱাৰ আগতেই হেনচাৰ্ড পুনৰ কোঠাটোৰ পৰা ওলাই আহিল। এলিজাবেথৰ মনটো অতি অস্থিৰ হৈ পৰিল। তেওঁ জুইকুৰাৰ ওচৰত বহি টান্‌কৈ ফেকুৰী কান্দিবলৈ ধৰিলে—মৃত মাকলৈ মনত পৰি নহয়,—সেই উদাৰমনা অতি মৰমীয়াল নাৱিক নিউচনলৈ মনত পৰিছে। এলিজাবেথৰ ভাব হ'ল,—নিউচনৰ প্ৰতি যেন তেওঁ বৰ অন্যায় কৰিলে।

হেনচাৰ্ডে ওপৰ মহলাৰ শোৱা কোঠালৈ আহি নিজৰ আলমাৰী আৰু তলা নলগোৱা ড্ৰয়াৰবোৰৰ পৰা কেতবোৰ পুৰণা কাগজ উলিয়াই—কিবা কিবি চাই ভাবিবলৈ ধৰিলে—'যা হওঁক, শেষত

এলিজাবেথ মোৰ নিজৰ ছোৱালী,— মোৰ নিজৰ হৈ পৰিল। তাই যে মোক সম্পূৰ্ণভাৱে বিশ্বাস কৰিছে! আগলৈও নিশ্চয় কৰিব। তাই মোৰ একমাত্ৰ ছোৱালী, মোৰ নিথৰুৱা জীৱনৰ সুখ-শান্তিৰ একমাত্ৰ সম্বল। মই তাইৰ কাৰণে সকলো কৰিম।'

কথাবোৰ ভাবি ভাবি হেনচাৰ্ডে উলিয়াই লোৱা পুৰণা কাগজবোৰ ওলট-পালট কৰি চালে। তাৰ পিছত আন কেইটামান ড্ৰয়াৰো খুলি তাত থকা কাগজবোৰ উলিয়াই চালে। শেষত চুচানে ব্যৱহাৰ কৰা সৰু ড্ৰয়াৰটোলৈ হেনচাৰ্ডৰ চকু পৰিল। সেই ড্ৰয়াৰটোতে চুচানে "মিঃ হেনচাৰ্ড। এলিজাবেথৰ বিয়াৰ দিনলৈকে খামটো নুখুলিবা।" বুলি লিখা খামটো আছিল। ড্ৰয়াৰটো তলা লগোৱা আছিল আৰু মৃত্যুৰ আগে আগে তাৰ চাবি চুচানে হেনচাৰ্ডৰ হাতত দিছিল।

হেনচাৰ্ডে তলা খুলি খামটো পালে। খামটোৰ ওপৰত তেনে-দৰে বাধা দি লিখা আছিল যদিও হেনচাৰ্ডে অকণো গুৰুত্ব নিদিলে। বৰং বিশেষ আগ্ৰহ নেদেখুৱাকৈয়ে খামটো খুলি লিখাখিনি পঢ়িবলৈ ধৰিলে—

"মৰমৰ মাইকেল, আমাৰ তিনিওৰে মঙ্গলৰ বাবে এই পৰ্য্যন্ত তোমাৰ ওচৰত মই কথা এটি গোপনে ৰাখিছিলোঁ। ইয়াৰ বাবে হয়তো তুমি মোক খুব খং কৰিবা। তথাপি মই আশা কৰোঁ মোৰ সৎ উদ্দেশ্যটো তুমি বুজিবলৈ চেষ্টা কৰিবা। মৰমৰ মাইকেল, তুমি এই চিঠিখন পঢ়াৰ সময়ত মই মোৰ কবৰত শুই থাকিম আৰু এলিজাবেথেও বিয়া হৈ গৈ এখন সুন্দৰ ঘৰত থাকিবলৈ লব। মই কাকুতি কৰিছোঁ, তুমি মোক ক্ষমা কৰিবা। তুমি যেন মোক গালি নাপাৰা, ঘৃণা নকৰা। ভাবি চোৱা মই কি অৱস্থাত পৰি তোমাৰ ওচৰত এই কথা লুকুৱাই ৰাখিবলগীয়া হৈছিল। মই এই কথা তোমাক নজনোৱাকৈয়ে থাকিব পাৰিলোঁহেঁতেন; কিন্তু জনালোঁ।

এলিজাবেথ জেন তোমাৰ এলিজাবেথ জেন নহয়। মোৰ নাবিকজনলৈ বেচাৰ সময়ত যিজনী কেঁচুৱা এলিজাবেথ জেন আছিল,—তাৰ তিনিমাহ পিছতেই তাইৰ মৃত্যু হৈছিল। তাৰ পিছত নাবিক নিউচনৰ ঔৰসত এইজনীৰ জন্ম হয়। মই এইজনীৰ নামো এলিজাবেথ জেন ৰাখি সেই সন্তানটিক হেৰুৱাৰ শোক পাহৰিবলৈ চেষ্টা কৰিছিলোঁ। মাইকেল,—মোৰ হয়তো অলপ পিছতে মৃত্যু হব,—মই আৰু বেছি সময় বাচি নাথাকিম। এই গোপন কথা তোমাৰ আগত প্ৰকাশ কৰা নাছিলোঁ, আৰু নকৰাকৈয়ে চকু মুদিব পাৰিলোঁহেঁতেন, কিন্তু নোৱাৰিলোঁ। যদি প্ৰয়োজনবোধ কৰা তাইৰ গিৰিয়েকক কথাষাৰ কব পাৰা। তুমি মোৰ ওপৰত কৰা অন্যায় আৰু নিষ্ঠুৰ ব্যৱহাৰ মই যিদৰে পাহৰি প্ৰাণৰ মাইকেল বুলি ভাবি তোমাক মই ক্ষমা কৰিব পাৰিলোঁ, ঠিক তেনেদৰে ইয়াৰ বাবে তুমিও মোক নিশ্চয় ক্ষমা কৰিব পাৰিবা।

তোমাৰ চুচান হেনচাৰ্ড।"

অসম্ভৱ ৰূপে হেনচাৰ্ডৰ গাৰ কঁপনি উঠিল। ওঠ দুটা অতি অস্বাভাৱিকৰূপে লৰিবলৈ ধৰিলে। লাক্-বান্ধ নোহোৱা বহু পুৰণি কথাই হেনচাৰ্ডৰ মনলৈ আহিল। চিঠিখনৰ প্ৰতিটো শব্দই তেওঁৰ বুকুত চাবুকৰদৰে আঘাত কৰিবলৈ ধৰিলে। তেওঁ সংযমী আৰু ধৈৰ্য্যশীল হোৱাতকৈ পাগলৰ দৰে অধৈৰ্য্য হৈ পৰিল। কিয় এলিজাবেথৰ উপাধিটো 'নিউচনৰ' পৰিবৰ্ত্তে 'হেনচাৰ্ড' লিখিবলৈ দিয়াত চুচানে আপত্তি কৰিছিল হেনচাৰ্ডে তেতিয়াহে বুজিলে। ভালেখিনি সময় ধৰি তেওঁ অধৈৰ্য্য হৈ উদ্দেশ্যবিহীনভাৱে কোঠাটোৰ ভিতৰতে ইফালে-সিফালে ঘূৰিবলৈ ধৰিলে।

এটা সময়ত ভৰিৰ চেণ্ডেলজোৰ আঁতৰলৈ দলিয়াই পেলাই হাতত লেম্পটো লৈ তললৈ নামি আহিল আৰু এলিজাবেথ থকা কোঠাটোৰ দুৱাৰখনৰ ওচৰত কাণখন দি কিবা শুনিবলৈ চেষ্টা কৰিলে। তাৰপিছত

লাহেকৈ দুৱাৰখন খুলি ভিতৰলৈ সোমাই গ'ল। এলিজাবেথ তেতিয়া গভীৰ নিদ্ৰাত। হেনচাৰ্ডে লেম্‌ৰ পোহৰৰ সহায়ত এলিজাবেথৰ মুখখন এফালৰ পৰা ভালদৰে নিৰিক্ষণ কৰিবলৈ ধৰিলে। এলিজাবেথৰ মুখত যেন হেনচাৰ্ডৰ কোনো চিনেই দেখা নাপালে। এলিজাবেথক নাবিক নিউচনৰ প্ৰতিকৃতি যেন লাগিল।

হেনচাৰ্ড তাত আৰু এটা মুহূৰ্তও থাকিব নোৱাৰিলে। তুৰন্তে তাৰ পৰা ওলাই আহিল। কিয় আগমুহূৰ্তত হেনচাৰ্ডে অতীত জীৱনৰ সকলো কথা এলিজাবেথক ভাঙি ক'লে? সেইবোৰ কথাৰ প্ৰমান কৰিবলৈ যাওঁতেই তেওঁৰ জীৱনলৈ চৰম বিপৰ্য্যয় নামি আহিল। তেওঁৰ ঘৈণীয়েক চুচান মৰিল; আৰু শেষত তেওঁকো মাৰি থৈ গ'ল।

হেনচাৰ্ডৰ মগজে একো কাম কৰিব নোৱাৰা হ'ল। পাগলৰ দৰে তীব্ৰ পোৰণিত চৎফটাই ফুৰিব ধৰিলে। ঘোপমৰা এন্ধাৰ নিশাতকৈয়ো তেওঁৰ মন এন্ধাৰ আৰু গধূৰ হৈ পৰিল। তেওঁৰ যেন আশ্ৰয় আৰু শান্তনাৰ কোনো থলেই নাইকিয়া হ'ল। জীৱন আৰু ব্যৱসায় সা-সম্পত্তি সকলো অসাৰ বুলি ভাবিলে। গোটেই নিশাটো গভীৰ অশান্তিত চকুৰ টিপ্‌ নমৰাকৈ কটাই দিলে।

পিছদিনা ৰাতিপুৱা এলিজাবেথৰ আগত কিদৰে এই নতুন পৰিস্থিতিৰ সমুখীন হব হেনচাৰ্ডে ভাবিবলৈ ধৰিলে। এলিজাবেথে নেদেখাকৈ তেওঁ মুখ হাত ভালদৰে ধুই কিছু সংযত হ'ল আৰু বাহিৰলৈ ওলাই আহিল।

হেনচাৰ্ডক দেখি অতি শান্ত আৰু মিঠা হাঁহিৰে আগুৱাই গৈ এলিজাবেথে হাতত ধৰি কলে—"দেউতা, গোটেই ৰাতিটো কথাবোৰ মই ভালদৰে চিন্তা কৰি চালোঁ। অৱশ্যে চিন্তা কৰাৰ প্ৰয়োজন নাছিলেই। আপোনালোকৰ আগজীৱনৰ সঁচা দুৰ্ঘটনাই আচল সাক্ষী। মায়ে পিছত বিয়া কৰোৱা নিউচন নামৰ নাবিকজন

সঁচাই অতি মৰমীয়াল আছিল ; কিন্তু হলেও সেই মৰম প্ৰকৃত দেউতাকৰ মৰমৰ দৰে হব নোৱাৰে ।”

কথাখিনি কওঁতে এলিজাবেথৰ মাতটো ক্ৰমে থোকাথুকি হৈ গৈছিল । দুই চকুৰে পানী বৈ আহিছিল ।

—‘দেউতা, আপুনিয়েই মোৰ প্ৰকৃত দেউতা । মই ইয়াত বাহিৰে কেতিয়াও অন্য ধাৰণা নলও আৰু লব নোৱাৰোঁ । দেউতা, আহক, চাহ-জলপান হৈছে ।’

এলিজাবেথে হাঁহিমুখে কথাখিনি কলে ।

হেনচাৰ্ডেও হাঁহিবলৈ চেষ্টা কৰিলে । তেওঁ সামান্য হাঁহি অতি মৰমেৰে এলিজাবেথৰ গালত চুমা এটি খালে ।

ইয়াৰ পিছত হেনচাৰ্ডে নিজৰ মনৰ অস্থিৰতাৰ কথা, গোপনীয়তাৰ কথা এলিজাবেথক নেদেখুৱাই সহজ হৈ চলিবলৈ চেষ্টা কৰিলে । ভাবিলে, এলিজাবেথৰ সুৰক্ষা আৰু ভবিষ্যতৰ মঙ্গলৰ কাৰণেই চুচানে এনে কৰিলে । হলেও কেতবোৰ দুঃচিন্তাই হেনচাৰ্ডৰ মনত সততে অশান্তি দি আছিল ।

॥ ২০ ॥

হেনচাৰ্ডে অনেক চেষ্টা কৰিও এলিজাবেথক সহজভাৱে লব নোৱাৰিলে । যিটো আন্তৰিক অনুভূতি আৰু উত্তেজনাৰে তেওঁ এলিজাবেথক নিজৰ জীয়েক হিচাবে আকোৱালী লব বিচাৰিছিল, চুচানৰ চিঠিখন পঢ়াৰ পাছত তেওঁ একেবাৰে দমি গল । এলিজাবেথৰ প্ৰতি ক্ৰমে ইৰ্ষা আৰু অৱজ্ঞাৰ ভাৱ আহিবলৈ ধৰিলে ।

খোৱাৰ সময়ৰ বাহিৰে হেনচাৰ্ডে এলিজাবেথৰ লগত প্ৰায়ে লগা-লগি বা কথা-বতৰা নহয়। এলিজাবেথে দেউতাক হেনচাৰ্ডৰ ভাৱ-ভঙ্গী আৰু তেওঁৰ প্ৰতি ক্ৰমে কৰিবলৈ ধৰা ৰুক্ষ ব্যৱহাৰত অতি আচৰিত হ'ল।

এদিন ব্যৱসায় সংক্ৰান্তত অহা লোক এজনেৰে অফিচ কমত বহি হেনচাৰ্ডে কথা পাতি আছিল। সেই সম্বন্ধীয় চুক্তি এখন কপি কৰিবলৈ এলিজাবেথক হেনচাৰ্ডে তালৈ মাতিলে। এলিজাবেথৰ হাতৰ আখৰ ভাল নহয় যদিও দেউতাকৰ কথামতেই দেউতাকে কৈ থকা কথা খিনি তেওঁ লিখি গ'ল। এটা বাক্য লিখা হৈছেহে মাথোন; আখৰবোৰ ডাঙৰ আৰু বেয়া হোৱাত হেনচাৰ্ডৰ খং উঠিল আৰু কলে —

'গুচা, আঁতৰ হোৱা; অপদাৰ্থ কৰবাৰ।'

এলিজাবেথৰ গাল, মুখ, লাজ, দুখ আৰু অপমানত ৰঙা হৈ পৰিল। হেনচাৰ্ডৰ তেনে ব্যৱহাৰে তেওঁৰ অন্তৰত বৰ বেয়াকৈ আঘাত দিলে। এলিজাবেথ তাৰ পৰা তলমূৰ কৰি আঁতৰি গৈ নিজৰ কোঠাত খুব কান্দিলে।

এলিজাবেথৰ প্ৰতি সততে কৰা হেনচাৰ্ডৰ এনে ব্যৱহাৰত হেনচাৰ্ডৰ মনোভাৱ পৰিস্কাৰকৈ ফুটি ওলাবলৈ ধৰিলে। তেওঁৰ প্ৰতি যে দেউতাকৰ অকণো ভাল ভাৱ নাই এই কথা এলিজাবেথে সুন্দৰকৈ বুজিলে। এটা সময়ত এলিজাবেথে নামৰ শেষত 'নিউচন' উপাধিটো লিখোঁতে হেনচাৰ্ডে যি দৰে সহ্য কৰিব পৰা নাছিল, হেনচাৰ্ডৰ কথামতে এলিজাবেথে 'হেনচাৰ্ড' উপাধি লিখিবলৈ লোৱাত তাতকৈ আৰু বেছিকৈ অসহ্যবোধ কৰিব ধৰিলে।

নেনচ মক্‌ৰিজ নামৰ এগৰাকী মহিলাই হেনচাৰ্ডৰ ভঁৰাল ঘৰত কাম কৰিবলৈ লৈছিল। এলিজাবেথে মাজে সময়ে তালৈ গৈ তেওঁৰ লগত এনেয়ে কথা-বতৰা পাতে আৰু আবেলিৰ চাহ কাপো প্ৰায়ে খাবলৈ মাতে।

এদিন আবেলি চাহ একাপ লৈ এলিজাবেথে নেন্‌চনক দিবলৈ গৈছিল। নেন্‌চন তেতিয়া কামত ব্যস্ত থকাত চাহ কাপ ঘাঁহৰ বোজা এটাৰ ওপৰখন হাতেৰে থপৰিয়াই সমান কৰি তাত থবলৈ বিচাৰিছিল। কিছু নিলগৰ পৰা হেনচার্ডে এইবোৰ দেখি খঙেৰে চিঞৰি মাতিলে—'এলিজাবেথ, এইফালে আহা।'

চাহ কাপ তাতে থৈ এলিজাবেথ হেনচাৰ্ডৰ ওচৰ পালেহি।

—'কোনে তোমাক এইবোৰ কৰিবলৈ দিছে। চাকৰক আহি চাকৰণীৰ দৰে আল-পৈচান ধৰিছা। এইবোৰ কৰি মোৰ সন্মান নেখেদাবলৈ তোমাক বহুবাৰ কোৱা হৈছে। কিয় তুমি মোৰ খং তোলাই লোৱা ?

অস্বাভাবিকভাৱে হেনচার্ডে চিঞৰি চিঞৰি এলিজাবেথক তিৰস্কাৰ কৰাত এলিজাবেথ মৰ্মাহত হ'ল। তেওঁ কোনো উত্তৰ নিদিলে। ভঁৰাল ঘৰত কাম কৰি থকা তিৰোতা গৰাকী থিয় হ'ল আৰু এলিজাবেথৰ প্ৰতি কৰা হেনচাৰ্ডৰ ব্যৱহাৰত তেওঁ বৰ দুখ পালে। তেওঁ নামাতি থাকিব নোৱাৰিলে—

—'কোনে কৈছে,—তেওঁক চাকৰণীৰ আলপৈচান ধৰিবলৈ ? আপুনি যিহকে তিহকে কি বলকিছে ?

—'তেনেহলে উদাৰ চেলাই তোমাক সহায় কৰিবলৈ আহিছে নেকি ?'

হেনচাৰ্ডৰ তেনে কথা আৰু ব্যৱহাৰত মহিলা গৰাকীয়েও হেনচাৰ্ডক কিছু টান কথা শুনালে। হেনচার্ডে যে তাইক খং কৰি কামৰ পৰা খেদাই দিব এই কথা সমূলি নাভাবিলে। হেনচাৰ্ডৰ খং দুগুণে বাঢ়িছিল যদিও পিছত তেওঁ নিজকে কিছু সংযত কৰিলে। কিবা কিবি ভোৰভোৰাই হেনচার্ড তাৰ পৰা আনফালে আঁতৰি গ'ল। এলিজাবেথে চকুপানী টুকি-টুকি নিজৰ কোঠালৈ ঘূৰি আহিল।

ইয়াৰ পিছত হেনচার্ডে এলিজাবেথৰ লগত দিনত খোৱাটোও বাদ দিলে। ফাৰ্মৰ ওচৰতে থকা খেতিয়ক আৰু কৰ্মী সকলে খোৱা

এখন হোটেলত দিনত তেওঁ খাবলৈ ললে। ইতিমধ্যে মেয়ৰ আৰু ব্যৱসায়ৰ গৰাকী হিচাবে হেনচাৰ্ডৰ সুনাম একেবাৰেই নাইকিয়া হৈ আহিছিল। গতিকে কৰ্মী সকলৰ লগতে হোটেলত খাবলৈ লোৱাত সেই শ্ৰেণীৰ মানুহে তেওঁক মানুহ যেনেই নভবা হ'ল।

এলিজাবেথে সম্পূৰ্ণ অকলশৰীয়া জীৱন কটাবলৈ ধৰিলে। ঘৰখন সাধাৰণ ভাৱে চোৱা-চিতা কৰি কিতাপ পঢ়াতেই ব্যস্ত থাকে। ফাৰ্ফ্ৰিৰ প্ৰতি থকা দুৰ্বলতা তেওঁ জোৰেৰে হেচি ৰাখিলেও এনে অকলশৰীয়া জীৱনত কেতিযাবা সি বৰ বেয়াকৈ এলিজাবেথক অতীষ্ঠ কৰি তোলে। কেতিয়াবা ঘৰৰ সমুখৰ ৰাস্তাটোৰে এলিজাবেথে ফাৰ্ফ্ৰিক অহা-যোৱা কৰা দেখিলেও ফাৰ্ফ্ৰিয়ে কিন্তু এলিজাবেথ থকা কোঠাটোৰ পিনে কেতিয়াও ভুলতো নাচাইছিল।

এলিজাবেথে মাকলৈ মনত পৰি — কেতিয়াবা বৰকৈ উচুপি উঠে। তেওঁ মাকৰ কবৰৰ ওচৰলৈ গৈ প্ৰায়ে চকুপানী টোকে, আৰু তাত কিছু সময় থাকি ঘূৰি আহে। সেইখন এখন ৰাজহুৱা শ্মশানশালী।

এদিন ৰাতিপুৱা মাকৰ কবৰৰ ওচৰলৈ যাবলৈ গৈ কিছু আঁতৰৰ পৰা দেখিলে মাকৰ কবৰৰ ওচৰতে সম্পূৰ্ণ বগা কাপোৰ পিন্ধা কোনোবা এগৰাকী তিৰোতা থিয় হৈ হাতত কিতাপ এখন লৈ পঢ়ি আছে। এলিজাবেথ আঁতৰতে থমকি ৰ'ল। তাত আৰু কোনো নাছিল। তিৰোতা গৰাকী কোন এলিজাবেথে ধৰিব নোৱাৰিলে। লাহে লাহে এলিজাবেথ আগুৱাই যোৱাত তিৰোতা গৰাকী হঠাতে নাইকিয়া হ'ল। এলিজাবেথে বৰ ভয় খালে। তেওঁ ভাবিলে সেয়া নিশ্চয় মাকেই ভুত হৈ দেখা দিছে। এলিজাবেথ তাৰাতাৰি ঘৰলৈ ঘূৰি আহিল।

এলিজাবেথৰ অন্য এটা বৰ বেয়া দিন উপস্থিত হ'ল। ইতিমধ্যে হেনচাৰ্ডৰ দুবছৰীয়া মেয়ৰৰ কাৰ্য্যকাল উকলি আহিছিল। হেনচাৰ্ডে

অনবৰতে ভাবিবলৈ লৈছিল যে সেইবাৰ মেয়ৰ নিৰ্বাচনত তেওঁৰ নাম বাদ পৰিব আৰু তেওঁৰ ঠাইত ফাৰ্ফ্রিক মেয়ৰ নিৰ্বাচন কৰিব। এই কামত বহুতে ফাৰ্ফ্রিক সহায় আৰু উদ্‌গনি যোগোৱা বুলি হেনচাৰ্ডে দৃঢ়ভাৱে ধৰি লৈছিল। এই ক্ষেত্রত এলিজাবেথকো তেওঁ সন্দেহ নকৰাকৈ থকা নাই। তেওঁ ভাবি লৈছিল যে, যিদিনাই চুচানে এই ছোৱালীজনীক লগত লৈ কেষ্টাৰব্রিজ চহৰত উপস্থিত হৈছিল সেই দিনাৰ পৰাই তেওঁৰ ভাগ্য বিপৰ্য্যয় আৰম্ভ হৈছিল।

এলিজাবেথে মাকৰ কবৰৰ কাষৰ পৰা ঘূৰি আহি ঘৰৰ সমুখ পাওঁতেই সেইদিনা হেনচাৰ্ডে এলিজাবেথক দেখা পাই সুধিলে—

—"কলৈ গৈছিলা ?'

—'গীৰ্জ্জাৰ ওচৰৰ কবৰ খানাৰ পিনে এনেয়ে ওলাই গৈছিলোঁ দেউতা। অন্য কলৈকো যোৱা নাই।'

যিমান নম্রভাৱে পাৰে সিমান নম্রতাৰে এলিজাবেথে উত্তৰ দিবলৈ চেষ্টা কৰিছিল যদিও তাত যথেষ্ট উষ্মতা প্রকাশ পাইছিল।

হেনচাৰ্ডে এলিজাবেথৰ উত্তৰক সহজভাৱে লব নোৱাৰিলে।

—'তুমি কলৈ যোৱা কি কৰা মই সকলো জানো। নীচ জাতৰ সঁচ কাৰনে দুনীয়াৰ নীচ কামবোৰ কৰি ফুৰিবা। থ্রি মেৰিনাৰচ্ হোটেলতো বাচন ধোৱা আদি নীচ কামবোৰ কৰি ভাত মোকোলাইছিলা। সিদিনা ইয়াতো চাকৰণীৰ চাকৰ হবলৈ গৈছিলা, আৰু -- আৰু বহুতো। মই তোমাৰ দৰে নীচ ছোৱালী এজনীক লৈ এটা মুহূৰ্ত্তও এইখন ঘৰত থাকিব নোৱাৰোঁ। মই নিজেই নিজৰ গাত জুই লগাই মৰি যাম।'

হেনচাৰ্ডৰ এনে নিষ্ঠুৰ আৰু অমানৱীয় ব্যৱহাৰত উপায়হীন হৈ এলিজাবেথে অতি মানসিক কষ্টেৰে দিন কটাবলৈ ধৰিলে।

এদিন হেনচাৰ্ডে ভাবি ঠিৰাং কৰিলে যে, যদি ফাৰ্ফ্রিৰ লগত এলিজাবেথ বিয়া হৈ গুচিও যায়, তেওঁৰ এটা অশান্তি আৰু বোজা আঁতৰি যাব। কিয়নো এলিজাবেথৰ ভবিষ্যৎ ভাল-বেয়া চিন্তা

কৰিবৰ কাৰণে তেওঁতো তেওঁৰ জীয়েক নহয়। মিছামিছিকৈ এইবোৰ অশান্তি আৰু বোজা লৈ থকাৰ কোনো দৰকাৰ নাই। তেওঁ এলিজাবেথৰ লগত সম্পর্ক নাৰাখিবলৈ সাৱধান কৰি ফাৰ্ফ্ৰিলৈ লিখি বেয়াই কৰিলে। হেনচাৰ্ডে কাগজ এখিলা লৈ ফাৰ্ফ্ৰিলৈ লিখিলে।

—'ডাঙৰীয়া, মই বিবেচনা কৰি চালোঁ এলিজাবেথৰ লগত আপোনাৰ মিলা-মিছা আৰু সম্পর্কত মই হকা বাধা কৰাটো উচিত হোৱা নাই। আজিৰ পৰা মই সেই হকা-বাধা উঠাই লৈছোঁ; অৱশ্যে এই মিলা-মিছা বা সম্পর্ক যাতে মোৰ ঘৰত আহি নকৰে।

মাইকেল হেনচাৰ্ড।'

আন এদিন এলিজাবেথ মাকৰ কবৰৰ ওচৰলৈ গৈ তাৰে বেঞ্চ এখনত দুখমনে নিজৰ জীৱনৰ কথাবোৰ ভাবি বহি আছিল। এনেতে তেওঁৰ পিছপিনে কাৰোবাৰ ভৰিৰ শব্দ শুনা যেন পালে। ঘূৰি চাই দেখিলে মাকৰ কবৰৰ ওচৰত সেইদিনা দেখা ঠিক সেই তিৰোতাগৰাকী। এলিজাবেথ ভয়তে থিয় হব খুজিছিল যদিও অচিনাকি তিৰোতা গৰাকীৰফালে ভয়ে ভয়ে একেথৰে চাই বহি থাকিল। তিৰোতাগৰাকী একেবাৰে ওচৰ চাপি আহি সেই বেঞ্চখনতে বহিল।

—'তোমাক প্ৰায়ে দুখমনে, কেতিয়াবা চকুপানী টুকি ইয়াত বহি থকা দেখোঁ। এয়া তোমাৰ মাৰাৰ কবৰ নেকি?

—'হয়, মোৰ একমাত্ৰ আপোন, মোৰ মাৰ কবৰ। মোৰ আৰু আপোন কোনো নাই। সেয়ে মালৈ মনত পৰিলেই ইয়ালৈ আহোঁ।'

—'কিয় তোমাৰ দেউতাৰা মিঃ হেনচাৰ্ড এতিয়াওতো জীয়াই আছে?'

—'হয়, আছে।'

—'তেওঁ তোমাক মৰম নকৰে নেকি?

—'ক'ব নোৱাৰোঁ।'—এলিজাবেথে দিঙ নিদিঙকৈ উত্তৰ দিলে।

–'তাৰমানে তোমালোকৰ মনোমালিন্য ঘটিছে! তেওঁতো বেয়া মানুহ নহয়। অৱশ্যে তেওঁ খঙাল। অলপতে বৰ খং উঠে।'

এলিজাবেথে আচৰিত হৈ তিৰোতাগৰাকীৰফালে চালে। তাৰমানে তিৰোতাগৰাকীয়ে দেউতাক হেনচাৰ্ডক ভালদৰে জানে!

—'আপুনি কোন? আপোনাক চিনিব পৰা নাই।'

এলিজাবেথে অতি কৌতুহলেৰে সুধিলে।

—'মই ইয়াতেই থাকোঁ। সম্প্ৰতি মোৰ ঘৰটিৰ কোঠাকেইটি সম্পূৰ্ণ হৈ নুঠাত হোটেলতে আছো। যা হওঁক, তুমি দেউতাৰাৰ লগত মিলি শান্তিৰে থকাটো ভাল হব।'

—'ময়ো শান্তিৰে থাকিম বুলিয়ে তেওঁৰ লগত মিলি থাকিবলৈ পাৰ্য্যমানে চেষ্টা কৰিলোঁ। কিন্তু তেওঁৰ দুৰ্ব্যৱহাৰে মোক ক্ৰমে অতীষ্ঠ কৰি তুলিছে। মই তেওঁৰ লগত এক মুহূৰ্ত্তও থাকিব নোৱাৰা হৈছোঁ। ক'ৰবালৈ গুচি যাম যেন লাগিছে।'

এলিজাবেথে হুমুনিয়াহ এটা কাঢ়ি চকুপানী টুকিলে।

—'তুমি যদি বেযা নোপোৱা মোৰ লগতে থাকিব পাৰা; কিন্তু দেউতাৰাৰ সন্মতি লৈহে তেনে সিদ্ধান্ত লবা।'

—'হয়,—দেউতাই সন্মতি দিবই, কিযনো মই আঁতৰি যোৱাটোকেই তেওঁ বিচাৰে। ময়ো তেওঁৰ পৰা মুক্ত হব পাৰিলেই ভাল পাম। কিন্তু মইতো ভাল ছোৱালী নহয। আপুনি মোক আপোনাৰ লগত ৰাখি ভাল পাব জানো?

—'সেইটো মোৰ কথা। মাত্ৰ মোৰ লগত থাকিবা নে নাথাকা এই সম্পৰ্কে চিন্তা কৰি মোক কবা। মোক ইয়াতেই তুমি অহা সপ্তাহৰ প্ৰথমদিনা এই সময়তে লগ পাবা।'

এলিজাবেথে আনন্দেৰে অচিনাকি মহিলাগৰাকীৰ কথাত সন্মতিসূচকভাৱে মূৰ দুপিয়ালে। তাৰপিছত দুয়ো বহাৰ পৰা উঠি এৰাএৰি হ'ল।

॥ ২১ ॥

অচিনাকী মহিলা গৰাকীয়ে নির্দিষ্ট কৰি দিয়া মতে এলিজাবেথ এদিন নগৰৰ শিল-ইটাৰে তৈযাৰী পুৰণি ঘৰ এটিৰ সমুখত থিয় হ'লগৈ। ঘৰটো একেবাৰে পুৰণি কাৰণে মেৰামতিৰ প্রয়োজন হৈছিল। ৰাস্তাৰ দাঁতিতে থকা দুৱাৰ-খিৰিকি এবাইযোৱা দুটামান মুকলি কোঠাত বজাৰ দিনত সৰু-সুৰা বেপাৰীয়ে বেপাৰ বহুৱায়। সেই ঘৰটিৰে কিছু অংশ মেৰামতি কৰি মহিলা গৰাকী থাকিবলৈ লৈছিল।

সেই সময়ত সন্ধিয়া হৈছিল যদিও একেবাৰে এন্ধাৰ হোৱা নাছিল। তথাপি এটা কোঠাত লেম এটা জ্বলি থকা দেখি এলিজাবেথ তালৈ সোমাই গ'ল। পিছত তাত কাকো নেদেখি এলিজাবেথ কোঠাটোৰ পৰা ওলাই আহিবলৈ খুজি দুৱাৰমুখ পাওঁতেই কিছু দূৰত দেখিলে কোনোবা এজন সেইফালে আহিব ধৰিছে। এটা সময়ত কোঠাটোৰ পৰা ওলোৱা লেমৰ পোহৰ মানুহজনৰ গাত পৰাত মানুহজনক সম্পূর্ণভাৱে দেখা পালে। এলিজাবেথৰ গা শিয়ঁৰি উঠিল। এয়া দেখোন দেউতাক হেনচার্ড। তেওঁ তৎক্ষণাত এন্ধাৰ চুক এটাত লুকাল। হেনচার্ডে অকণো গমেই নাপালে। হেনচার্ড কাষেৰে পাৰ হৈ গ'ল। এলিজাবেথে এন্ধাৰৰ আঁৰ লৈ ঘৰৰফালে খোজ ললে। যতে ত'তে অতি চিঞৰি চিঞৰি হেনচার্ডে পৰা গালি-গালাজবোৰলৈ এলিজাবেথে বৰ ভয় কৰে। ব্যৱসায় সংক্রান্তত সেই মহিলা গৰাকীৰ ওচৰলৈ যোৱা হেনচার্ড এলিজাবেথে ঘৰ পোৱাৰ কিছু পিছত আহি ঘৰ পাইছিলহি।

এলিজাবেথে ভাবি লৈছিল—যে সেইদিনা সন্ধিয়া যেতিয়া কোনো কথাত দেউতাকে তেওঁক খং কৰি গালি-গালাজ কৰিব বা বেয়া ব্যৱহাৰ কৰিব তেতিয়াই সেই ঘৰ এৰি আঁতৰি যোৱাৰ কথা কব।

কিন্তু সেইদিনা হেনচাৰ্ডে এলিজাবেথক কোনো খং বা গালি-গালাজ নকৰিলে ; বৰং একেবাৰে গোমোঠাভাৱে কাকো মাত বোল নকৰাকৈ থাকিল। এলিজাবেথে এইটোকে এটা সুযোগ হিচাবে গ্ৰহণ কৰিলে। হেনচাৰ্ডৰ ওচৰলৈ গৈ এলিজাবেথে ক'লে—

—দেউতা, আপোনাৰ লগত মই ইয়াত থাকি আপোনাক অকণো সুখ দিব পৰা নাই। গতিকে মই ইয়াৰ পৰা আঁতৰি গলে আপোনাৰ নিশ্চয় আপত্তি নহব।'

—আঁতৰি যাবা ?' – হেনচাৰ্ডে গহীনভাৱে মূৰতুলি এলিজা-বেথৰ ফালে চালে।

—'আপত্তি মই নকৰোঁ, কিন্তু ক'লৈ যাবলৈ বিচাৰিছা ?'

এলিজাবেথে ক্ষন্তেক চিন্তা কৰিলে। মহিলা গৰাকীৰ সবিশেষ নজনাকৈ তেওঁৰ বিষয়ে কবলৈ বা তালৈ যোৱাৰ কথা কবলৈ এলিজাবেথে ইতঃস্তত কৰিলে। গতিকে অন্য প্ৰকাৰে কলে— "মই এঠাইত বিশেষভাৱে ব্যস্ত থাকি খেতি বাতিত মন দিব পৰাৰ সুবিধাৰ কথা গম পাইছোঁ। তাত হয়তো মোৰ কিছু পঢ়া-শুনাৰো ব্যৱস্থা কৰিব পাৰিম।"

এলিজাবেথৰ কথাখিনি শুনি হেনচাৰ্ডে বেছি শান্তভাৱে ক'লে – 'তুমি অসুবিধা নাপালে যাব পাৰা। হলেও যাতে খোৱা-লোৱাত কষ্ট নোপোৱা তাৰ বাবে তোমাক মই মাহিলি প্ৰয়োজনীয় ধন দি থাকিম'

—'তেনেহলে মই আঁতৰি যোৱাত আপুনি অকণো আপত্তি নকৰে ?'

—মই আপত্তি নকৰোঁ। তুমিও ইয়াত থাকি শান্তি পোৱা নাই। তুমি আঁতৰি গৈ যিদৰে মুকলিমূৰীয়া হবা,—ময়ো ভালেখিনি মুকলিমূৰীয়া হ'ম। তুমি কষ্ট নাপালেই হ'ল।'

এলিজাবেথৰ সিদ্ধান্তত যেন হেনচাৰ্ডে ভাবিব নোৱাৰাভাৱে

সকাহ পালে। হেনচাৰ্ডৰ মনৰ চিন্তা আৰু অশান্তি যেন অনেকগুণে পাতলিল।

এলিজাবেথেও মহিলা গৰাকীক লগ পাবলৈ অপেক্ষা কৰিলে।

এটা নিৰ্দিষ্ট দিনত ৰাতিপুৱাই সেই মহিলা গৰাকীক লগ ধৰি নিজৰ সিদ্ধান্তৰ কথা জনাবলৈ এলিজাবেথ ওলাল। সেই সময়ত বতৰ বৰ ভাল নাছিল। কিন্ কিন্ কৈ বৰষুণ দি আছিল। হলেও পানীকোট পিন্ধি ছাটি এটা লৈ এলিজাবেথ ওলাই গ'ল। কবৰ-খানাৰ ওচৰত থকা গীৰ্জাৰ বাৰান্দাত গৈ তেওঁ মহিলা গৰাকীক লগ পালে। মহিলা গৰাকী তাত আগৰে পৰাই বৈ আছিল। এলিজাবেথ বাৰন্দাত উঠি মহিলা গৰাকীৰ কাষত থিয় হোৱাৰ লগে লগে মিঠা হাঁহি এটিৰে সুধিলে—

—'তুমি কি সিদ্ধান্ত কৰিলা?'

—'মই আপোনাৰ লগলৈ অহাৰ সিদ্ধান্তকে কৰিছোঁ।'

—'দেউতাৰাই সম্মতি দিলে জানো?'

—'হয়, কোনো আপত্তি কৰা নাই।'

—'তুমি ক'ত থাকিবাগৈ দেউতাৰাক কৈছা জানো?'

—'নাই,—প্ৰথমে কবলৈ মোৰ অলপ সন্দেহ হ'ল। সেই-কাৰণেই মই তেওঁক কথাটো কিছু ঘূৰাই পকাই অন্যধৰণে কৈ থৈছোঁ।

—'ভালেই কৰিছা। কিন্তু তোমাকতো মই মোৰ নামটো কোৱাই নাই। মোৰ নামটো মিচ টেম্পলমেন। বাৰু মোৰ 'হাইপ্লেচ হল' নামৰ ঘৰলৈ থকাকৈ তুমি কেতিয়া আহিম বুলি ভাবিছা?'

—'আপুনি যেতিয়াই আহিবলৈ কয়—আহিব পাৰোঁ।

—'তেনেহলে আজি সন্ধিয়া ঠিক ছয় বজাতে আহা।'

সিদ্ধান্তমতে সন্ধিয়া এলিজাবেথে নিজৰ কোঠাটোৰ সমুখত এখন ঘোঁৰা গাড়ী ৰাখি নিজৰ ব্যৱহাৰ কৰা কাপোৰ কানি, অন্যান্য বয়-বস্তুৰে বোজাই কৰি আছিল। আবেলিতে হেনচাৰ্ড ব্যৱসায়ৰ কামত

এফালে ওলাই গৈছিল। হেনচাৰ্ড ঠিক সেই সময়তে ঘূৰি আহি ঘৰৰ সমুখত ঘোঁৰা গাড়ী দেখি আচৰিত হ'ল। গাড়ীৰ ওচৰ্‌ পোৱাত এলিজাবেথক দেখি সুধিলে—

—'কি, তুমি সচাঁকৈ যাবাগৈ নেকি?'

—'হয়, মই যাবলৈ ওলাইছোৱেই।'

—'কিন্তু আজিয়েই?'

—'হয়, আজি সন্ধিয়া ঠিক ছয় বজাত পাবগৈ লাগে। ইতিমধ্যে ছয় বাজি গলেই।'

'—তুমি যে এনেকৈ যাবা মই ভাবিবই পৰা নাছিলোঁ। মই যদিও এটা মুহূৰ্ত্তত কিবা ভাৱত যাবলৈ সম্মতি দিলোঁ, তথাপি তুমি ইয়াৰ পৰা আঁতৰি যোৱা কথাই মোক বৰ আঘাত দিছে। তোমাক মই বেযা ব্যৱহাৰ কৰি দুখ দিছোঁ, কিন্তু আজি তুমি মোক তাতকৈ বেছি দুখ দিবলৈ ওলাইছা। তুমি নগলে নহয়নে? মই আগতকৈ ভাল হবলৈ চেষ্টা কৰিম।'

শেষৰফালে হেনচাৰ্ডৰ মাতটো অতি কোমল হৈ পৰিছিল,—চকুকেইটা সেমেকি উঠিছিল।

—'দেউতা, আপুনি কোনো দুখ নকৰিব। মই যোৱাটো ইতিমধ্যে ঠিক কৰিছোঁ যেতিয়া যাবই লাগিব। কিন্তু যদি সচাঁকৈযে আপুনি মোক অতি প্ৰয়োজন বুলি অনুভৱ কৰে, তেনেহলে মই সোনকালেই পুনৰ আপোনাৰ ওচৰলৈ ঘূৰি আহিম। মইতো বৰ বেছি আঁতৰত নাথাকোঁগৈ।'

—'তুমি, তুমি আঁতৰি নাযাবা। দৰকাৰ হলেই তোমাক মই ঘূৰাই আনিম। কিন্তু,—তুমি ক'ত থাকিবাগৈ মোক দেখোন কোৱাই নাই।'

—'হাইপ্লেচ্‌ হলত।'

—'ক'ত? হাইপ্লেচ্‌ হলত?'

'হয়,—হাইপ্লেচ্ হলত,—মহিলা এগৰাকীৰ লগত।'

ইতিমধ্যে ঘোঁৰাগাড়ীখন হেনচাৰ্ডৰ ওচৰৰ পৰা ভালেখিনি আঁতৰি গৈছিল। হেনচাৰ্ডে একেথৰে গাড়ীখনলৈ চাই থাকি এটি হুমুনিয়াহ কাঢ়িলে। তেওঁ কব নোৱাৰাকৈ চকুৰে ধুধাৰি চকুলো বৈ আহি সৰ্ সৰ্ কৈ মাটিত পৰিল।

## ॥ ২২ ॥

এলিজাবেথে যিদিনা হেনচাৰ্ডৰ লগত প্ৰথমে ঘৰ এৰি আঁতৰি যোৱাৰ কথা আলোচনা কৰিছিল সেইদিনাই হেনচাৰ্ডে এসময়ত বিয়া কৰাম বুলি কথা দিয়া লুচেতা নামৰ গাভৰু গৰাকীৰ পৰা চিঠি এখন পালে। সাংসাৰিক জীৱনত পোৱা মানসিক সংঘাট আৰু অশান্তিৰ সময়ত আৰু লগতে ক্ৰমে আগ্ৰহ কমি অহা এগৰাকী গাভৰুৰ পৰা চিঠিখন পাই তেওঁ অনিচ্ছা সত্বেও পঢ়িলে—

মোৰ মৰমৰ মিঃ হেনচাৰ্ড।

আচৰিত নহব। আপোনাৰ আৰু মোৰো কল্যানৰ কাৰনেই মই বৰ্ত্তমান কেষ্টাৰব্ৰিজ চহৰতে থাকিবলৈ লৈছোঁহি। অৱশ্যে কিমান দিন থাকিম তাক কব নোৱাৰোঁ, এইটো নিৰ্ভৰ কৰিব একমাত্ৰ আপোনাৰ ওপৰত।

আপোনাৰ পত্নীৰ মৃত্যুৰ খবৰ পাই মই বৰ দুখ পালোঁ। বেচেৰীয়ে আপোনাৰ লগত অথবা সাংসাৰিক জীৱনত অকনো শান্তি নাপালেই। তেওঁৰ আত্মাই শান্তি পাওঁক।

তেওঁৰ মৃত্যুৰ খবৰ শুনিয়েই মই ইয়ালৈ আহিলোঁ। মই বিবেচনা কৰিলোঁ যেহেতু আপোনাৰ আগৰ পত্নীয়ে মৃত্যু বৰণ

কৰিলে আৰু আপুনি পুনৰ সেই নিঃসঙ্গ জীৱন কটাব লগীয়া হ'ল, গতিকে আগতে মোক কথা দিয়ামতে আমাৰ মাজত বিবাহ হোৱাটোত কোনো অসুবিধা নাই। মই ভাবো আপুনিও মোৰ কথাত একমত হব। আপোনাৰ প্ৰতি মোৰ অনুভূতি একেদৰেই আছে।

মই ইয়াত থাকিবলৈ লৈছোঁ একমাত্ৰ আপোনাৰ লগত যোগাযোগৰ সুবিধাৰ বাবেহে। দুই এদিনতে আপোনাৰ লগত দেখা-দেখি হয় বুলি আশা ৰাখিলোঁ।—আপোনাৰ লুচেতা, হাইপ্লেচ হল।'

পুনশ্চ,- কিছুদিন আগতে মই ব্ৰিষ্টলৈ কেষ্টাৰব্ৰিজ হৈ যাওঁতে মোক লগ দিবলৈ আপোনাক অনুৰোধ কৰিছিলোঁ, কিন্তু বিশেষ কাৰণত এই ফালেদি অহাৰ সিদ্ধান্তটো বাতিল কৰিব লগীয়া হোৱাত আপোনাৰ লগত দেখা দেখি নহ'ল। তাৰ বাবে ক্ষমা কৰিব।'

হেনচাৰ্ডে ইতিমধ্যে জানিবলৈ পাইছিল যে হাইপ্লেচহলটো ভাড়া দিবৰ বাবে মেৰামতি কৰোঁৱা হৈছে। তেওঁ আৰু শুনিছিল টেম্পলমেন নামৰ কোনোবা মহিলা এগৰাকীয়ে ইয়াক ভাড়ালৈ লৈছে। হাইপ্লেচ হলৰ ঠিকনাত দিয়া লুচেতাৰ চিঠিখনৰ পৰা হেনচাৰ্ডে অনুমান কৰিলে টেম্পলমেন নিশ্চয় লুচেতাৰ সম্বন্ধীয় হব আৰু লগতেই লুচেতাও আছেহি।

হেনচাৰ্ডে লুচেতাক হাইপ্লেচ হল'ত লগ পোৱাৰ আশাৰে তাত গৈ খবৰ কৰিলে। কিন্তু জানিব পাৰিলে তাত লুচেতা নামৰ কোনো মহিলা থাকিবলৈ লোৱা নাই। তাত একমাত্ৰ মিচ টেম্পলমেন নামৰ মহিলা গৰাকীহে আছেহি। তেতিয়া হেনচাৰ্ডে ভাবি ললে যে, লুচেতা হয়তো তেতিয়াও আহি পোৱা নাই; দুই এদিনতে আহি পাব।

দুদিন পিছতে এলিজাবেথে হেনচাডৰ ঘৰৰ পৰা গুচি যোৱাৰ সমযত থকা ঠাইৰ ঠিকনা 'হাইপ্লেচ হল' বুলি কোৱাত হেনচাৰ্ডে নিশ্চিত ভাৱে ঠিৰাং কৰিলে মিচ. টেম্পলমেন আৰু লুচেতা দুগৰাকী মহিলা নহয়; নিশ্চয় লুচেতাযে মিচ. টেম্পলমেন নাম লৈ হাইপ্লেচ হলত থাকিবলৈ লৈছে আৰু এলিজাবেথকো তেৱেঁই আশ্ৰয় দিছে।

হেনচাৰ্ডে এনেদৰে ভাৱি পিছদিনা হাইপ্লেচ হলত পুনৰ সঠিক ভাৱে খা-খবৰ লবলৈ ঠিৰাং কৰিলে। কিন্তু পিছদিনা আগবেলাৰ ভাগতে তেওঁ হাইপ্লেচ হলৰ পৰা লিখা লুচেতাৰ আৰু এখন চিঠি পালে।

"..মই বৰ্ত্তমান কোনো অসুবিধা নোহোৱাকৈ হাইপ্লেচ হলত থাকিবলৈ লৈছোঁ। মোৰ বিধবা মাহী গৰাকী ঢুকোৱাত তেওঁৰ ভালেখিনি সা-সম্পত্তি আৰু নগদ ধন মই পালোঁ আৰু তেওঁৰ 'টেম্পলমেন' উপাধিকে মই এতিয়া ললোঁ। মই সেই সম্পত্তি কেনেকৈ পালোঁ আৰু কিয় তেওঁৰ উপাধি লিখিবলৈ ললোঁ সেই সম্পৰ্কে বিতংভাৱে নজনালোঁ।

মই বৰ্ত্তমান নিজেই নিজৰ গৰাকী আৰু কেষ্টাৰব্রিজ চহৰত থাকিবলৈ লৈছোঁ একমাত্ৰ আপোনাৰ লগত যোগাযোগৰ সুবিধাৰ বাবেহে। আপুনি জানিছে যে, আপোনাৰ পালিত জীয়াৰী এলিজাবেথজেন সম্প্ৰতি মোৰ লগত আছেহি। আকস্মিক ভাৱে তেওঁৰ লগত এদিন চিনাকি হলোঁ আৰু তেওঁ আপোনাৰ পৰা আতঁৰি আহিব বিচৰাৰ কথাটো জানিব পাৰি তৎক্ষনাত সুযোগটো ললোঁ। অৰ্থাৎ তেওঁক মোৰ লগত ৰাখিলে আপুনি মোক দেখা কৰিবলৈ আহিলেও এলিজাবেথ আৰু অন্যলোকে ধৰি লব আপুনি নিজৰ পালিত জীয়াৰী এলিজাবেথকহে লগ ধৰিবলৈ আহিছে। এলিজাবেথৰ জৰিয়তে যেনিবা আপোনাৰ লগত মোৰ পৰিচয় হ'ল। এইদৰেই আমি আমাৰ উদ্দেশ্যত আগ বঢ়াত সুবিধা হ'ব।

এলিজাবেথ সঁচাকৈয়ে বৰ ভাল ছোৱালী। আপোনাৰ দোষতেই বেচেৰীয়ে বৰ কষ্ট পাইছে। তাইক মিছাকৈ বেয়া ব্যৱহাৰ কৰি আছে। অৱশ্যে আপুনি ইচ্ছা কৰি যে তেনে কৰিছে তাক মই ধৰিব লোৱা নাই ; জীৱনত পাই অহা সংঘাটেই আপোনাক তেনে কৰিছে বুলি ধৰি লৈছোঁ।”

চিঠিখন পঢ়ি হেনচাৰ্ডৰ মনৰ গধূৰভাৱ ভালেখিনি পাতলিল। মনত কিছু আনন্দ অনুভৱ কৰিলে। বেচেৰী, তাই কেৱল মোৰ লগত বিয়া হোৱাৰ আশাতেই ইয়ালৈ আহিছে আৰু এনেবোৰ বুধি কৌশল খটুৱাইছে। এসমযত প্ৰাণ ভৰি ভাল পোৱা, আবেগ অনুভূতিবোৰ তাইৰ অন্তৰৰ পৰা জানো ইমান সহজে নাইকিয়া হব পাৰে ?’

কথাখিনি ভাবি হেনচাৰ্ডৰ ভাল লাগিল আৰু তেতিয়াই তেওঁ হাইপ্লেচ হললৈ বুলি ৰাওনা হ’ল। কিন্তু কিবা কামত বিশেষভাবে ব্যস্ত থকা বুলি মিচ টেম্পলমেনে হেনচাৰ্ডক দেখা নকৰিলে আৰু পিছদিনা দেখা কৰিবলৈ কৈ পঠিয়ালে। মিচ টেম্পলমেন ওৰফে লুচেত্তাৰ ব্যৱহাৰত হেনচাৰ্ড আচৰিত হোৱাৰ লগতে বৰ ক্ষুন্নও হ’ল। তেওঁ পিছদিনা লুচেত্তাক আৰু দেখা নকৰে বুলি ঠিৰাং কৰি ক্ষোভেৰে তাৰ পৰা গুচি আহিল।

এলিজাবেথ টালি টোপোলাবে হাইপ্লেচ হলৰ সমুখত ঘোঁৰাৰ গাড়ীৰ পৰা নামি পৰিলত এজনী বুঢ়ীয়ে আহি হাঁহিৰে তেওঁক আদাৰিলে আৰু নিজেই কষ্ট কৰি সেইবোৰ ভিতৰলৈ নিব বিচাৰিলে। এলিজাবেথে বুঢ়ীজনীক ধন্যবাদ দি টোপোলাকেইটা তেওঁক লব নিদিলে আৰু নিজেই লৈ বুঢ়ীজনীৰ পিছে পিছে গৈ থাকিল। প্ৰথম মহলা এৰি দ্বিতীয় মহলাৰ কোঠা এটিৰ দুৱাৰ এখন খুলি দিলে। এলিজাবেথ ভিতৰ সোমাই গৈ দেখিলে কোঠাটো বৰ সুন্দৰকৈ সজোৱা আছে। এখন চোকাত বহি তেওঁতকৈ দুই চাৰি

বছৰ ভাগৰ সেই মহিলা গৰাকী তাছৰ পাত কেইখিলামান লাগি আছে। এলিজাবেথক দেখি মহিলা গৰাকী বহাৰ পৰা থিয় হ'ল আৰু আগবাঢ়ি আহি হাতৰ পৰা টোপোলাকেইটা নমাই হাতত ধৰি সুধিলে—" তোমাৰ দেখোন বেছি পলম হ'ল?"

—"হয়, ইটো সিটো গোটাই লওঁতেই পলম হ'ল।'

—'তুমি বৰ ভাগৰি আহিছা। বস্ত্ৰ-বাহানিবোৰ একাষে থৈ বহা।

বস্ত্ৰ-বাহানিবোৰ একাষে পৰি পাটিকৈ থৈ এলিজাবেথে হাতত থকা ৰুমালখনেৰে মুখখন মচি ললে আৰু সমুখৰ পিনে বাগৰি অহা চুলি খিনি ঠিক কৰি লৈ মহিলা গৰাকীৰ সমুখতে বহিল।

—'মই এটা কথাই ভাবিছোঁ, কেনে আচৰিত ভাৱে আপোনাৰ লগত থাকিবলৈ মই ইয়ালৈ আহিলোঁ।' এলিজাবেথে বহিয়েই কথাষাৰ কলে।

—'এৰা, মযো আচৰিত ভাবেহে ইয়াত থাকিবলৈ লৈছোঁ। মোৰ ঘৰ জাৰ্চি নামৰ চহৰত যদিও মই বাথ চহৰৰ পৰাহে আহিছোঁ এজন মানুহক লগ পাবলৈ। মই এজন সৈন্য বিভাগৰ বিষয়াৰ ছোৱালী। সেয়ে সকতে দেউতাৰ লগত অ'ত ত'ত ঘুৰি ফুৰাৰ কাৰণে প্ৰকৃত পক্ষে আমাৰ কোনো ঠাইতে ঘৰ নহ'ল। হঠাতে দেউতা ঢুকুৱাত মই অকলে জাৰ্চি চহৰত থাকিবলৈ লৈছিলোঁ। মোৰ মা, মই একেবাৰে সৰু হৈ থাকোঁতেই ঢুকাইছিল। এতিয়া হয়তো ইয়াতেই একেবাৰে থাকি যাব পাৰো।

মিচ লুচেত্তা টেম্পলমেনে এলিজাবেথক ইয়াতকৈ আৰু বেছি নকলে। দুয়ো অন্য দুই এটা কথা পাতি থকা-খোৱাৰ ব্যৱস্থা কৰিবলৈ লাগিল।

পিছদিনা লুচেত্তা টেম্পলমেনে সাজ-পোচাক পিন্ধি হেনচাৰ্ডৰ কাৰণে অপেক্ষা কৰিলে। এলিজাবেথৰ দেউতাক হেনচাৰ্ডৰ

কাৰনেই যে তেওঁ অপেক্ষা কৰিছে বা লুচেতাক দেখা কৰিবলৈ আহিব লগীয়া মানুহজন যে এলিজাবেথৰ দেউতাক হেনচাৰ্ড এই কথা লুচেতাই এলিজাবেথক অকনো জানিবলৈ নিদিলে।

লুচেতাই ভাবিছিল হেনচাৰ্ড আগবেলাৰ ভিতৰতে আহিব। কিন্তু আগবেলা নহাত আবেলিৰ সময় খিনিও তেওঁ আগ্ৰহেৰে অপেক্ষা কৰিলে।

এলিজাবেথ আৰু লুচেতাই একেটা কোঠাৰে ওচৰা-ওচৰি দুখন খিৰিকিৰ কাষত বহি সমুখৰ ৰাস্তাৰ সিটো পাৰত চলি থকা বজাৰ খনলৈ চাই আছিল। এলিজাবেথে মানুহৰ জুম এটাৰ মাজত দেউতাক হেনচাৰ্ডৰ টুপীটো দেখিয়েই চিনি পাইছিল। লুচেতায়ো যে সেই একেজন মানুহকে বিশেষ আগ্ৰহেৰে লক্ষ্য কৰি আছিল এই কথা এলিজাবেথে নাজানিছিল।

অলপ পিছতে এলিজাবেথে দেখিলে ডোনাল্ড ফাৰ্ফ্ৰিও হেনচাৰ্ডৰ অকণমান দূৰত কিবা দৰভাওঁ কৰি আছিল আৰু মানুহবোৰৰ মাজত তেওঁ তাৰ পিছত নেদেখা হৈ পৰিছিল।

তুমি বিশেষ কাৰোবাক চাইছানেকি ?

লুচেতাই হঠাতে এলিজাবেথক সুধি পেলালে। এলিজাবেথে থতমত খালে। তেওঁ উত্তৰ দিলে—'নাই, এনেয়ে সেইফালে চাই আছোঁ।'

—'মই অনুমান কৰিছোঁ গোটেইবোৰ খেতিয়ক মানুহ, নহয় জানো ?'

—'নহয়; খেতিয়কৰ বাহিৰেও মদৰ মহলদাৰ, ঘোঁৰা ব্যৱসায়ী, গাহৰি ফাৰ্মৰ মালিক, দালাল, মিল মালিক আৰু অন্যান্য বহুতো আছে।

ফাৰ্ফ্ৰিক ইতিমধ্যে পুনৰ মানুহজাকৰ একাষে স্পষ্টকৈ দেখা গৈছিল। এলিজাবেথে ফাৰ্ফ্ৰিৰ কথা এবাৰো উল্লেখ নকৰিলে।

হেনচাৰ্ডক গোটেই আবেলিটো সন্ধিয়া পৰলৈকে বজাৰতে লুচেত্তাই দেখা পালে। ইমান ওচৰতে থাকিও হেনচাৰ্ডে লুচেত্তাক লগ নিদিলে। লুচেত্তাই ভাবিলে হেনচাৰ্ড হয়তো বজাৰত বৰ বেয়াকৈ ব্যস্ত থাকিল আৰু তেওঁক দেখা কৰিবলৈ সময় নাপালে। পিছদিনা নিশ্চয় দেখা কৰিবলৈ আহিব। গোটেই দিনটো লুচেত্তাই এনেয়ে বহি থাকিয়েই কটাই দিলে।

তাৰ পিছ দিনাও লুচেত্তাই অতি যত্নেৰে খাজ-পোচাক পিন্ধি যদিও হেনচাৰ্ডলৈ অপেক্ষা কৰিলে, হেনচাৰ্ড কিন্তু নাহিল। তেওঁ বৰ হতাশ হ'ল।

দুদিন পিছত কেণ্ডলমচ' নামৰ এটি উৎসৱৰ দিন। ৰাতিপুৱা চাহ-জলপান খোৱাৰ পিছত লুচেত্তাই এলিজাবেথক কলে— 'আজি উৎসৱৰ দিন। মই অনুমান কৰিছোঁ তোমাক দেখা কৰিবলৈ তোমাৰ দেউতাৰা হয়তো ইযালৈ আহিব। বোধহয় তেওঁ ইতিমধ্যে শস্যৰ বেপাৰীবোৰক লগ ধৰিবলৈ ইযালৈ আহিছেই।'

এলিজাবেথে মূৰটো জোকাৰিলে আৰু কলে—'ওহো, তেওঁ ইয়ালৈ নাহে।'

—'কিয় ?' লুচেত্তাই আচৰিত হোৱাৰ দৰে সুধিলে।

—'তেওঁ মোক তেওঁৰ বিৰোধী বুলি ধৰি লৈছে।

—'তেনেহলে মই জনাতকৈও বেছি তুমি তেওঁৰ লগত কাজিয়া কৰিছিলা ?'

এলিজাবেথে দেউতাকৰ লগত সম্পৰ্ক ছেদ কৰাৰ দৰে কলে— হয়।

—'তাৰ মানে তুমি য'তে যাবে লগত থাকা তাৰ লগত তোমাৰ দেউতাৰাই কোনো সম্পৰ্ক নাৰাখে বা দেখাও নকৰে ?

'সম্ভৱতঃ তেওঁকো তেওঁ এৰাই চলিব।' এলিজাবেথে দুখেৰে কলে।

কথাষাৰ শুনি লুচেত্তাই বৰ বিমৰ্ষ আৰু উদাস দৃষ্টিৰে বাহিৰলৈ চালে। তেওঁ কব নোৱাৰাকৈয়ে দুচকুৰে দুটোপাল চকুলো বৈ আহিল।

এলিজাবেথে লুচেত্তালৈ লক্ষ্য কৰি অতি আচৰিত হ'ল আৰু চিঞৰাৰ দৰে সুধিলে—'অ, মৰমৰ মিচ টেম্পলমেন! ঘটনাটো কি? আপুনি কিয় কান্দিছে?"

'মই তোমাৰ সঙ্গ বৰ ভাল পাওঁ।' তত্তাতয়াকৈ উত্তৰ দি লুচেত্তাই চকু পানী খিনি মচি ললে।

—'নিশ্চয়, নিশ্চয়; ময়ো আপোনাক সঙ্গী হিচাবে পাই বৰ সুখী হৈছোঁ। সেই কাৰনেই বিনা দ্বিধাই আপোনাৰ ওচৰলৈ গুচি আহিলোঁ।'

যিমানখিনি পাৰে সিমানখিনি মাতটো কোমলাই এলিজাবেথে কলে আৰু নিজৰ আন্তৰিকতা প্ৰকাশ কৰিব বিচাৰিলে।

—'কিন্তু, কিন্তু –।' লুচেতাই কথাষাৰ পূৰাকৈ কব নোৱাৰিলে। কিহবাই যেন তেওঁৰ কণ্ঠনলী চেপি ধৰিলে। তেওঁ কিবা চিন্তা কৰিলে, আৰু কলে—"তুমি ইয়াৰ যাদুঘৰ চাইছানে?'

এলিজাবেথে কলে—নাই।'

—'তেনেহলে তুমি আজি এটা কাম কৰা। চাহ-জলপান খাই উঠি তুমি যাদুঘৰটো চাই আহাগৈ। তাত পুৰণি কালৰ মানুহৰ জঁকা, দাঁত, পুৰণি বাচন-বৰ্তন, প্ৰাচীন কালৰ জোতা, চৰাইৰ কণী আদি অনেক চাব লগীয়া বস্তু আছে। সেইবোৰ চাওঁতে ভালেখিনি সময় লাগিব; তথাপি দুপৰীয়ালৈকে সেইখিনি চাই আহাগৈ।'

লুচেতাৰ কথাখিনি শুনি এলিজাবেথ আচৰিত হ'ল কিন্তু সেইভাৱ অকনো প্ৰকাশ নকৰি লুচেতাৰ কথামতে একেবাৰে অনিচ্ছা স্বত্বেও সাজ-পোছাক পিন্ধি এলিজাবেথ ওলাই গ'ল। যাওঁতে ভাবি গ'ল কিয় বাৰু মিচ্ টেম্পলমেনে হঠাতে কান্দি পেলালে? কিয় বাৰু তেওঁ এই সময় খিনি তেওঁক আতঁৰাই পঠিয়াব বিচাৰিছে?

এলিজাবেথ ওলাই যোৱাৰ পিছতেই লুচেত্তাই হেনচাৰ্ডলৈ এখন চিঠি লিখিলে আৰু তেওঁৰ তাত কাম কৰা ল'ৰা এজনৰ

হাতত সেইখন হেনচাৰ্ডলৈ দি পঠিয়ালে। চিঠিখন চমুকৈ এনে ধৰনৰ—

'মৰমৰ মাইকেল! এই ঘৰৰ সমুখতে বহা বজাৰখনত আজিও হয়তো আপুনি দুই চাৰি ঘণ্টা সময় ব্যৱসায় সংক্ৰান্তত কটাবহি। সেই সময় ছোৱাতেই দয়া কৰি মোক এবাৰ দেখা কৰিলে বৰ কৃতাৰ্থ মানিম। মই অতি আগ্ৰহেৰে বাট চাই থাকিম। আপোনাৰ ছোৱালী এলিজাবেথৰ উপস্থিতিৰ কাৰনেই হয়তো আপুনি মোক দেখা কৰিবলৈ অৱহেলা কৰিছে। তেওঁক আজি আগবেলাৰ কাৰণে আৰ্তৰাই পঠিয়াইছোঁ। মই এতিয়া অকলে আছোঁ। আশাকৰোঁ মোৰ কাতৰ অনুৰোধ ৰক্ষা কৰি আপুনি আহিব।
—লুচেতা।'

চিঠিখন দি ল'ৰাজন ঘূৰি অহাত লুচেতাই তাক নিৰ্দ্দেশ দিলে যে সি বাহিৰতে বহি থাকক আৰু যদি কোনো এজন ভদ্ৰলোক তালৈ আহে তেনেহলে সি তেওঁৰ কোঠালৈ তেওঁৰ কোঠালৈ তেওঁক লৈ আহিব।

লুচেতাই ল'ৰাজনক তেনেকৈ নিৰ্দ্দেশ দি কোঠাটো কিছু সজাই-পৰাই হেনচাৰ্ডলৈ অপেক্ষা কৰি থাকিল।

অলপ পিছতে লুচেতাই শুনিবলৈ পালে বাহিৰত বহি থকা তেওঁৰ কাম কৰা ল'ৰাজনে 'আহক, এইপিনে' বুলি কাৰোবাক বাট দেখুৱাই তেওঁৰ কোঠাৰ পিনে লৈ আহিছে। জাৰ্চি চহৰত লগপোৱা আৰু কথা বতৰা হোৱাৰে পৰা হেনচাৰ্ডক তেওঁ লগ পোৱা নাই আৰু কথা-বতৰা হোৱা নাই। লুচেতাৰ বুকুখন হঠাতে কঁপি উঠিল। কেনেকৈ, কিভাৱে, কি কথা আৰম্ভ কৰিব তাকে ভাৱিলে। তেওঁ বহাৰ পৰা থিয় হৈ দুৱাৰখনলৈ আগ্ৰহেৰে চাই থাকিল।

ভদ্ৰলোক জন লুচেতাৰ কোঠাত প্ৰৱেশ কৰিলে; কিন্তু লুচেতাৰ কোঠাত প্ৰৱেশ কৰা সেই ভদ্ৰলোকজন হেনচাৰ্ড নাছিল।

## ॥ ২৩ ॥

লুচেতাৰ কোঠালৈ অহা মানুহজন যে হেনচাৰ্ডৰ বাহিৰে আন কোনোবা হব পাৰে এই কথা লুচেতাই সমূলি অনুমান কৰিব পৰা নাছিল।

মানুহজন হেনচাৰ্ডতকৈ যথেষ্ট কম বয়সীয়া, এজন উজ্জ্বল চেহেৰাৰ ধুনীয়া যুবক। পৰিপাটি পোছাক-পৰিচ্ছেদেৰে যুবকজনক দেখি লুচেতা থতমত খালে।

যুবকজন আছিল ডোনাল্ড ফাৰ্ফ্রি। লুচেতাক দেখি ফাৰ্ফ্রিও থতমত খাই ৰৈ গ'ল।

ক্ষমা কৰিব। বৰ অসম্মানজনক ভাৱে আপোনাৰ কোঠাত হঠাতে মই প্ৰবেশ কৰিলোঁহি। মই মিচ এলিজাবেথ হেনচাৰ্ডক বিচাৰি আহিছিলোঁ বাহিৰতো এইটোৱেই তেওঁৰ ঘৰ বুলি মোক দেখুৱাই দিলে। বোধহয় ভুল কৰিলে। ভুলক্ৰমে আপোনাৰ ঘৰত সোমোৱা বাবে বৰ লাজ পালোঁ। ভাল বাৰু,— ক্ষমা কৰিব।'

বৰ লজ্জিতভাৱে কথাখিনি কৈ ফাৰ্ফ্রিয়ে কোঠাটোৰ পৰা ওলাই আহিব খুজিছিল। লুচাতায়ো নিজকে চম্ভালি আগ্ৰহেৰে কলে—

—'নাই, নাই,—একো ভুল হোৱা নাই। আপুনি বহক। এলিজাবেথ ইয়াতেই থাকে। তেওঁ বাহিৰলৈ গৈছে যদিও এতিযাই আহিব।'

ধুনীয়া যুবকজনৰ অস্বাভাৱিক পৰিৱেশত হোৱা অৱস্থাটোক সহজ কৰিবলৈ আৰু যুবকজনৰ মোহনীয় ব্যৱহাৰত আকৃষ্ট হৈ লুচেতাই যিমান পাৰে সিমান নম্ৰভাৱে বহিবলৈ অনুৰোধ কৰিলে।

ফাৰ্ফ্রিয়ে বৰ ইতঃস্তত ভাৱে কি কম কি নকমকৈ তাত সজাই থোৱা চকী মেজবোৰলৈ চালে আৰু "ধন্যবাদ" বুলি আগুৱাই গৈ চকী এখনত বহিল।

এলিজাবেথৰ লগত মুকলি ভাৱে মিলা-মিছা কৰিবলৈ হেনচাৰ্ডে ফাৰ্ফ্রিক দিয়া অনুমতিৰ মৰ্মেই—এলিজাবেথক দেখা কৰিবলৈ গৈ লুচেতাৰ কাঠাত আকস্মিকভাৱে ফাৰ্ফ্রি উপস্থিত হৈছিল। হেনচাৰ্ডৰ পৰা পোৱা চিঠিখনিত ফাৰ্ফ্রিয়ে প্ৰথমে অকণো গুৰুত্ব দিয়া নাছিল। যদিও অনেকজন বন্ধু-বান্ধৱে ফাৰ্ফ্রিক বিয়া হবলৈ বাৰে বাৰে টানি ধৰাত শেষত তেওঁ ভাবিলে যদি বিয়া হবই লাগে তেনেহলে তেওঁ প্ৰথমে এলিজাবেথৰ কথা চিন্তা কৰাই উচিত হব।

এই ভাৱিযেই ব্যৱসায় সংক্ৰান্তত সেইফালে যাওঁতে এবাৰ এলিজাবেথৰ লগত কথা পাতি যোৱাৰ ইচ্ছাৰেই ফাৰ্ফ্রি তালৈ আহিছিল। কিন্তু এলিজাবেথৰ পৰিবৰ্ত্তে লুচেতাক লগ পাই তেওঁ বৰ অস্বস্তিবোধ কৰিলে।

লুচেতায়ো আহি সমুখৰ চকীখনত বহিল।

'আজি বোধহয় বজাৰ ডাঙৰকৈ বহিব। আপোনাক প্ৰায়ে বজাৰত ব্যস্ত থকা দেখো।'

'আপুনি মোক চিনি পাই নেকি?

'তেনেকৈ নেপাওঁ; কিন্তু বজাৰত ইযাৰ পৰা প্ৰায়ে দেখি থাকোঁ।

'আপুনি কোনোবা চিনাকি মানুহক ইয়াৰ পৰা চায় নেকি?'

'নাই,—এনেযে বজাৰৰ দৃশ্যবোৰ চাই ভাল লাগে কাৰণে চাওঁ, কিন্তু প্ৰায়ে আপোনাক দেখি ভাল লাগে। যদিও মোক কোনেও নিবিচাৰে তথাপি কোনোবা চিনাকি মানুহ দেখা পালে ভাল লাগিব বুলিযেই বজাৰলৈ অহা মানুহবোৰ চাওঁ।

'আপুনি সঁচাকৈয়ে একেবাৰে অকলশৰীযা নেকি?

'মই কিমান অকলশৰীয়া তাক কোনে অনুভৱ কৰিব?

লুচেতাৰ কথাবাৰত যেন বৰ দুখ আৰু অভিযোগৰ সুৰ।

'কিন্তু মানুহে কোৱা শুনিছোঁ আপুনি হেনো বৰ ধনী মহিলা।'

'মই কিমান ধনী নাজানোঁ। এই ধন-সম্পত্তিৰেই বা মূল্য কি? ইয়াৰ মূল্য বিচাৰিয়েই মই কেষ্টাৰব্ৰিজ চহৰত থাকিম বুলি আহিছিলোঁ;

কিন্তু থাকিব পাৰিম নে নোৱাৰিম তাক এতিয়াও কব পৰা নাই।'

'আপুনি আহিছে ক'ৰ পৰা ?'

'বাথ চহৰৰ ওচৰৰ পৰা।'

'ময়ো এডিনবৰোৰ পৰা আহিছিলোঁ। এইটো ঠিক যে ঘৰত থকাটোৱেই আটাইতকৈ মঙ্গলজনক ; কিন্তু য'ত ধন ঘটিব পাৰি মানুহ তাতেই থাকে। এইটো পুতৌ লগা কথা হলেও সদায় সেয়ে হৈ আছে। মই ইয়ালৈ আহি এজন লোকক যথেষ্ট ধন উপাৰ্জন কৰি দিলোঁ। তাৰ পাছত সামান্য ধৰণে মই নিজাকৈ ব্যৱসায় আৰম্ভ কৰি বস্তুৰ দাম কমি থকাত কিনি দাম বেছি হোৱাত বিক্ৰি কৰি এতিয়া মই যথেষ্ট ধন গোটাব পাৰিছোঁ।"

ফাৰ্ক্ৰিয়ে কথাবোৰ কৈ থাকোঁতে নিজকে পাহৰি গ'ল যে তেওঁ ক'ত আৰু কাৰ আগত কি কথা কৈছে। লুচেত্তাই শুনিব নলগীয়া কথাবোৰ শুনি অলপ আচৰিত হৈ এওঁ কি ধৰণৰ লোক বুলি ফাৰ্ক্ৰিৰ ফালে চাই থাকিল। তাৰ পিছত লুচেত্তাই চকুৱে চকুৱে ফাৰ্ক্ৰিৰ চকু পৰাত তেওঁ অনুভৱ কৰিলে হঠাতে লগ পোৱা এগৰাকী অচিনাকি গাভৰুৰ আগত এইবোৰ অনৰ্থক কথা বলকিছে।

'ক্ষমা কৰিব। মিছাতে আপোনাক আমনি দিছোঁহি।'

'একো আমনিৰ কথা নহয়। কথাবোৰ শুনি ভালেই লাগিছে। আপুনি এতিয়া নিজ জন্ম ঠাইলৈ ঘূৰি যোৱাৰ চিন্তা কৰে নেকি ?'

'নাই, নকৰোঁ। গৈনো কি হব! ইতিমধ্যে এই চহৰখনো মোৰ বৰ আপোন আপোন যেন লাগিছে।'

দুয়ো অলপ সময় মাতবোল নকৰাকৈ বহি থাকিল। বাহিৰত বহা বজাৰৰ মানুহবোৰলৈ দুয়ো চাই থাকিল। হঠাতে তেওঁলোকৰ চকুত পৰিল এজন যুবকে এগৰাকী গাভৰুৰ হাতত ধৰি মৰমেৰে কৈছে যে তেওঁ জীৱিকাৰ বাবে বহুদূৰ ঠাই এখনলৈ যাবলৈ ওলাইছে। তেওঁৰ পৰা আতঁৰি থাকিবলগীয়া হোৱাত তেৰোঁ বৰ আঘাত পাইছে। গাভৰুজনীয়ে যুবকজনৰ কথাত অস্থিৰভাৱে কান্দি দিছে।

লুচেতা আৰু ফাৰ্ক্রিৰো সিহঁতৰ কথাবোৰ শুনি আৰু সেই দৃশ্য দেখি বৰ বেয়া লাগিল।

লুচেতাই কলে—'দেখিছেনে ? প্রেমিক-প্রেমিকাৰ মাজত এৰা-এৰি হোৱাটো কিমান দুখজনক !' —লুচেতাৰ চকুত পানী বিৰিঙি উঠিল।

'এৰা, বৰ দুখজনক। কিন্তু,—কিন্তু সেই ডেকাজনক মই ইয়াতেই থকাৰ ব্যৱস্থা কৰি দিম যাতে সিহঁতৰ এৰা-এৰি নহয়। মোৰ ব্যৱসায়ত সহায় কৰিবৰ কাৰণে এজন এনেকুৱা ডেকাৰ প্রয়োজন। মই এতিয়াই ডেকাজনক লগ ধৰিম।'

'আপুনি বৰ ভাল মানুহ। আপুনি এতিয়াই লগ ধৰি ডেকা-জনক এটা জীৱিকাৰ ব্যৱস্থা দিলে সি কেতিয়াও এই চহৰ এৰি নাযাব। সিহঁতহাললৈ সঁচাকৈয়ে বৰ বেয়া লাগে। আপুনি সিহঁতক লগ ধৰি কি কৰে মোক কৈ যাবছোন।'

ফাৰ্ক্রি তৎক্ষণাত তাৰ পৰা উঠি গৈ বজাৰত সিহঁতৰ কাষ পালে আৰু ডেকাজনক নিজৰ ব্যৱসায়ত কাম এটা দিয়াৰ বন্দবস্ত কৰি ঘূৰি আহিল। সিহঁতহালৰ আনন্দ চাই কোনে ? লুচেতাই খিৰিকিৰে সকলো চাই আছিল। ফাৰ্ক্রি পুনৰ তেওঁৰ কোঠাটোলৈ ঘূৰি অহাত লুচেতাই কলে—'আপুনি বৰ মৰমীয়াল মানুহ। সাধাৰণ মানুহৰ প্রতি আপোনাৰ দৰে যদি সকলোৰে মৰম থাকিল-হেঁতেন !'

এনেতে কোঠাটোৰ অকণমান দূৰত বজাৰৰ একোণত এজন মানুহে আন এজন মানুহক ফাৰ্ক্রিক বজাৰত দেখিছেনেকি, বুলি সোধা তেওঁলোকে শুনিবলৈ পালে। ফাৰ্ক্রিয়ে খিৰিকিৰে মূৰ তুলি বাহিৰলৈ চালে।

'অ,—মই একেবাৰে পাহৰিছোঁ। এজন মানুহক মই লগ দিম বুলি কৈছিলোঁ। তেৱেঁই মোক বিচাৰিছে।'

"তেনেহলে আপুনি যাওঁক। আপুনি গৈ লগ ধৰাটো উচিত।'

'হয়।'—ফাৰ্ক্রিয়ে ক'লে যদিও তাতে একেদৰেই বহি থাকিল।

"আপুনি যাব খোজা নাই নেকি? তেওঁ হয়তো আপোনাৰ ভাল গ্ৰাহক। নগলে কিন্তু গ্ৰাহকজন হেৰুৱাব।"

লুচেতাই কথাখিনি কৈ হাঁহিলে।

"হয়, ব্যৱসায়ক অৱহেলা কৰা উচিত নহয়। কিন্তু আপোনাকো অৱহেলা কৰা উচিত হব জানোঁ? সচাঁকৈয়ে আপোনাৰ লগত কথা পাতি ভাল লাগিছে।'

'মোৰ লগত কথা পাতিনো কোনে ভাল পাব? আপুনিয়েই যি ভাল লগা বুলি কলে।'

কথাখিনি কৈ দুয়ো হাঁহিলে। দুয়ো যে পাতল কথা পাতিছে এই কথা অনুভৱ কৰিলে। ফাৰ্ক্রিৰ ভাল লাগিছে, অকলশৰীয়া এগৰাকী গাভৰুক লগ পাই কথা হব পাৰিছে। কব নোৱাৰাকৈ লুচেতাক ফাৰ্ক্রিৰ বৰ ভাল লাগি গ'ল। লুচেতাৰো।

'ভাল উঠো। অনাহুতভাৱে আহি আপোনাৰ ৰাতিপুৱাৰ ধুনীয়া সময়খিনি নষ্ট কৰিলোঁ। বেয়া নাপাব।'

'বেয়া পোৱাৰ কথা নাই। মোৰ ধুনীয়া সময়খিনি নষ্ট হলেও মোঁক লগ পাই ভাল লগা ধুনীযা মানুহ এজনৰ লগত যে কথা বতৰা হব পাৰিলোঁ!'

'ধন্যবাদ'—বুলি ফাৰ্ক্রি হাঁহি হাঁহি কোঠাটোৰ পৰা ওলাই গ'ল। লুচেতায়ো হাঁহি তেওঁক বিদায় দিলে। লুচেতাই খিৰিকিৰে লক্ষ্য কৰিলে ফাৰ্ক্রি বজাৰত মানুহৰ মাজত ব্যস্ত হৈ পৰিছে। ফাৰ্ক্রিক লুচেতাৰ বৰ ভাল লাগিল। কিন্তু তেওঁক যাবৰ সময়ত "পুনৰ আহিব' বুলি কবলৈ পাহৰাৰ কাৰণে নিজৰে বৰ বেয়া লাগিল।

ফাৰ্ক্রি কোঠাটোৰ পৰা যোৱাৰ মাত্ৰ কেইমিনিট মান পিছতে এগৰাকী পৰিচাৰিকাই আহি লুচেতাক ক'লে যে তেওঁক লগ

ধৰিবলৈ মেয়ৰ আহিছে। আৰু কলে যে, তেওঁ বেছি সময় হেনো ইয়াত থাকিব নোৱাৰে।

লুচেতাই কিবা চিন্তা কৰি আছিল আৰু যেতিয়া তেওঁ বেছি সময় ইয়াত থাকিব নোৱাৰে বুলি পৰিচাৰিকা গৰাকীয়ে কলে— তেতিয়া লুচেত্তাই অতি বিৰক্তিৰে কলে—

"আস্ যদি সেয়ে হয়, মোৰো মুৰৰ বিষ এটা হৈ আছে, আজি তেওঁৰ সময়খিনি মই নষ্ট নকৰোঁ। তেওঁক যাবলৈ দিয়াগৈ।'

পৰিচাৰিকা গৰাকী কোঠাৰ পৰা ওলাই গ'ল আৰু তাৰ পিছতে বাহিৰৰ দুৱাৰখন জোৰেৰে বন্ধ কৰাৰ শব্দ লুচেত্তাই শুনিলে।

লুচেতা কেষ্টাৰব্রিজ চহৰলৈ আহিছিল হেনচাৰ্ডক পুনৰ তেওঁৰ প্ৰতি চিন্তা কৰিবলৈ বাধ্য কৰাৰ মানসেৰে আৰু সেই অনুপাতে হেনচাৰ্ডেও সহাৰি দি আগবাঢ়ি আহিছিল; কিন্তু শেষত তেৱেঁই হেনচাৰ্ডৰ প্ৰতি বেছি অবজ্ঞাৰ ভাৱ দেখুৱালে।

লুচেত্তাই একমাত্ৰ হেনচাৰ্ডক অকলে লগ পাই মনৰ কথা কবলৈ বুলিয়েই এলিজাবেথক ৰাতিপুৱা আতঁৰাই পঠিয়াইছিল। এতিয়া অনুভৱ কৰিলে এলিজাবেথৰ প্ৰতি তেওঁ বৰ ঠিক কাম কৰা নাই। এলিজাবেথ থকাহেঁতেনেই ভাল আছিল।

এনেতে এলিজাবেথ ঘূৰি আহিল। তাত কি কি দেখিলে লুচেত্তাই এলিজাবেথক হাঁহি হাঁহি সুধিলে।

॥ ২৪ ॥

লুচেতাৰ লগত হাইপ্লেচ হ'লত থাকিবলৈ লোৱাত ফাৰ্ফ্ৰিৰ লৈতে সহজতে মিলা-মিছা কৰিব পাৰিব বুলি এলিজাবেথে ভাবিছিল। কিয়নো প্ৰতি শনিবাৰে হাইপ্লেচ হ'লৰ সমুখত বহা বজাৰখনলৈ

ফাৰ্ক্রি আছে আৰু গোটেই দিন ধৰি তাত নিজৰ ব্যৱসায়ত ব্যস্ত থাকে। তাৰ মাজত আজৰি পালে এলিজাবেথৰ লগত লগা-লগি হোৱাত বৰ সুবিধা হ্ব।

ভাল চিনেমা এখন চাবলৈ যিদৰে আগ্রহ হয় তেনেদৰে প্রতি শনিবাৰে খিৰিকিৰে বজাৰৰ বিভিন্ন ধৰণৰ দৃশ্য চাবলৈও লুচেতা আৰু এলিজাবেথৰ বৰ আগ্রহ হয়। সেয়ে আন কেইটা বাৰত তেওঁলোক কিবা কামত আতঁৰি গলেও বজাৰ বাৰৰ দিনা তেওঁলোক কেতিয়াও আতঁৰি নাযায়। বজাৰলৈ অহা ফাৰ্ক্রিক তেওঁলোক দুয়োৱে বৰ সাৱধানেৰে নিৰীক্ষণ কৰে। ফাৰ্ক্রিয়েও কেতিয়াবা কোঠাটোৰ ফালে চালেও তৎক্ষণাত তেওঁ আতঁৰি মানুহৰ মাজত নেদেখা হবলৈ চেষ্টা কৰে।

এদিন ৰাতিপুৱা লুচেতা আৰু এলিজাবেথে চাহ-জলপান খাই থকা অৱস্থাতে লুচেতাৰ নামত লণ্ডন চহৰৰ পৰা ডাক যোগে দুযোৰা পোছাকৰ এটি টোপোলা আহিল। লুচেতাই শোৱা কোঠাত টোপোলাটো খুলি আধুনিক ধৰণেৰে তৈয়াৰী সুন্দৰ পোছাক দুযোৰা বিচনাতে থলে আৰু এলিজাবেথক মাতি দেখুৱালে। নিজা নিজা পচন্দ অনুসৰি পোছাক দুযোৰা দুয়ো ভগাই ললে।

কিছুসময় পিছত বজাৰত খেতিৰ অত্যাধুনিক মেচিন এটা কোনোবাই আনি প্রদর্শন কৰাত ল'ৰা-ছোৱালী আৰু অন্যান্য মানুহ আনকি তিৰোতাবিলাকেও আহি আগুৰি ধৰিলে। তেনেকুৱা মেচিন তাত আগেয়ে কোনেও দেখা নাই। লুচেতা আৰু এলিজাবেথে নতুনকৈ অনা পোছাক দুযোৰা পিন্ধি থকা অৱস্থাতে বজাৰত মেচিনটো মানুহে আগুৰি ধৰি চাই থকা দেখি তেওঁলোকৰো চাবলৈ মন গ'ল। দুয়ো ওলাই মেচিনটোৰ কাষ পালেগৈ।

মানুহৰ মাজতে ফাৰ্ক্রিক লুচেতা আৰু এলিজাবেথে লগ পালে। তেওঁলোকক দেখি ফাৰ্ক্রিয়ে মিঠা হাঁহি এটি মাৰি কলে—'নতুন পোছাকেৰে বৰ ধুনীয়া দেখা হৈছে।'

লুচেত্তা আৰু এলিজাবেথেও হাঁহিলে। “ধুনীয়া মানুহে আনকো ধুনীয়া দেখে।”- লুচেত্তাই হাঁহি ক'লে। “মেচিনটো আপুনি কিনি আনিছে নেকি ?”—এলিজাবেথে সুধিলে।

‘নাই ; এজন কাৰিকৰী বিষয়াইহে প্ৰদৰ্শনৰ কাৰণে আনিছে। কেনেভাৱে খেতিৰ কামত লগাব পাৰি তাকেহে বুজি লৈছোঁ।’

ফাৰ্ফ্ৰিয়ে কথাবাৰ কৈ মানুহৰ মাজত আনফালে গুচি গ'ল। এলিজাবেথ আৰু লুচেতাই জুমটোৰ পৰা অকণমান ফালৰি কাটি একাষে থিয় হ'লহি। লুচেতাই এলিজাবেথক কলে—“ফাৰ্ফ্ৰি নামৰ এই মানুহজনৰ লগত সিদিনা হঠাতে মোৰ পৰিচয় হোৱাত কথা-বতৰা পাতিছিলোঁ। সেইকাৰণেই আজিও তেনেকৈ কথা কলোঁ। মানুহজন বৰ ভাল।”

লুচেতাই ফাৰ্ফ্ৰিৰ লগত কথা হওঁতেই এলিজাবেথৰ মনৰ কোনোবা খিনিত যেন আঘাত অনুভৱ কৰিছিল। লুচেতাৰ মুখত ফাৰ্ফ্ৰিৰ প্ৰশংসা শুনিও এলিজাবেথে বৰ অস্বস্তিবোধ কৰিলে।

এনেতে হেনচাৰ্ড সেই ফালে আহি তেওঁলোকক তাত বৈ থকা দেখা পাই এটি নীৰস হাঁহি মাৰি এলিজাবেথৰ ফালে চাই সুধিলে—“তোমাৰ ভালনে ?”

—“হয়, ভালে আছোঁ।”

—“অ, তুমিও ! তুমি কিন্তু মোক দুবাৰো দেখা কৰিবলৈ অনুৰোধ কৰি মাতিও দেখা নকৰি ঘূৰাই পঠালা। মই দুখ পাইছোঁ।

হেনচাৰ্ডে লুচেতাক দেখিয়েই অভিযোগৰ সুৰত কথাবাৰ কৈ তাৰ পৰা আতঁৰি গ'ল। লুচেতাই একো নকৈ তলমূৰ কৰিলে।

ল'ৰা-ছোৱালী আৰু খেতিয়কবোৰে মেচিনটো আগুৰি চাবলৈ ধৰাত এলিজাবেথ আৰু লুচেতা তেওঁলোকৰ কোঠালৈ ঘূৰি আহিল। দুয়ো দুখন চকীত বহি লৈ খিৰিকিৰে বাহিৰলৈ চাই পঠিয়ালে।

অভিযোগৰ সুৰত হেনচাৰ্ডে যেন একো কোৱাই নাই এনেভাৱ দেখুৱাই লুচেতাই এলিজাবেথক কলে—“দেউতাৰা তোমাৰ পৰা বহু খিনি আতঁৰি যোৱা যেন লাগিছে।’

'হয়,— তেওঁ আঁতৰি যাবলৈয়ে বিচাৰিছিল। মই তেওঁৰ জীয়েক হোৱা স্বত্বেও, আপুনি ভাবিব নোৱাৰা ধৰণে যত্ন কৰা স্বত্বেও মই তেওঁৰ আপোন হব নোৱাৰিলোঁ। দেউতাৰ লগত মাৰ বিচ্ছেদেই, বিশেষকৈ মাৰ মৃত্যুৱেই মোৰো দুৰ্ভাগ্য হৈ পৰিল। আপোনাক নকলেও বুজিছে ছোৱালীৰ জীৱনত এনে দুৰ্ভাগ্য কিমান দুখজনক, কিমান বেদনাদায়ক !'

"এৰা, এনে দুৰ্ভগীয়া জীৱন যেন কোনো ছোৱালীৰে নহয়।"

নিজৰ বিগত জীৱনৰ কথা সুঁৱৰি লুচেতাই হুমুনিয়াহ কাঢ়িলে।

মাজে মাজে লুচেতাই যে ফাৰ্ফ্রিক লগ পায় এই কথা এলিজাবেথে অনুমান কৰিছিল। লুচেতা অকলে ওলাই গলে এলিজাবেথৰ মনটোৱেও যেন তেওঁৰ পিছ লৈছিল আৰু ফাৰ্ফ্রিক তেওঁ ক'ত লগ পাইছিল আৰু কি কথা হৈছিল, এই সকলো যেন কব পাৰিছিল।

এদিন লুচেতা বাহিৰলৈ ওলাই গৈ কিছুসময়ৰ মূৰত ঘূৰি অহাত এলিজাবেথে কিবা চিন্তা কৰি সুধিলে—"আপুনি ফাৰ্ফ্রিক লগ পালেনেকি ?'

'পালোঁ। তুমি কেনেকৈ জানিলা ?'

কেনেকৈ জানিলে এই কথা আৰু এলিজাবেথে নকলে; কিন্তু এই প্ৰশ্নটোৱে লুচেতাৰ মনত বৰ বেয়াকৈ প্ৰভাৱ পেলালে। পিছদিনা ৰাতিপুৱা চাহ খোৱাৰ সময়ত লুচেতাই এলিজাবেথক কলে—"এটা সঁচা অথচ বৰ দুখৰ কাহিনী কওঁ শুনা।"

এলিজাবেথে সহানুভূতিৰে লুচেতাৰ ফালে চালে।

'এজনী গাভৰুৱে এক এৰাব নোৱাৰা পৰিস্থিতিত পৰি এজন মানুহক গভীৰভাৱে ভাল পাইছিল। মানুহজনেও তেওঁক বিয়া কৰাম বুলি কথা দিছিল। কিন্তু শেষত এক অভাৱনীয় ঘটনাই তেওঁলোকৰ মিলনত বাধা দিলে আৰু তেওঁলোকৰ এৰা-এৰি হ'ল।'

—'হয় নেকি ? বেচেৰী গাভৰু গৰাকীৰ বাবে বৰ বেয়া লাগে।'

—'বেয়া নিশ্চয় লাগে। মই কিন্তু ইয়াৰ বাবে মানুহজনক দোষাৰোপ কৰিব নোখোজোঁ। ইয়াৰ পিছত তেওঁলোকে কোনেও কাৰো খা-খবৰ নোলোৱা হ'ল। কিন্তু যি ঘটনাই তেওঁলোকৰ মিলনত বাধা দিছিল, বহুদিনৰ মূৰত সি আঁতৰি গ'ল আৰু মানুহজনে তেতিয়া গাভৰু গৰাকীক বিয়া কৰাবলৈ আগবাঢ়ি আহিল।'

'পুনৰ বিয়া কৰাবলৈ আগবাঢ়ি আহিল,—বৰ সুখৰ কথা।'

এৰা, বৰ সুখৰ কথা, কিন্তু শুনা,—তেওঁলোকৰ এৰা-এৰি হোৱাৰ এই সময় ছোৱাত গাভৰু গৰাকীয়ে আন এজন যুৱকক বেছি ভাল পাই পেলালে। এতিয়া কোৱাচোন গাভৰু গৰাকীয়ে পুনৰ তেওঁৰ ওচৰ চপা প্ৰথমজন মানুহৰ লগত বিয়া হব নে পিছৰ জনৰ লগত হব ?"

'আগৰজনক এৰি নতুনজনক ভাল পাই বিয়া কৰোৱাটো বৰ ভাল কথা নহব।'

'এৰা, ভাল কথা নহব, কিন্তু গাভৰু গৰাকীয়ে পিছত বুজিলে যে, প্ৰথমজন দ্বিতীয়জনতকৈ কম শিক্ষিত আৰু অনেক ক্ষেত্ৰত হীন। দ্বিতীয়জন মানুহ হিচাবে প্ৰথমজনতকৈ অতি শান্ত, নম্ৰ আৰু ভদ্ৰ, লগতে ধুনীয়াও। সেই গাভৰু গৰাকীয়ে প্ৰথমজন ব্যক্তিক স্বামী হিচাবে পাবলৈ প্ৰথমে যদিও ভাবিছিল—পিছত কিন্তু সেই কথা ভাৱিব নোৱাৰা হ'ল।'

'এই ক্ষেত্ৰত ভাল লগা নলগা বা কাক বিয়া কৰাব সেইবোৰ নিৰ্ভৰ কৰিব সম্পূৰ্ণৰূপে গাভৰু গৰাকীৰ ওপৰত। আপুনি বা মই বা আনে তাক নিশ্চয়কৈ কব পৰা কথা নহয়।'

এলিজাবেথে অতি চিন্তাযুক্ত ভাবে কথাষাৰৰ সিদ্ধান্ত দিয়াৰ দৰে কলে।

লুচেতাই যেন এলিজাবেথৰ পৰা আশা কৰামতে উত্তৰ নাপালে। এলিজাবেথে লুচেতাৰ মনৰ গতি অনুমান কৰিব খুজিলে। এলিজাবেথৰ আগত পোনপটীয়াভাৱে লুচেতাই ভাঙি নকলেও কাহিনীটো কাৰ আৰু সেই নায়ক দুজন কোন এলিজাবেথে সহজেই ধৰিব পাৰিলে।

॥ ২৫ ॥

ফাৰ্ফ্ৰিৰ লগত লুচেতাৰ চিনাকি আৰু দেখা-দেখিয়ে লুচেতাৰ অন্তৰৰ পৰা হেনচাৰ্ডৰ প্ৰতি থকা ভালপোৱা অনেকখিনি কমালে। আনহাতে ভাত এলিজাবেথ থকা স্বত্বেও লুচেতাকহে যেন দেখা কৰিবলৈ আহিছে ফাৰ্ফ্ৰিয়ে এনেভাৱ দেখুৱাত এলিজাবেথে ভীষণ আঘাত পালে। তেওঁৰ দুখৰ সময়ত মৰমেৰে মাত এষাৰ দিয়া, উৎসৱ পাৰ্বনত একেলগে গাত ধৰা-ধৰিকৈ নচা, একেলগে ফুলনিত ফুৰি-চাকি সুখ-দুখৰ কথা পতা সেইজন মৰমৰ ফাৰ্ফ্ৰি যেন এইজন নহয়,—এলিজাবেথে অত্যন্ত মনোবেদনাৰে এনে অনুভৱ কৰিলে।

এলিজাবেথে অতি উদাসভাৱে শোৱা কোঠাৰ খিৰিকিৰে কিছু নিলগত থকা গীৰ্জাৰ গম্বুজটোলৈ চাই পঠিয়ালে আৰু হুমুনিয়াহ কাঢ়ি নিজে নিজেই কৈ উঠিল 'এৰা, লুচেতাই কোৱা কাহিনীটোৰ দ্বিতীয়জন নায়ক এই ফাৰ্ফ্ৰিয়েই।'

কব নোৱাৰাকৈ এলিজাবেথৰ চকুৰ পৰা দুটোপাল পানী সৰি পৰিল।

হেনচাৰ্ডে যদিও লুচেতাৰ পৰা আগৰদৰে আন্তৰিকতা পোৱাৰ পৰা বঞ্চিত হৈছিল তথাপি হেনচাৰ্ডে লুচেতাক আগতকৈ বেছি

ধুনীয়া দেখিছিল আৰু তেওঁক পাবলৈ ব্যগ্র হৈ পৰিছিল। সেয়ে এলিজাবেথৰ অনুপস্থিতিৰ সুযোগ লৈ হেনচার্ড লুচেতাৰ ওচৰলৈ গৈ আছিল। লুচেতাৰ মন আকাশত হেনচার্ড আৰু ফাৰ্ফ্রি ক্রমে দিনৰ প্রখৰ সূৰ্য্য আৰু ৰাতিৰ স্নিগ্ধ জোনৰ দৰে দেখা দিছিল। হেনচার্ডৰ লগত লুচেতাই আবেগ ঢালি কথা নকয়।

লুচেতাৰ পৰা এনে আন্তৰিকতাহীন ব্যৱহাৰ পাই এদিন হেনচার্ডে কলে—"চোৱা লুচেতা; তোমাৰ প্রতি মই কৃতজ্ঞ হৈয়েই সকলো প্রকাৰে সহায় কৰিছিলোঁ, অন্তৰ ভৰি ভাল পাইছিলোঁ, আৰু শেষত তোমাৰ কাতৰ অনুৰোধ ৰক্ষা কৰিয়েই মই তোমাক বিয়া কৰাম বুলি এক প্রকাৰ খাটাং কৰি পেলাইছিলোঁ; কিন্তু কি পৰিস্থিতিত আমাৰ সেই বিয়া নহ'ল তাক তুমি ভালদৰে জানা। কোনো প্রকাৰেই সেই পৰিস্থিতি এৰাব পৰা ধৰণৰ নাছিল। এতিয়া চুচানৰ মৃত্যু হ'ল আৰু মই মোৰ আগৰ সেই লুচেতাৰ ওচৰ চাপিব বিচাৰিছোঁ, কিন্তু তুমি মোৰ প্রতি আগৰদৰে আন্তৰিকতা দেখুৱাব পৰা নাই।"

নীৰৱে হেনচার্ডৰ কথাখিনি লুচেতাই শুনি আছিল। তেওঁ কলে—'আপোনাৰ এই চেনেহ আৰু উদাৰতাৰ বাবে মই চিৰকালেই কৃতজ্ঞ থাকিম।"

'তুমি কৃতজ্ঞ থকা নথকা সেইটো তোমাৰ কথা। মই তোমাৰ ওচৰলৈ ভীক্ষা খুজিবলৈ বা কাজিয়া কৰিবলৈ অহা নাছিলোঁ। মই আহিছিলোঁ—এটি সাধু প্রস্তাৱ লৈ, তোমাৰ যৌৱনক লৈ হেতালি খেলিব খোজা শত্রুবোৰৰ মুখত ছাঁই সানিবলৈ। তাৰ বাবে তুমি মোক অসীম কৃতজ্ঞতাৰে ধন্যবাদ দিয়া উচিত আছিল।'

হেনচার্ডৰ কথা শুনি লুচেতা খঙেৰে থিয় হ'ল আৰু কলে—এইবোৰ কি কৈছে? আপোনাক এটা দুৰ্য্যোগপূৰ্ণ মুহূৰ্তত সহায় কৰি আপোনাক ভাল পাই পেলাইছিলোঁ বুলিয়েই আজি এনেকৈ

কৰবলৈ সাহস পাইছেনে ? বিয়াৰ সকলো ঠিক হৈয়ো শেষত সেই বিয়া নোহোৱাৰ খবৰ দি লিখা আপোনাৰ চিঠিখনে মোক কিমান আঘাত দিছিল আপুনি খবৰ ৰাখিছিল নে ? মানুহৰ আগত মই হাঁহিয়াতৰ পাত্ৰ হলোঁ। লোকৰ ইতিকিং ঠাট্টা-মস্কৰা খাব-লগীয়া হোৱাটোত মোৰেই দোষ বুলি কব খোজেনে ? মই বহুত সহ্য কৰিলোঁ, বহুত শিকিলোঁ। এসময়ত আপোনাৰ লগত মোৰ চিনাকি হৈছিল, এতিয়াও এটি সাধাৰণ চিনাকিত বাহিৰে মই আৰু কি বেছি ধৰিব পাৰোঁ ?"

কথাখিনি কৈ লুচেতা খিৰিকিৰ কাষলৈ গৈ ৰাহিৰলৈ চাই থিয় হ'ল। হেনচাৰ্ডেও বহি থকা ঠাইৰ পৰাই নিমাতে খিৰিকিৰে বাহিৰলৈ চাই পঠিযালে। হেনচাৰ্ডে দেখিলে ফাৰ্ফ্ৰিয়ে শুকান ঘাঁহ বোজাই কৰি বনুৱাৰ হতুৱাই কেইখনমান ঘোঁৰা গাড়ী বজাৰলৈ খেদি আনিছে। ফাৰ্ফ্ৰিক দেখিয়েই হেনচাৰ্ডৰ মনৰ কোনোবা খিনিত যেন জুই জ্বলি উঠিল। কাৰণ লুচেতাৰ তেওঁৰ প্ৰতি অৱজ্ঞাৰ কাৰণ এই ফাৰ্ফ্ৰিয়েই।

হেনচাৰ্ডে অতিশয় হতাশভাৱে নিজে নিজে কোৱাৰ দৰে কলে "এৰা মোৰ ভুল হ'ল। মই দ্বিতীয়বাৰ তিৰোতা এগৰাকীৰ চিন্তা কৰি ভুলেই কৰিলোঁ।"

পিছ মুহূৰ্ত্ততে লুচেতায়ো অনুভৱ কৰিলে হেনচাৰ্ডক তেনে কঠোৰভাবে কোৱা উচিত নাছিল। তেওঁ শান্তভাৱে খিৰিকিৰ কাষৰ পৰা আহিল আৰু আলমিৰাটো খুলি এখন থালত কিবা কিবি ফল-মূল আনি হেনচাৰ্ডক খাবলৈ দিলে।

'মোক এইবোৰৰ কোনো প্ৰয়োজন নাই। মই আহিছোঁ।'

হেনচাৰ্ড বহাৰ পৰা উঠি দুৱাৰমুখ পালেগৈ আৰু লুচেতালৈ ঘূৰি চাই কলে—'তুমি চুচানৰ মৃত্যুৰ খবৰ শুনি একমাত্ৰ মোৰ কাৰণেই কেষ্টাৰব্ৰিজ চহৰত থাকিবলৈ লৈছাহি ; কিন্তু তথাপি মোৰ প্ৰস্তাৱৰ প্ৰতি তুমি কোনো সহাৰি দিব পৰা নাই।"

হেনচাৰ্ড অতি খঙেৰে তাৰ পৰা ওলাই আলিবাট পালেগৈ। লুচেতাও এক প্ৰকাৰ উত্তেজিত হোৱাৰ দৰে হৈ চোকাখনত বহি পৰিল আৰু এক মুহূৰ্তৰ ভিতৰতে পুনৰ উঠি আহি খিৰিকিৰে আলিবাটেৰে গৈ থকা হেনচাৰ্ডলৈ চাই নিজে নিজে কৈ উঠিল-- "মই যাক ভাল পাব লাগে পামেই,—তেওঁক অন্তৰ ঢালিয়েই ভাল পাম। এনে খঙাল আৰু বিবেচনাহীন লোক এজনৰ মই কেতিয়াও দাসী হব নোৱাৰোঁ।'

লুচেতাই হেনচাৰ্ডক ফাৰ্ফ্ৰিৰ লগত তুলনা কৰিব বিচাৰিলে।

এলিজাবেথে আৰম্ভনীৰে পৰাই অনুমান কৰিছিল যে লুচেতাক ফাৰ্ফ্ৰি আৰু হেনচাৰ্ড দুয়োজনেই গভীৰভাৱে ভাল পাব বিচাৰিছে, আৰু দেখুৱাই তেওঁলোকে এলিজাবেথক লগ পাবলৈ আহে যদিও প্ৰকৃততে এলিজাবেথৰ প্ৰতি এজনৰো আন্তৰিকতা নাই ; লুচেতাৰ প্ৰতিহে তেওঁলোকৰ আন্তৰিকতা। লুচেতাই কিন্তু এই দুয়োজন প্ৰতিদ্বন্দ্বি প্ৰেমিকৰ ভিতৰত ফাৰ্ফ্ৰিৰ সান্নিধ্যলৈ আহি হেনচাৰ্ডৰ প্ৰতি আন্তৰিকতাহীন হৈ পৰিছিল।

এলিজাবেথৰ মনৰ মানুহ ফাৰ্ফ্ৰিও লুচেতাৰ প্ৰতি আকৰ্ষিত হবলৈ ধৰাত এলিজাবেথৰ পীড়িত অন্তৰখনে হাহাকাৰ কৰি উঠিল।

॥ ২৬ ॥

শৰত কালৰ এটি ৰাতিপুৱা। ৰাতিপুৱাৰ আহাৰৰ ঠিক পিছতেই চহৰৰ এটি জনশূন্য পথত হঠাতে ফাৰ্ফ্ৰি আৰু হেনচাৰ্ডৰ লগালগি হ'ল। লুচেতাই অন্ততঃ কিছুদিন তেওঁক দেখা নকৰিবলৈ বুলি লিখা চিঠি এখন হেনচাৰ্ডে আলিবাটৰ একাষৰ বেঞ্চ এখনত বহি একান্ত

মনে পৰি আছিল। এনেতে ফাৰ্ফ্ৰি সেইপিনে অহাত তেওঁ চিঠিখন হাতত সামৰি ললে। ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডক দেখি কোনো কথা কবলৈ ইচ্ছা নকৰি কেৱল মৌন সম্ভাষণ জনাই গুচি গ'ল। হেনচাৰ্ডেও মৌনভাৱে প্ৰতি সম্ভাষণ জনালে।

ফাৰ্ফ্ৰি অকণমান আগুৱাই যাওঁতেই হেনচাৰ্ডে মাত দিলে—

"মিঃ ফাৰ্ফ্ৰি।

ফাৰ্ফ্ৰি থমকি ৰ'ল আৰু হেনচাৰ্ডৰ ফালে ঘূৰি চালে।

—"আপুনি নিশ্চয় জানে লুচেত্তাৰ লগত মোৰ কেনে সম্পৰ্ক আছিল।'

—"জানো।'

—"আৰু এইটোও জানে যে কি কাৰণে আমাৰ মাজত বিয়া নহ'ল।'

—'হয়, জানো।'

—'তেন্তে এইটোও নিশ্চয় জানে যে, তেওঁক এতিয়া মই পাব বিচাৰোঁ। কিন্তু কাৰ বাবে তেওঁ মোক অবজ্ঞা কৰিব বিচাৰিছে? মই দস্তুৰমত তেওঁক বিয়া কৰিব বিচাৰিছোঁ, কিন্তু তেওঁ তাত সন্মতি দিব পৰা নাই। কিয়? মই আপোনাক সুধিছোঁ।'

—'আপুনি আগৰদৰে তেওঁৰ অন্তৰত সোমাব পৰা নাই।'

ফাৰ্ফ্ৰিয়ে নিৰ্বিকাৰ ভাৱে একাষাৰ কথাৰেই হেনচাৰ্ডৰ আটাইখিনি প্ৰশ্নৰ উত্তৰ দিছিল যদিও তাত বিৰক্তিৰ ভাৱ প্ৰকাশ পাইছিল।

ফাৰ্ফ্ৰিৰ উত্তৰ শুনি হেনচাৰ্ডে অলপ থৎমৎ খালে। তাৰ পিছত 'ঠিকেই'—এই বুলি আৰু কোনো কথা নকৈ বেগেৰে তাৰ পৰা গুচি গ'ল।

হেনচাৰ্ডে সম্পূৰ্ণভাৱে অনুভৱ কৰিলে যে প্ৰেম আৰু ব্যৱসায়, আনকি সকলো ক্ষেত্ৰতে তেওঁৰ একমাত্ৰ প্ৰতিদ্বন্দ্বি হৈ পৰিছে

ফাৰ্ফ্রি। তেওঁ কোনো প্ৰকাৰেই ইয়াক সহজভাৱে লব নোৱাৰে।

কেইদিনমানৰ পিছত হেনচাৰ্ড লুচেতাৰ ওচৰলৈ গ'ল। লুচেতাই হেনচাৰ্ডক চাহ একাপ দি সমুখতে বহিল। সেইসময়ত এলিজাবেথো তাত আছিল।

হেনচাৰ্ডে অন্য কথাৰ অৱতাৰণা নকৰি সুধিলে—"তুমি ফাৰ্ফ্রি নামৰ ডেকা ব্যৱসায়ীজনক চিনি পোৱানে ?'

—'পাওঁ। এই চহৰৰ প্ৰধান ব্যৱসায়ী আৰু ব্যক্তিসকলক মই চিনি পাওঁ। কিয় ?'

হেনচাৰ্ডে তেওঁক ফাৰ্ফ্রিৰ কথা কিয় সুধিছে এই কথা জানিও নজনাৰ দৰে লুচেতাই হেনচাৰ্ডৰ মুখৰ ফালে চালে।

ঠিক সেই সময়তেই বাহিৰৰ পৰা দুৱাৰত কোনোবাই টুকুৰিয়ালে। হেনচাৰ্ডে ভাবিলে—এয়া হয়তো ফাৰ্ফ্রি। সচাঁকৈয়ে দুৱাৰখন খুলি ফাৰ্ফ্রি সোমাই আহিল।

লুচেতাই একে সময়তে হেনচাৰ্ড আৰু ফাৰ্ফ্রিৰ উপস্থিতি কেতিয়াও কামনা কৰা নাছিল। তেওঁ বৰ অস্বস্তিকৰ অৱস্থাত পৰিল। তথাপি তেওঁ নিজকে চম্ভালি ফাৰ্ফ্রিক বহিবলৈ দিলে। হেনচাৰ্ড আৰু ফাৰ্ফ্রি দুযো মূৰ্ত্তিৰদৰে বহি ৰ'ল আৰু লুচেতায়ো কোনো লৰচৰ নকৰাকৈ সমুখত বহি থাকিল। এলিজাবেথ জেনে গোটেই পৰিবেশটো যেন গভীৰ ভাবে নিৰীক্ষণ কৰিলে।

হেনচাৰ্ড বহাৰ পৰা উঠিল। 'মোৰ বিশেষ কাম এটা আছে, মই আহোঁ 'বুলি কৈ কাৰো উত্তৰলৈ বাট নাচাই কোঠাৰ পৰা ওলাই গ'ল। লুচেতাই ফাৰ্ফ্রিৰ চকুলৈ চাই অকণমান হাঁহি দিলে। ফাৰ্ফ্রিয়ে এলিজাবেথৰ পিনে চাই ভজমূৰ কৰিলে।

হেনচাৰ্ড লুচেতাৰ কোঠাৰ পৰা ওলাই গৈ এসময়ত তেওঁৰ ব্যৱসায়তে মেনেজাৰ হিচাবে কাম কৰা জপ্ নামৰ মানুহজনক বাটতে লগ পালে। হেনচাৰ্ডৰ ব্যৱসায়ৰ পৰা ওলাই যোৱাৰ

পিছত জপৰ অৱস্থা বৰ বেয়া হ'ল।

হেনচাৰ্ডে জপক লগ পাই ভালেই পালে। তেওঁ জপক সুধিলে—'তুমি এতিয়া ক'ত কি কৰিছা?'

–'ক'তো একো কৰা নাই, বাটৰ ভিক্ষাৰী হৈ ফুৰিছোঁ।'

—'মোৰ তাত কাম কৰিবা?'

—'পালে কৰিম।'

—'কেতিয়াৰ পৰা আহিব পাৰিবা?'

—'এতিয়া মাতিলেও যাব পাৰোঁ।'

—'ঠিক আছে, মোৰ লগত আহা।'

হেনচাৰ্ডে জপক মাতি নি নিজৰ ব্যৱসায়ৰ সকলো কথা বুজাই দিলে আৰু ক'লে—'তুমি ফাৰ্ফ্ৰিক,—মানে মোৰ যে মেনেজাৰ আছিল, তেওঁক নিশ্চয় জানা?'

--'হয়, জানো। তেওঁ এতিয়া চহৰতে ভাল ব্যৱসায় আৰম্ভ কৰিছে।'

—'এই কাৰণেই তোমাক তেওঁৰ কথা কৈছোঁ। তেওঁৰ বাবেই মোৰ মান-সন্মানত আঘাত পৰিছে, আনকি ব্যৱসায়তো। তুমি এনেভাৱে মোৰ ব্যৱসায়ত যত্ন লোৱা যাতে মোৰ ব্যৱসায়ে ফাৰ্ফ্ৰিৰ ব্যৱসায়ক নিঃশেষ কৰি পেলায়। মোৰ ব্যৱসায়তো আনকি তেওঁ প্ৰতিদ্বন্দ্বি হৈ পৰিছে।'

'মই এইটো আগৰে পৰাই বুজিছিলোঁ। তেওঁ বৰ চতুৰ মানুহ। আপোনাৰ ব্যৱসায়ত সোমাই তেওঁ নিজকহে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল; আৰু শেষত সেয়ে হ'ল।'

জপ নামৰ মানুহজনে ফাৰ্ফ্ৰিৰ বিপক্ষে এনেকৈ কোৱাৰ কাৰণ আছে। প্ৰকৃতপক্ষে ফাৰ্ফ্ৰি অহাৰ কাৰণেহে হেনচাৰ্ডৰ ব্যৱসায়ৰ পৰা তেওঁ খেদা খাবলগীয়া হৈছিল। গতিকে ফাৰ্ফ্ৰিক জপে বৰ বেয়া পাইছিল।

জপৰ কথাখিনি শুনি হেনচাৰ্ডে কিবা চিন্তা কৰিলে আৰু কলে—'মোৰ ভুল হৈছিল বুজিছা। যিয়েই নহওক, মই তোমাক টকা পইচা সকলো যোগান ধৰিম। আগৰ অভিজ্ঞতা তোমাৰ আছে। তুমি সম্পূৰ্ণভাৱে মনপুতি মোৰ ব্যৱসায়ত লাগা। ফাৰ্ফ্রিক কোনোৰকমেই ইয়াত উন্নতি কৰিব দিব নোৱাৰি। ইয়াৰ পৰা তেওঁক খেদিবই লাগিব। তেওঁ যি দামত কিনে আমি তাতকৈ বেছি দামত কিনিম, আৰু তেওঁ যি দামত বেচে আমি তাতকৈ কম দামত বেচিম। মুঠতে তেওঁৰ ব্যৱসায়ক যেনেতেনে নাপাট্টা কৰিবই লাগিব।'

হেনচাৰ্ডৰ ব্যৱসায়ত জপৰ নিযুক্তিৰ কথা এলিজাবেথে শুনি বৰ ভাল পোৱা নাছিল। কাৰণ সেই কামৰ বাবে জপ একেবাৰেই উপযুক্ত নহয় বুলি এলিজাবেথে জানে। আনহাতে হেনচাৰ্ডৰ অলপ কথাতে টিকিচ্‌কৈ উঠা খঙটোও যে জপে কেতিয়াও সহ্য নকৰে এই কথাও তেওঁ জানিছিল।

সেই বছৰ খেতিৰ আৰম্ভনীতে বতৰ অতিপাত খৰাং হৈ পৰাত হেনচাৰ্ডে ইয়াৰ সুযোগ লব বিচাৰিলে। দূৰ গাৱঁত থকা এজন বতৰ জ্যোতিষীৰ ওচৰলৈ গৈয়ো হেনচাৰ্ডে জানিব পাৰিলে যে সেইবছৰ গোটেই খেতিৰ সময়খিনিয়েই তাতকৈও অধিক খৰাং হৈ পৰিব।

জপৰ পৰামৰ্শ ক্ৰমে হেনচাৰ্ডে ফাৰ্ফ্রি আৰু আন ব্যৱসায়ীয়ে নৌ কিনোতেই অতিপাত মূল্য দি হলেও বজাৰৰ প্ৰায় সকলো খাদ্য-সামগ্ৰী কিনি পেলালে।

কিন্তু ইয়াৰ পিছতে বতৰ একেবাৰে সলনি হৈ পৰিল। খেতিৰ উপযোগীকৈ বৰষুণ দিবলৈ ধৰিলে। খেতিয়ক সকলে পূৰ্ণোদ্যমে খেতিৰ কামত লাগিল চাৰিওফালে খেতি নদম-বদন হৈ পৰিল। ফলত খাদ্য সামগ্ৰীৰ মূল্য ভাবিব নোৱাৰা ধৰণেৰে কমি আহিল।

হেনচার্ডে ততাতৈয়াকৈ নিজৰ মজুত খাদ্য-সামগ্ৰী বিক্ৰি কৰিবলৈ বিচাৰিলে। দুখৰ বিষয় গোটেই সামগ্ৰীখিনি কিনাদামৰ চাৰিভাগৰ এভাগতকৈও কম মূল্যত বেচিবলগীয়া হ'ল। আনকি ভালেখিনি সামগ্ৰী কিনা জোখতকৈ কম ওলাল। ইয়াৰ ফলত হেনচার্ডে একেবাৰে মূৰ দাঙিব নোৱাৰা ধৰণেৰে লোকচান খালে।

অৱশেষত হেনচার্ডে ব্যৱসায় চলাবৰ বাবে তেওঁৰ মাটি-বাৰী লিখি দি বেংকৰ পৰা টকা ধাৰে লবলগীয়া হ'ল। ওপৰ দিহামতে অতিপাত মূল্যত খাদ্য-সামগ্ৰীবোৰ কিনাৰ কাৰণেই তেওঁ ব্যৱসায়ত এনেদৰে মাৰ খাবলগীয়া হ'ল বুলি ভাবি ওপক বৰ টান কথাও শুনালে।

॥ ২৭ ॥

খেতি ভাল হলে খেতি চপোৱাৰ আগে আগে নতুন শস্য থবৰ বাবে খেতিয়কসকলে সাধাৰণতে পুৰণি শস্যবোৰ বেচি দি ভঁৰাল খালী কৰে। সামগ্ৰিকভাৱে খেতি ভাল হোৱাত কেষ্টাৰব্ৰিজ চহৰ আৰু আশে পাশে থকা খেতিয়কসকলেও পুৰণি শস্যবোৰ বেচিবলৈ ধৰিলে। যেহেতু শস্যৰ মূল্য কমি আহিছিল, গতিকে ফার্ফ্ৰিয়ে ভালেখিনি কম মূল্যত অধিক শস্য কিনি মজুত কৰিলে কিন্তু হেনচার্ডে সেই সময়ত আগতে চৰা দামত কিনি থোৱা শস্যবোৰ লোকচান ভৰি হলেও বেচাত ব্যস্ত থাকিবলগীয়া হ'ল। গতিকে নতুনকৈ শস্য কিনাৰ কথা তেওঁ চিন্তা কৰিব নোৱাৰিলে।

অতি কম সময়ৰ ভিতৰতে মিঃ ডোনাল্ড ফার্ফ্ৰিয়ে ব্যৱসায়ত প্ৰচুৰ উন্নতি লাভ কৰিলে। আনহাতে ব্যৱসায়ত লোকচান ভৰি

আৰ্থিক অনাটনত হেনচাৰ্ডে বেয়াকৈ ভুগিবলৈ ধৰিলে। হেনচাৰ্ডৰ মনলৈ এনেভাৱ আহিল অচিৰেই ফাৰ্ফ্রিযে নিজৰ প্ৰতিপত্তিৰে সেই চহৰৰ মেয়ৰ হব। এই কথা হেনচাৰ্ডে আনৰ মুখৰ পৰাও শুনিছে। সকলো ক্ষেত্ৰতে ফাৰ্ফ্রি তেওঁৰ প্ৰতিদ্বন্দি হৈ পৰাত হেনচাৰ্ড জ্বলি পুৰি মৰিবলৈ ধৰিলে।

চেপ্তেম্বৰ মাহৰ এটি জোনাক নিশা। নিশা আঠ বাজিছে মাত্ৰ। লুচেতা আৰু এলিজাবেথ থকা ঘৰটোৰ ঠিক ওচৰতে আলিবাটত ঘোঁৰাৰ গাড়ীৰ শব্দ আৰু কাৰোবাৰ কাজিয়া লগাৰ দৰে টান টান মাত শুনি লুচেতা আৰু এলিজাবেথ খিৰিকিৰ কাষলৈ আহি বাহিৰলৈ চালে। তেওঁলোকে চিনি পালে আলিবাটোৰ নিচেই ঠেক ঠাইখিনিত এফালৰ পৰা ফাৰ্ফ্রিৰ গাড়োৱানে আৰু তাৰ বিপৰীত ফালৰ পৰা হেনচাৰ্ডৰ গাড়োৱানে বোজাই দিয়া গাড়ীকেখন-মান আনি মুখামুখি হৈছে আৰু ইঘৰে সিঘৰক দোষাৰোপ কৰি কোনেও গাড়ী পিছুৱাই নি বাট এৰি দিয়া নাই। টান টানকৈ কথা কটাকটি কৰাৰ পাছত দুয়ো পক্ষৰ মাজত প্ৰায হতাহতি লাগি পৰিল।

লুচেতা আৰু এলিজাবেথ লৰালৰিকৈ কোঠাৰ পৰা ওলাই আহি আলিবাটৰ কাষ পালেহি। ইতিমধ্যে হেনচাৰ্ডো আহি গাড়োৱানহঁতৰ যুঁজ ভাঙি দি ফাৰ্ফ্রিৰ গাড়োৱানকেইজনক দোষ দি বৰ বেয়াকৈ কথা শুনালে।

লুচেতাই হেনচাৰ্ডৰ কাষলৈ আহি কলে—'আচলতে ফাৰ্ফ্রিৰ গাড়োৱানকেইজনৰ অকণো দোষ নাই। আপোনাৰ গাড়োৱান-কেইজনেহে ভুলটো কৰি কাজিয়াৰ সৃষ্টি কৰিছে। মই আৰম্ভণীৰে পৰা দেখি আছোঁ।'

হেনচাৰ্ডে জোনৰ পোহৰত লুচেতাৰ ফালে চালে।

—'মোৰ গাড়োৱানৰ ভুল? হব পাৰে ভুল, কিন্তু ফাৰ্ফ্রিৰ

গাড়ীকেইখনত বিশেষ বোজাই নাই। সিহঁতেটো গাড়ীকেইখন অকণমান পিছুৱাই নি বাট এৰি দিব পাৰে! সৱ মতলবী। ইচ্ছা কৰিয়েই ফাৰ্ফ্ৰি আৰু ফাৰ্ফ্ৰিৰ মানুহে মোৰ লগত ফেপেৰী পাতি ফুৰে।'

—'আপুনি তেনেকৈ কিয় কয়? উচিত অনুচিত বিচাৰ কৰি চাব লাগে।' লুচেত্তাই জোৰ দি হেনচাৰ্ডক কথাখিনি কলে।

—'চাৰ, এওঁলোক সকলো আচলতে ফাৰ্ফ্ৰিৰফলীয়া। ফাৰ্ফ্ৰিৰ গাত এৰো চেকাই পৰিব নিদিয়ে।' হেনচাৰ্ডৰ কোনোবা এজন গাড়োৱানে ক'লে।

হেনচাৰ্ডে কোনো চিন্তা নকৰাকৈয়ে ফাৰ্ফ্ৰিৰ নাম ধৰি বহুতো অবাইচ মাত মাতিবলৈ আৰম্ভ কৰিলে। লুচেত্তা আৰু এলিজাবেথে সেই পৰিবেশত তাত নথকাই ভাল বুলি ভাবি নিজৰ কোঠালৈ ঘূৰি আহিল।

ইতিমধ্যে এজন চিপাহী আহি গাড়ীকেইখন আগুৱা-পিছুৱা কৰাই তাৰ পৰা পঠিয়াই দিলে। হেনচাৰ্ড নিজৰ গাড়ীৰ লগে লগে নগৈ কিবা চিন্তা কৰি তাতেই অকণমান সময় থিয় দি থাকিল। তাৰ পিছত লুচেত্তাৰ কোঠাৰ ওচৰলৈ আহি দুৱাৰত টুকুৰিয়ালে।

লুচেত্তাই দুৱাৰ খুলি হেনচাৰ্ডক দেখি তপৰাই কলে—'মই বৰ দুখিত যে এই সময়ত মই আপোনাৰ লগত কথা হব নোৱাৰিম,— মই এঠাইলৈ যাব লগা আছে। আপুনি যাওঁক।'

লুচেত্তাই কথাখিনি কৈয়েই দুৱাৰখন বন্ধ কৰি হুক্ লগাই দিলে। অত্যন্ত হতাশ আৰু অপমানিত মনেৰে হেনচাৰ্ড তাৰ পৰা লাহে লাহে আতঁৰি আহিল। তেওঁ কিছু আতঁৰি আলিবাটটোৰ ইটো কাষে এন্ধাৰ ছাঁয়াত বৈ লুচেত্তাৰ কোঠাটোৰ ফালে চাই অকণমান ৰ'ল। খোলা হৈ থকা খিৰিকি এখনেৰে মমবাতিৰ ক্ষীণ পোহৰত তেওঁ দেখিলে লুচেত্তাই এসাজ নতুন পোছাক পিন্ধিবলৈ

লৈছে। ঠিক সেই সময়তে আন এটা বাটেৰে ফাৰ্ফ্রি আহি লুচেতাৰ দুৱাৰত টুকুৰিয়ালে। তাৰ পাছত লুচেতা আৰু ফাৰ্ফ্রি একেলগে আলিবাটেৰে ক'ৰবালৈ ওলাই গ'ল।

হেনচাৰ্ডে ঘড়ী চাই দেখিলে ৰাতি ন বাজি গৈছে। সেইখিনি সময়ত সিহঁত কলৈ যাব পাৰে। সিহঁতক অনুসৰণ কৰিবই লাগিব বুলি হেনচাৰ্ডে দৃঢ় সংকল্প ললে।

হেনচাৰ্ডে আলেগে আলেগে তেওঁলোকৰ পিছ ললে। আলি-বাটটোৰ একেবাৰে মূৰত মুকলি পথাৰ। গছ-গছনিৰে আগুৰা সুন্দৰ ঠাই এটুকুৰাত গমধানৰ খেৰৰ ওখ দম কেবাটাও জোনৰ পোহৰত জিল্‌মিলাই আছিল। হেনচাৰ্ডে লক্ষ্য কৰিলে সেই খেৰৰ দমবোৰৰ মাজত তেওঁলোক লুকাই পৰিল। হেনচাৰ্ডেও তেওঁলোকৰ ওচৰতে আন এটা খেৰৰ দমৰ আঁৰত বহিলগৈ।

—'এতিয়া আপুনি মোক অকলেই পাইছে। আপুনি কি কব বিচাৰিছে খোলাকৈ কব পাৰে। কাৰণ ইয়াত আন কোনো নাই।'

লুচেতাই নির্ভয় দি ফাৰ্ফ্রিক কলে।

—'মানে আচলতে কি জানা। তাত এলিজাবেথ থকাৰ কাৰণেই এনে মুকলি মনেৰে কথা হবলৈ বৰ অসুবিধা। সেই বাবেই এনে নির্জন ঠাই এটুকুৰাৰ প্রয়োজন হ'ল। তুমি মোৰ সম্পর্কে কিবা চিন্তা কৰিব পাৰা নেকি?'

- 'কৰিব পাৰা মানে, চিন্তা কৰোঁৱেই। কিন্তু কি জানে, মোৰ কেতিয়াবা একেখন ঠাইতে থাকিবলৈ মনটোৱে নকয়। যদি এটা সময়ত এই কেষ্টাৰব্রিজ চহৰ এৰি যাবলৈ ইচ্ছা কৰোঁ তেতিয়া আপোনাৰ কাৰণে সম্ভৱ হব জানো?'

এই সকলোখিনি কথা হেনচাৰ্ডে স্পষ্টকৈ শুনিলে; কিন্তু

লুচেত্তাৰ শেষৰ কথাকেটাৰ উত্তৰ ফাৰ্ফ্রিয়ে কি দিলে শুগুনিলে।

ইয়াৰ পিছত কিছু নিলগত শস্যৰ পথাৰত তেতিয়াও ফাৰ্ফ্রিৰ মানুহে কাম কৰি থকা ঠাইলৈ যাবলৈ ওলাই ফাৰ্ফ্রিয়ে লুচেত্তাক কলে—'তুমি অকণমান ৰোৱা,—মই তাৰ পৰা আহো।'

—'মই আৰু নৰও। অকলেই যাম।'

লুচেত্তাই অকলেই ঘৰৰ পিনে খোজ ললে। ফাৰ্ফ্রিয়ে কিবা চিন্তা কৰি তেওঁৰ কাম কৰি থকা মানুহবোৰৰ মাজলৈ গ'লগৈ। হেনচাৰ্ডে সকলো লক্ষ্য কৰি তেওঁলোকে কোনেও গম নোপোৱাকৈ পুনৰ আলেঙে আলেঙে লুচেত্তাৰ পিছ ললে।

হেনচাৰ্ডৰ মনৰ অৱস্থা বৰ বেয়া হৈছিল। তেওঁ লুচেত্তাৰ কোঠাৰ দুৱাৰত টুকুৰিয়াই নিদি দুৱাৰখন খুলি পোনে পোনেই বহা কোঠালৈ সোমাই গ'ল; কিন্তু তাত লুচেত্তাক দেখা নাপালে। অকণমান সময়ৰ পিছত কাৰোবাৰ ভৰিৰ শব্দ শুনি শোৱা কোঠাটোৰ পিনে চালে আৰু তাৰ পৰা বহা কোঠালৈ লুচেত্তাক ওলাই অহা দেখিলে।

কোঠাৰ পোহৰটো ইমানেই ক্ষীণ আছিল যে লুচেত্তাই তালৈ আহি প্ৰথমে হেনচাৰ্ডক দেখাই নাছিল, কিন্তু কিবা এটা থিয় হৈ থকা যেন হঠাতে দেখা পাই লুচেত্তা ভয়তে চিঞৰি পিছুৱাই গ'ল। তাৰ পিছত হেনচাৰ্ডক চিনি পাই বৰ ৰুক্ষ মাতেৰে কলে

—'আপুনি কি মানুহ, মোক এনেদৰে ভয় খুৱাইছেহি? ৰাতি দহ বজাৰ পিছত এনেকৈ মনে মনে মোৰ কোঠাত সোমোৱাৰ আপোনাৰ কোনো অধিকাৰ নাই।'

—'মোৰ অধিকাৰ আছে নাই মই নাজানো। যিয়েই নহওঁক, তুমি মোক ক্ষমা কৰিবা নিশ্চয়। সময় অসময়, নীতি-অনীতি বিচাৰ কৰাৰ ধৈৰ্য্য কেতিয়াবাই পাৰ হৈ গৈছে।'

-- কিন্তু ইমান ৰাতি এনেকৈ আহি আপুনি বৰ অন্যায় কৰিছে।'

—'মই ইমান ৰাতি অহা নাছিলোঁ, ঠিক সময়তে প্ৰায় এঘণ্টা আগতে আহিছিলোঁ, কিন্তু মোক দেখা কৰাৰ, লগত কথা হোৱাৰ এক মুহূৰ্তও তোমাৰ সময় নহ'ল। তুমি মোক নিষ্ঠুৰভাবে খেদি পঠিয়ালা। শুনা লুচেত্তা, ভুল কোনে কৰিছে, যিটোৰ কাৰণে তুমি মোক ওফৰাই পেলাবা? তুমি এটা কথা পাহৰি গৈছা; সেইটো আজি তোমাক সোঁৱৰাই দিম।'

হেনচাৰ্ডৰ কথা শুনি লুচেত্তাৰ মুখখন সেঁতা পৰি গ'ল। তেওঁ অৱশভাবে চকী এখনত বহি পৰিল।

—'মই সেইবোৰ শুনিব নোখোজোঁ।'

—'কিন্তু তুমি শুনাটো উচিত, আৰু শুনিবই লাগিব।' হেনচাৰ্ডে কলে।

—'মই এই উদ্দেশ্যে ইয়ালৈ অহা নাছিলোঁ। কিন্তু আপুনি মোক বিয়া কৰাব খুজিছে কৰ্তব্যৰ খাতিৰত,—লোক অপবাদৰ ভয়ত। মোক আন্তৰিকতাৰে ভাল পাই স্ত্ৰীৰ মৰ্য্যাদা দি বিয়া কৰাব খোজা নাই। এটা সময়ত আপোনাৰ টান অসুখত মই শুশ্ৰূষা কৰিছিলোঁ আৰু তাৰ প্ৰতিদান স্বৰূপেই এনে কৰিব বিচাৰিছে। এই কথা জানি আপোনাৰ প্ৰতি মোৰ চিন্তা এৰি পেলাবলৈ বাধ্য হৈছোঁ।'

—'তেনেহলে তুমি মোক বিচাৰি ইয়ালৈ কিয় আহিছিলা?'

—আহিছিলোঁ আপোনাৰ প্ৰতি মোৰ সেই সময়ত ভালপোৱা আছিল আৰু আপোনাৰ প্ৰকৃতি আৰু মনৰ অন্য কথা একো নজনাকৈয়ে আপোনাৰ লগত বিয়া হ'ম বুলি।'

—'তুমি এতিয়া সেই কথা কিয় ভাবিব নোৱাৰা?

লুচেত্তাই কোনো উত্তৰ নিদি মনে মনে থাকিল। তেওঁ হেনচাৰ্ডৰ খঙাল আৰু নিৰ্দয় স্বভাৱৰ কথা জানিব পাৰি এনে এজন মানুহৰ লগত জীৱনটো বৰ অসহনীয় হব বুলি ভাবি লৈছিল। তেওঁৰ

মনত বহুতো কথাই জুমুৰি দি ধৰিলে। কিছুসময় কাৰো মাত-বোল নাই। তাৰ পিছত যথেষ্ট উষ্ণতা প্ৰকাশ কৰি লুচেত্তাই কলে--
– 'মই সেই সময়ত অতি দুখীয়া ছোৱালী আছিলোঁ। কাৰোবাৰ আশ্ৰয় পালেই সকাহ অনুভৱ কৰিছিলোঁ। কিন্তু এতিয়া মোৰ অৱস্থাৰ সলনি হৈছে। মই সেই সময়ৰ দৰে এতিয়া যিকোনো মানুহৰ আশ্ৰয় ভিক্ষা কৰিব নোখোজোঁ।'

—'নিশ্চয়, তুমি এতিয়া আগতকৈ বহুত ওপৰত। তোমাৰ টকা-পইচা হৈছে, সম্পত্তি হৈছে। মই সেইবোৰৰ প্ৰতি লোভ কৰি তোমাক গ্ৰহণ কৰিব খোজা নাই। তোমাৰ সম্পত্তি, তোমাৰ টকা-পইচা তুমি ব্যৱহাৰ কৰিবা,—মোক অলপো দিব নালাগে। তুমি মনত ৰাখিবা,—তুমি এতিয়া মনেৰে যাক বিয়া কৰাবলৈ বিচাৰিছা, তেওঁ মোতকৈ কোনো গুণেই ওপৰত নহয়।'

—'ঠিক আছে, আপুনি যদি তেওঁৰদৰে ভাল মানুহ হয়, তেনেহলে অনুগ্ৰহ কৰি মোৰ আশা এৰক আৰু এতিয়া ইয়াৰ পৰা যাওঁক।'

বৰ অধৈৰ্য্যভাৱে লুচেত্তাই কথাখিনি কৈ পেলালে।

লুচেত্তাৰ কথাখিনিয়ে হেনচাৰ্ডৰো মুৰ গৰম কৰি দিলে। তেওঁ খঙেৰে লুচেত্তাৰ ওচৰ চাপি আহি কলে—'এনেদৰে তুমি মোক প্ৰত্যাক্ষাণ কৰিব নোৱাৰিবা। তুমি এতিয়াই এজন সাক্ষী ৰাখি মোৰ স্ত্ৰী হম বুলি কথা দিব লাগিব। নহলে এটা সময়ত মোৰ লগত তোমাৰ কি সম্পৰ্ক আছিল এই কথা সকলোতে, সকলো মানুহৰ আগতে সদৰি কৰি দিম।'

লুচেত্তা বহা ঠাইতে অকণমান সময় থৰ হৈ বহি ৰ'ল। তেওঁৰ মনলৈ যেন বহুত কথাই আহিল। লুচেত্তাৰ অৱস্থা দেখি হেনচাৰ্ডৰ মনলৈ অনুকম্পা আহিছিল যদিও তেওঁ কঠোৰ হৈ পৰিল।

কোনো বাক্য ব্যয় নকৰি লুচেত্তাই কলিং বে'লটো টিপি দিলে। কাম কৰা সৰু ছোৱালী এজনী অহাত সিটো কোঠাত

শুই থকা এলিজাবেথক মাতি আনিবলৈ কলে। এলিজাবেথে বিচনাৰ পৰা উঠি আহি দেউতাক হেনচাৰ্ডক দেখি থতমত খালে আৰু একো নকৈ কাষেৰে পাৰ হৈ সিকাষে থকা চকী এখনত বহিবলৈ যাব খুজিছিল। হেনচাৰ্ডে এলিজাবেথৰ হাত এখনত ধৰি কলে—

—'এলিজাবেথ, এটা কথা তুমি শুনাটো মই বিচাৰোঁ।'

এলিজাবেথ দেউতাক হেনচাৰ্ডৰ ওচৰতে থমকি ৰ'ল। তাৰ পিছত হেনচাৰ্ডে লুচেত্তাৰ ফালে চাই কলে—

'এতিয়া কোৱা, তুমি মোৰ লগত বিয়া হ'বানে নহ'বা ?'

—'আপুনি যদি,—যদি আপুনি ইচ্ছা কৰিছে, মই সন্মত হৈছোঁ।'

—'তুমি নিশ্চিতভাবে সন্মত আছাতো ?'

—'আছোঁ।'

তেনেকৈ কোৱাৰ লগে লগেই লুচেত্তাৰ মুখখন অদ্ভুত ধৰণে সেঁতা পৰি গ'ল। ক'ব নোৱাৰাকৈ তেওঁৰ চকুৰ পৰা পানী বৈ আহিল।

—'দেউতা কি পৰিস্থিতিৰ কাৰণে আপুনি এওঁক এনেদৰে বাধ্য কৰাইছে,—যাৰ বাবে এওঁ ইমান আঘাত পাইছে ?'

লুচেত্তাৰ কাষতে আঠুকঢাৰ দৰে বহি এলিজাবেথে হেনচাৰ্ডক সুধিলে।

—'এওঁৰ মনৰ ইচ্ছাৰ বিৰুদ্ধে আপুনি এওঁক বাধ্য নকৰাব। এওঁ বৰ আঘাত পাব। এওঁৰ লগত থাকি মই বুজিছোঁ, এওঁ বৰ দুৰ্ভগীয়া। এওঁ কোনো আঘাতেই সহ্য কৰিব নোৱাৰে।'

—'এনে অমূলক কথা তুমি মোক কোৱাৰ কোনো প্ৰয়োজন নাই। এই প্ৰতিজ্ঞাই লুচেত্তাৰ মনৰ পৰা তেওঁৰ চিন্তা আঁতৰাই পেলাব।' হেনচাৰ্ডে নিৰ্লিপ্তভাবে কলে।

হেনচাৰ্ডৰ কথা শুনি লুচেতা বহাৰ পৰা থিয় হ'ল আৰু খঙেৰে সুধিলে—'তেওঁৰ চিন্তা ? কোন তেওঁৰ কথা বাৰে বাৰে আপুনি কৈ আছে '?

—আপুনি ভুল বুজিছে। মই যি জানো, এওঁৰ কাৰো লগত গাঢ়ভাবে হলি গলি নাই।' এলিজাবেথে দৃঢ়তাৰে কলে।

—'অ, হ'ব পাৰে, মোৰ ভুল হৈছে। সেইবোৰ বাদ দিয়া। মুঠতে বন্দবস্ত হ'ল—লুচেতা আৰু মোৰ মাজত বিয়া হব। লুচেতাই মোৰ লগত বিয়া হ'বলৈ সন্মতি দিছে। ইয়াৰ পিছৰ ব্যৱস্থা পিছত। মই আহিছোঁ।'

হেনচাৰ্ড কোঠাৰ পৰা ওলাই গ'ল। লুচেতা পুনৰ চকীখনত বহি পৰিল। এলিজাবেথে লুচেতাৰ হাত এখনত ধৰি কাষতে বহি সুধিলে—'এইবোৰ কি হৈছে ? আপুনি মোৰ দেউতাক আগৰে পৰাই জানে ? কিয় আপুনি আপোনাৰ 'ইচ্ছাৰ বিৰুদ্ধেও তেওঁৰ লগত বিয়া হবলৈ সন্মতি দিলে ? নিশ্চয় কিবা গোপন ৰহস্য আছে। আপুনি মোৰ পৰা ইমান দিনে বহুত কথাই গোপন কৰি ৰাখিছে।'

—'তুমি মোৰ মনৰ অৱস্থা বুজিছা। কিন্তু...

—'কোনো কিন্তু নাই। ইমান দিনে মোক কোৱা হেলে মই কেতিয়াও আপোনাৰ অপকাৰ নকৰিলোঁহেঁতেন। কেতিয়াও এইটো হ'বলৈ দিব নোৱাৰি। এই কথাৰ পৰা আপোনাক এৰি দিবলৈ দেউতাক মই নিজেই গৈ কাকুতি কৰিম।'

—'নাই নাই,--যি হয় হবলৈ দিয়া।'

লুচেতাই অতি শান্তভাবে এলিজাবেথক মানা কৰিলে।

———

## ॥ ২৮ ॥

পিছদিনা ৰাতিপুৱা লুচেত্তাইঁত থাকিবলৈ লোৱা ঘৰটোৰ কিছু আঁতৰত থকা 'টাউন হলত' অনুষ্ঠিত বিচাৰ সভাত উপস্থিত হবলৈ হেনচাৰ্ড গৈছিল। যাওঁতে লুচেত্তাৰ ঘৰটোলৈ হেনচাৰ্ডে চাইছিল যদিও কাকো দেখা নাপালে।

সেই বছৰৰ মেয়ৰ ডাঃ চক্‌ফিল্ডৰ অনুপস্থিতিত প্ৰাক্তন মেয়ৰ আৰু বৰ্তমানৰ প্ৰধান বিচাৰকৰ পদত থকা হিচাবে হেনচাৰ্ডেই সভাত পৌৰোহিত্য কৰিবলগীয়া হ'ল। কেষ্টাৰব্ৰিজ চহৰৰ নিয়মমতে প্ৰাক্তন মেয়ৰজন পিছৰ বছৰৰ বাবে প্ৰধান বিচাৰকৰ দায়িত্বত থাকে।

সেইদিনা বিচাৰ কৰিবলগীয়া গোচৰ এটাই মাত্ৰ আছিল। অপৰাধী এগৰাকী বুঢ়ী, আৰু বুঢ়ীগৰাকী হেনচাৰ্ডৰ কাষতে থিয় হৈ আছিল। তেওঁৰ পোছাকপাতি যথেষ্ট মলিয়ন আৰু কিছু ফটাচিতা। পোছাকপাতি, কথা-বতৰা আৰু চাল-চলনৰ পৰা বুজা যায় তেওঁ সেই চহৰৰ অথবা ইয়াৰ আশে-পাশে থকা গাঁৱৰ স্থানীয় মানুহ নহয়।

বুঢ়ীগৰাকীয়ে প্ৰধান বিচাৰকৰ আসনত বহি থকা হেনচাৰ্ডৰ ফালে বাৰে বাৰে অতি কৌতুহলি দৃষ্টিৰে চাবলৈ ধৰিলে। হেনচাৰ্ডেও এবাৰ বুঢ়ীজনীৰ ফালে চালে আৰু এক বিশেষ ভঙ্গীৰে কাগজ এখন চাই চিপাহী এজনক সুধিলে—'এওঁ কি কৰিছিল?'

—'মাইকী মানুহৰ দালালী হিচাবে বৰ অপকৰ্মত লিপ্ত থকা অৱস্থাত ধৰি অনা হৈছে চাৰ।'

ষ্টুবাৰ্ড নামৰ চিপাহীজনে আগুৱাই আহি কলে।

—'এওঁ এই কাম ক'ত কৰিছিল?' দ্বিতীয়জন বিচাৰকে সুধিলে।

—'চহৰৰ অতি নিৰ্জন গলিবোৰত এওঁৰ জঘন্য দালালী কামবোৰ চলে।'

হেনচাৰ্ডে চিপাহীজনক আগুৱাই আহি শপত খাবলৈ কলে। ইতিমধ্যে কেৰাণী এজনে কথাখিনি 'নোট' কৰি লবলৈ কাগজ-কলম ঠিক কৰি ললে।

চিপাহীজনে বিচাৰকৰ আগত নীতিগতভাৱে শপত খালে আৰু কলে,—'যোৱা নিশা এঘাৰ বাজি পঁচিশ মিনিট গৈছে মাথোন। 'হায়ান ডামিনী হল'ৰ পিছপিনে এডোখৰ ঠাইত অতি অশালীন কথা-বতৰা পতা শুনি মই তালৈ আগুৱাই গলোঁ। গৈ দেখোঁ—'

—'ইমান খৰকৈ কৈ নাযাবা।' কেৰাণীজনে চিপাহীজনক কলে। চিপাহীজনে কেৰাণীজনে লিখি থকা কথাখিনিলৈ চাই ৰৈ গ'ল।

—'এতিয়া কোৱা।'

কেৰাণীজনৰ অনুমতি পাই চিপাহীজনে পুনৰ কবলৈ ধৰিলে --'যেতিয়া মই তালৈ গলোঁ, দেখিলোঁ এই বুঢ়ীজনীয়ে এগৰাকী সম্ভৱতঃ গাভৰু ছোৱালী এজন মানুহক বিক্ৰী কৰি ধন লবলৈ ধৰিছে। তেনেতে মোক দেখিয়েই এওঁ বৰ অশ্লীল ভাষাৰে গালি-গালাজ কৰি মোৰকালে খেদি আহিছিল।'

—হৈছে, আৰু ক'ব নালাগে।' হেনচাৰ্ডে চিপাহীজনক বাধা দিলে আৰু বহাৰ পজটো সলাই বুঢ়ীজনীক সুধিলে—'এই সম্পৰ্কে আপোনাৰ কিবা কবলগীয়া আছে?'

—'নিশ্চয় আছে।' বুঢ়ীজনীয়ে কলে।

তাৰ পিছত বুঢ়ীজনীয়ে হেনচাৰ্ডৰ ফালে বৰ সুক্ষ্ম দৃষ্টিৰে এবাৰ নিৰীক্ষণ কৰি কবলৈ ধৰিলে--

—'আজি প্ৰায় কুৰি বছৰ আগতে মই ওৱেডন প্ৰায়ৰচ্ নামৰ বজাৰ এখনত সাধাৰণ তম্বু এটাৰ তলত নিয়মিতভাৱে মদ বেচিবলৈ লৈছিলোঁ।'

'—কুৰি বছৰ আগতে? এওঁ একেবাৰে সৃষ্টিৰ পাতনিত ধৰিলে। বাৰু কৈ যোৱা।' কেৰাণীজনে বুঢ়ীজনীৰ কথাৰ মাজতে

তেনেকৈ কৈ কথাখোৰ টুকি লবলৈ সাজু হ'ল। হেনচাৰ্ড কিন্তু বুঢ়ীজনীৰ কথাখিনিত অতি বিস্মিত আৰু সচকিতভাবে থিৰ হৈ ৰ'ল।

বুঢ়ীজনীয়ে কৈ গ'ল 'মোৰ সেইটো বৰ লাভজনক আৰু সন্মানজনক ব্যৱসায় আছিল। চহৰৰ আৰু অন্য ঠাইৰ ভাল মানুহবোৰে মোৰ তাত বহি প্ৰায়ে এগিলাচ মদ খাইছিল। মোৰ অৱস্থা যথেষ্ট ভাল আছিল।' বুঢ়ীজনী সামান্য ৰ'ল আৰু কলে—

'এদিন সন্ধিয়া এজন ডেকা মানুহ তেওঁৰ গাভৰু ঘৈণীয়েক আৰু কেঁচুৱা এটিৰে মোৰ তম্বুৰ তলত উপস্থিত হ'লহি। তেওঁ মদ খাবলৈ বিচৰাত মই এগিলাচ দিলোঁ। তাৰ পিছত আৰু এগিলাচ বিচাৰিলে। দিলোঁ। এনেকৈ তেওঁ কেবা গিলাচো খাই পাগলামি বকিবলৈ ধৰিলে। শেষত অভদ্ৰ ভাষাৰে গালি-গালাজ কৰি এজন অচিনাকী নাবিকৰ ওচৰত মাত্ৰ পাঁচ গিনি মূল্যত তেওঁ নিজৰ গাভৰু ঘৈণীয়েকক কেঁচুৱাটিৰে সৈতে বিক্ৰি কৰি দিলে আৰু মদৰ নিচাত নিজৰ ঘৈণীয়েকক বেচাৰ দৰে এনে জঘন্য কাম কৰা লোকজন হ'ল সেইজন, যিজন আজিৰ এই বিচাৰ সভাত অতি সন্মানীয় প্ৰধান বিচাৰকৰ আসনত বহি আছে।'

হেনচাৰ্ডৰ ফালে মুখটো ঘূৰাই বুকুত হাত দুখন সাৱতি ধৰি বুঢ়ীজনীয়ে নিজৰ কোৱা শেষ কৰিলে। তাত উপস্থিত থকা সকলো মানুহেই হেনচাৰ্ডৰ মুখৰ ফালে চালে। ছাঁই সনা মুখৰ দৰে হেনচাৰ্ডৰ মুখখন ক'লা পৰি গ'ল।

—'আপোনাৰ জীৱনৰ ৰহস্যজনক কাহিনী আমি শুনিব খোজা নাই। আজিৰ গোচৰ সম্পৰ্কত কিবা কবলগীয়া আছে যদি তাকে কওঁক।'

দ্বিতীয়জন বিচাৰকে খংভাবে ধমকনি দি বুঢ়ীক কলে।

—'মই অলপো বেলেগ কথা কোৱা নাই। মই এই কথাৰ পৰা ইয়াকে প্ৰমাণ কৰিব বিচাৰিছোঁ যে মই যি কাম কৰিছোঁ

তাতকৈ এওঁ কোনো গুণে ভাল কাম কৰা নাই ; গতিকে মোৰ ওপৰত এওঁৰ বিচাৰ কৰাবো অধিকাৰ নাই ।'

—'এইবোৰ সকলো মনে সজা কথা । মুখ বন্ধ কৰক ।' — কেৰাণীজনে বৰ ধমকনি দিলে ।

—'নহয়, ই একেবাৰে সত্য কাহিনী । বুঢ়ীজনীয়ে অকণো মিছা কোৱা নাই । কথাবোৰ সম্পূৰ্ণ সত্য ।' হেনচাৰ্ডৰ মুখৰ পৰা ধীৰে ধীৰে কথাখিনি ওলাই আহিল । —'গতিকে মই বুজিছোঁ,—এওঁতকৈ মই ভাল কাম কৰা নাই, আৰু সেই কাৰণেই এওঁৰ বিচাৰ মই কৰিব নোৱাৰোঁ । এওঁৰ বিচাৰৰ ভাৰ আপোনা-লোকক গটালোঁ ।'

ঘটনাটোৱে বিচাৰ কক্ষত এক চাঞ্চল্যৰ সৃষ্টি কৰিলে । হেনচাৰ্ড বহাৰ পৰা উঠি মানুহৰ জুমৰ মাজেৰে বাহিৰলৈ ওলাই গ'ল । বাহিৰতো আনদিনাতকৈ বহু গুণে বেছি মানুহ গোট খাইছিল । চহৰৰ ডাওৰ মানুহ হেনচাৰ্ডৰ জীৱনৰ এটি অদ্ভুত কাহিনী প্ৰকাশ কৰিব বুলি ইতিমধ্যে বুঢ়ীজনীয়ে প্ৰচাৰ কৰিছিল । তাকে শুনিবলৈকে সেইদিনা বিচাৰ কক্ষৰ বাহিৰে ভিতৰে ইমান মানুহ গোট খাইছিল ।

—'টাউনহলৰ আশে পাশে ইমান মানুহ আজি কিয় জমা হৈছেহি ?'

লুচেত্তাই দেৰিকৈ শুই উঠি খিৰিকিখন খুলি টাউনহললৈ লক্ষ্য কৰি চাকৰণীজনীক সুধিলে । তেতিয়া বিচাৰ শেষ হৈছিল ।

—'এজনী বুঢ়ীয়ে হেনচাৰ্ডৰ এটি আচৰিত ঘটনা প্ৰকাশ কৰাত তাকে শুনিবলৈকে মানুহবোৰ গোট খাইছিল । তেওঁ হেনো ডেকা বয়সত এখন বজাৰত মাত্ৰ পাঁচ গিনি মূল্যত নিজৰ ঘৈণীয়েকক বিক্ৰি কৰি দিছিল ।'

লুচেত্তাৰ আগত হেনচাৰ্ডে কোনো দিনেই এই কাহিনী কোৱা নাছিল। চুচান পুনৰ ঘূৰি অহাত অন্য ধৰণে লিখিহে হেনচাৰ্ডে লুচেত্তাক জনাইছিল। হেনচাৰ্ডৰ সত্য কাহিনী লুচেত্তাই এই মাত্ৰ শুনিলে।

লুচেত্তাই হেনচাৰ্ডৰ কোথাবোৰ জানি তেনেই জয় পৰি গ'ল। যোৱা নিশা হেনচাৰ্ডক তেওঁ কি পৰিস্থিতিত কথা দিবলগীয়া হ'ল আৰু নিজৰ মৰমৰ ঘৈণীয়েকক নিষ্ঠুৰ ভাবে বেচি দিব পৰা সেইজনলোক কেনেকুৱা হব, এনেবোৰ অনেক কথাই তেওঁৰ মনত জুমুৰি দি ধৰিলে।

গোটেই দিনটো লুচেত্তা অস্থিৰভাবে অনাই-বনাই ঘূৰি ফুৰিলে। ক'তো শান্তি নাপালে। সন্ধিয়া ঘৰলৈ আহি এলিজাবেথক কলে— যে তেওঁ কেইদিনমানৰ কাৰণে পৰ্টব্ৰেদিলৈ যাব, কেইটাৰ ব্ৰিজত থাকি শান্তি পোৱা নাই। অলপ ঠাই সলনি কৰি থাকি আহিব বিচাৰিছে।'

এলিজাবেথে লুচেত্তাৰ মনৰ বেদনা বুজিছিল। যোৱা নিশা দেউতাক হেনচাৰ্ডক কথা দিয়াৰ পৰাই লুচেত্তাই অসহনীয় মনোবেদনা ভোগ কৰি আছে।

লুচেত্তা প'ৰ্টব্ৰেদিলৈ গ'লগৈ। এলিজাবেথ সেই ঘৰটোত অকলে থাকিল। তিনিদিনমানৰ পিছত হেনচাৰ্ডে এলিজাবেথক দেখা কৰিলে আৰু লুচেত্তাৰ কথা সুধিলে। লুচেত্তাৰ অনুপস্থিতিত বিশেষ একো নকৈ হেনচাৰ্ড গুচি গ'ল।

কেইদিনমানৰ পিছত হেনচাৰ্ড পুনৰ তালৈ আহি লুচেত্তা ঘূৰি আহিছে নেকি এলিজাবেথক সুধিলে। লুচেত্তা ঘূৰি আহিছে যদিও সেই সময়ত ক'ৰবালৈ ওলাই গৈছে বুলি জানি সেইদিনাও এলিজাবেথৰ লগত বিশেষ কথা নাপাতি হেনচাৰ্ড গুচি আহিল।

## ॥ ২৯ ॥

প'টব্ৰেন্সিৰ পৰা ঘূৰি অহাৰ পাছত লুচেত্তাই আবেলি এটি নিৰ্জন আলিবাটেৰে সদায় ফুৰিবলৈ গৈছিল। আলিবাটটোৱে গৈ চহৰৰ প্ৰায় উপকণ্ঠত গছ-গছনিৰে আগুৰা পাৰ্কৰ দৰে ঠাই এটুকুৰাত কিছু সময় বহি ঘূৰি আহিছিল। এদিন এলিজাবেথো সেইপিনে ফুৰিবলৈ গৈ দুয়ো লগ লাগিল।

এনেতে হঠাতে তেওঁলোকে ডাঙৰ ষাড় গৰু এটা তেওঁলোকৰ ফালে আহি থকা দেখা পালে। অতি নিপোটল ষাড় গৰুটোৰ দীঘল শিং দুটা পিতলেৰে সুন্দৰকৈ বন্ধোৱা। লুচেত্তা আৰু এলিজাবেথে ভয় খাই ক'ৰবাত লুকাবলৈ বা আশ্ৰয় লবলৈ ইফালে সিফালে চালে আৰু এটা শস্যৰ ভঁৰালঘৰ দেখা পাই তাৰ আঁৰত লুকাবলৈ ভাবিলে।

কিন্তু ইতিমধ্যে ষাডটোৱে নাকেৰে ফোঁচোৰণি মাৰি তেওঁলোকলৈ চোঁচা ললে। উৱাদিহ নাপাই দুয়ো ভয়তে চিঞৰ মাৰি ভঁৰাল ঘৰটোৰ ফালে দৌৰ দিলে। এটা খেৰৰ মেজি দেখা পাই পৰিহৰি হলেও এলিজাবেথ তাৰ ওপৰলৈ উঠি গ'ল। লুচেত্তাই ভৰাল ঘৰটোৰ খোলা দুৱাৰখন দেখি তাৰ ভিতৰত সোমাই দুৱাৰখন হেচুকি ধৰিলে। কিন্তু ষাডটোৱে বেগেৰে খেদি আহি দুৱাৰখনতে জোৰেৰে খুন্দামাৰি দিলে। দুৱাৰখন এৰাই গৈ লুচেত্তাক হেচামাৰি ধৰিলে। প্ৰাণৰ তাৰণাত লুচেত্তাই আৰ্তনাদ কৰি চিঞঁৰিলে।

এনেতে এজন শকত—আৱত মানুহ ডাঙৰ মাৰি এডাল লৈ তীব্ৰ বেগেৰে দৌৰি আহি ষাড়টোৰ নাকে মুখে প্ৰচণ্ড কোব এটা সোধাই দিলে। কোব খাই ষাড়টো পিচুৱাই গ'ল। একেটা কোবতে তাৰ নাকেৰে তেজ বৰলৈ ধৰিলে। তথাপি মানুহজনকো

ষাড়টোৱে আক্ৰমণ কৰিব বিচৰাত আৰু কেইটামান কোব মৰাত সি পিছুৱাই দৌৰ দিলে। কিছু দূৰত ষাড়টো খেদি মানুহজনে দৌৰা-দৌৰিকৈ আহি ভাগি পৰা দুৱাৰখন আঁতৰাই পৰি থকা অৱস্থাৰ পৰা লুচেতাক দুহাতেৰে দাঙি আনিলে।

লুচিতাই বিশেষ আঘাত পোৱা নাছিল। তেওঁ দেখিলে তেওঁক দাঙি অনা মানুহজন হেনচাৰ্ড।

—'আপুনি? আপুনি নহলে মোক আজি ষাড়টোৱে মাৰি পেলালেহেঁতেন। আপুনিয়েই মোৰ জীৱনটো বচালে।'

লুচেতাৰ গাৰ কঁপনি তেতিয়াও কমা নাছিল। তেওঁ ফোপাই ফোপাই কথাখিনি কলে।

—'তোমাৰ মৰমৰ প্ৰতিদান মই দিলোঁ। এদিন তুমি মোক বচাইছিলা, আৰু আজি মই তোমাক বচালোঁ। ক'ৰবাত দুখ পালা নেকি?' হেনচাৰ্ডে অতি মৰম লগাকৈ কথাখিনি কলে।

—'নাই, বিশেষ দুখ পোৱা নাই। আপুনি এই মুহূৰ্তত কেনেকৈ যে আহি পালে!'

—'মই আহিছিলোঁ তোমাক বিচাৰি। তোমাক কিবা দুটামান কথা কম বুলি ভাবি আজি দুই তিনিদিনে লগ ধৰিবলৈ চেষ্টা কৰি আছোঁ কিন্তু তোমাক লগ পোৱাই নাই। এতিয়াও সম্ভৱতঃ তুমি কথা কব নোৱাৰিবা।'

—'অ এলিজাবেথ ক'ত?'

—'এইয়া মই।' এলিজাবেথে খেৰৰ দমটোৰ পৰা পিচলি তললৈ নামি লুচেতাৰ কাষলৈ দৌৰি আহিল।

তিনিও ঘৰমুৱা হৈ দুই এটা কথা পাতি লাহে লাহে আলি-বাটেৰে খোজকাঢ়ি আহি থাকিল। ভালেখিনি বাট অহাৰ পাছত লুচেতাৰ হঠাতে মনত পৰি কৈ উঠিল—'এহ্, মোৰ উলৰ সক মাফ্লাৰখন ভঁৰাল ঘৰটোতে পৰি ৰ'ল হবলা!'

—'মোৰ ভাগৰ লগা নাই, মযে় দৌৰি গৈ লৈ আহোঁ। আপোনালোক লাহে লাহে গৈ থাকক— বুলি এলিজাবেথ ঘূৰি ভঁৰালঘৰটোলৈ বুলি দৌৰ দিলে। যি ঠাইত লুচেত্তাক ষাড়টোৱে হেচা মাৰি ধৰিছিল তাতে মাফ্‌লাৰখন পৰি থকা দেখা পাই এলিজাবেথে বুটলি ললে। তাৰ পিছত ইফালে সিফালে চোৱাত দেখিলে ষাড়টো কিছু দূৰত এডাল গছৰ তলত ৰৈ আছে। তাৰ নাকৰ পৰা তেতিয়াও তেজ বৈ আছিল। এলিজাবেথৰ অলপ বেয়া লাগিল।

ষাড়টোৱে দেখা পালে পুনৰ খেদি আহিব পাৰে বুলি ভাবি এলিজাবেথে তাৰাতাৰিকৈ খোজ ললে। এনেতে পিছফালৰ পৰা এখন গাড়ী অহাৰ শব্দ শুনি তেওঁ ঘূৰি চালে। গাড়ীখন ফাৰ্ফ্রিয়ে নিজে চলাই আনিছিল।

এলিজাবেথৰ ওচৰ পোৱাত ফাৰ্ফ্রিয়ে তেওঁক তাত অকলে আহি থকা দেখি ক'লৈ আহিছিল সুধিলে আৰু জোৰ কৰিয়ে গাড়ীত তুলি ললে। এলিজাবেথে গাড়ীত বহি লৈ আগ মুহূৰ্তত ঘটি যোৱা ঘটনাটোৰ কথা তেওঁক কলে।

—'তোমালোক ভাল ৰক্ষা পৰিলা। কি যে হ'লহেঁতেন!'

ফাৰ্ফ্রিৰ মনত এনেভাৱ হ'ল সেই সময়ত হেনচাৰ্ডৰ সলনি তেওঁহে উপস্থিত থাকিব লাগিছিল।

—'তাৰ মানে এতিয়া লুচেত্তা হেনচাৰ্ডৰ লগত গৈ আছে?'

—'হয়, বোধ হয় তেওঁলোক দুয়ো আমাৰ থকা ঠাই পালেগৈ!'

—'তোমাৰ দেউতাৰাৰ কাৰণেই লুচেত্তাৰ জীৱন ৰক্ষা পৰিল।'

—'হয়। ভাগ্যে তেওঁ আহি পালে বুলিহে।'

এলিজাবেথে সেই সময়ত তেনেভাৱে তেওঁৰ এসময়ৰ প্ৰেমিক ফাৰ্ফ্রিৰ একেবাৰে কাষতে বহি গাড়ীত আহি থকাত বৰ ইতস্ততঃ বোধ কৰিছিল।

আনহাতে এলিজাবেথে মাফ্লাৰখন আনিবলৈ ঘূৰি যোৱাৰ সময়খিনিতে হেনচাৰ্ডে লুচেতাক অকলে পাই লাহে লাহে গৈ থাকিয়েই তেওঁৰ হাত এখন নিজৰ হাতৰ মুঠিৰ মাজত লৈ অতি মৰম অথচ হতাশভাবে কলে—'মৰমৰ লুচেতা, মই আজি দুই-তিনিদিন ধৰি তোমাক লগ পাবলৈ বৰ ব্যগ্ৰ হৈ পৰিছোঁ। তুমি যে সেইদিনা মোৰ লগত বিয়া হবলৈ সন্মতি দিলা সেই কথাৰ ওপৰত মই খুব চিন্তা কৰিছোঁ। তুমি যে কৈছিলা 'আপুনি যদি ভাল মানুহ হয়, তেনেহলে মোক জোৰ নকৰিব'—এই কথাই মোক বৰ আঘাত দিছে। মই অনুভৱ কৰিছোঁ, তোমাৰ সেইষাৰ কথাত নিশ্চয় কিবা একধৰণৰ সত্যতা আছে। মই এতিয়া ঠিৰাং কৰিছোঁ মই তোমাক জোৰ কৰি মোৰ লগত বিয়া হবলৈ, মোৰ কবলত পৰিবলৈ দিব নোখোজোঁ। মই এই কথাৰ পৰা তোমাক মুক্তি দিলোঁ। বিশেষ এটা ব্যস্ততাত সোমাই পৰিবলগীয়া হোৱাত এবছৰ দুবছৰ মানৰ কাৰণে ময়ো বিয়াৰ চিন্তা সম্পূৰ্ণভাবে এৰি পেলাইছোঁ।

লুচেতাই হেনচাৰ্ডৰ হাতৰ মুঠিৰ পৰা নিজৰ হাতখন এৰুৱাই আনিবলৈ অকণো চেষ্টা নকৰি লাহে লাহে খোজকাটি হেনচাৰ্ডৰ কথাখিনি নীৰৱে শুনি গৈ থাকিল। তাৰ পিছত কলে—'আপোনাৰ পত্নী হিচাবে নহলেও মই আপোনাৰ ওচৰত চিৰকৃতজ্ঞ; কাৰণ মোক আজি নিশ্চিত মৰণৰ পৰা আপুনি ৰক্ষা কৰিলে। মোৰ এতিয়া টকা-পইচা যথেষ্ট আছে। একোৰে অভাৱ নাই। গতিকে মই আপোনাৰ মঙ্গলৰ কাৰণে অন্য কিবা ধৰণে সহায় কৰিব নোৱাৰোঁনে?'

হেনচাৰ্ডে অকণমান সময় মনে মনে কিবা চিন্তা কৰি গৈ থাকিল। তাৰ পিছত কলে—'অৱশ্যে এটা কাম তুমি কৰিব পাৰা; কিন্তু তুমি কোৱা ধৰণে নহয়।'

—'কি কাম ?' আগ্ৰহেৰে লুচেত্তাই হেনচাৰ্ডৰ মুখৰ ফালে চালে।

—'মই এটা তোমাক নকবলগীয়া গোপন কথা কবই লাগিব। তুমি জানা যে মোৰ এই বছৰটো অতি দুৰ্ভাগ্যৰ বছৰ। জীৱনত নোহোৱা কথাবোৰ যেন হ'ব লাগিছে। মই সকলো ফালৰ পৰাই লোকচান খাবলগীয়া হৈছোঁ। এই কামত তুমি মোক সহায় কৰিব লাগে।'

—'তাৰ মানে আপুনি মোৰ পৰা কিছু ধন লব বিচাৰে নেকি ?'

—'নহয়, নহয়,—মই ধন বিচৰা নাই। যিমান বিপদ হলেও মই এনে মানুহ নহয় যে মাইকী মানুহৰ পৰা ধনৰ সহায় বিচাৰিম।'

হেনচাৰ্ডে লুচেত্তাৰ হাতখন এৰি দি প্ৰায় খং উঠাৰ দৰে কলে।

—'মিঃ গ্ৰৱাৰেই মোৰ মহাজন। মই তেওঁৰ পৰা বহুখিনি ধন ধাৰে আনিছোঁ। অহা পোন্ধৰ দিনৰ ভিতৰত তেওঁক ধনখিনি আদায় দিব লাগিব। মোৰ অৱস্থাৰ ওপৰত তেওঁৰ বিশ্বাস কমি আহিছে।'

হেনচাৰ্ড থমকি ৰ'ল আৰু লুচেত্তাকো ৰ'বলৈ কলে—'লুচেত্তা, অকণমান এইখিনিতে বৈ কথা হওঁ।'

লুচেত্তা ৰ'ল। হেনচাৰ্ডে কলে—'তুমি এটা কামত মোক সহায় কৰিব লাগে। তুমি মিঃ গ্ৰৱাৰৰ আগত এই কথা প্ৰকাশ কৰিব লাগে যে তোমাৰ লগত মোৰ হঠাতে বিয়াৰ বন্দৱস্ত হৈ গ'ল আৰু বিয়াখন ঠিক বিশ পঁচিশ দিনৰ পিছতে হব। তোমাৰ লগত যে মোৰ বহু দিনৰ পৰাই পৰিচিত আৰু সম্বন্ধ এই কথা তেওঁকো জানিব দিব নালাগে আৰু আনেও জানিব নালাগে।'

—'ইয়াৰ দ্বাৰা কি হ'ব ?' লুচেত্তাই সুধিলে।

—'মোৰ ডাঙৰ উপকাৰ হ'ব। তোমাৰ যে যথেষ্ট ধন আছে এই কথা মিঃ গ্ৰৱাৰে জানে। তোমাক মই বিয়া কৰাম বুলি জানিলে তোমাৰ কাৰণেই তেওঁ মোৰ ওপৰত বিশ্বাস কৰিব

আৰু অন্ততঃ এই পোন্ধৰ দিনৰ ভিতৰত ধন ওভোতাই দিয়া কথাৰ পৰা কেইদিনমান ৰেহাই পাম। পোন্ধৰ দিনৰ ভিতৰত মই কোনোপধ্যেই তেওঁক ধন ওভোতাই দিব নোৱাৰোঁ; তাৰ পিছত দিব পাৰিম। তুমি এইটো নকৰিলে তেওঁ মোক ধন ঘূৰাই দিয়াৰ দিন কেতিয়াও পিছুৱাই নিদিয়ে। মই সেই কেইদিন সময় পোৱাৰ পিছত কম যে বিশেষ কাৰণত আমাৰ এবছৰ দুবছৰমানলৈ বিয়া নহয়।'

লুচেত্তা তল মূৰ কৰি থিয় হৈ থাকিল। হেনচাৰ্ডে কৈ গ'ল—'তুমি মোৰ লগত মিঃ গ্ৰৱাৰৰ তালৈ ব'লা। তাত কথা প্ৰসঙ্গত এই কথাটো উলিয়াম আৰু তুমি আমাৰ এনে সিদ্ধান্ত হোৱা বুলি তেওঁক জনাবা আৰু আশীৰ্ব্বাদ বিচাৰিবা।'

লুচেত্তা তেতিয়াও মনে মনে থকা দেখি হেনচাৰ্ডে সুধিলে—'তুমি দেখোন একো নকলা?'

—'এইটো অসম্ভৱ,—বিশেষকৈ মোৰ কাৰণে।' লুচেত্তাই কলে।

লুচেত্তাৰ কথাত আচৰিত হোৱাৰ দৰে হেনচাৰ্ডে খঙেৰে কলে—'তুমি মোক সহায় কৰিব বিচাৰিছা,—অথচ এই সাধাৰণ উপকাৰখিনিকে কৰিব নোৱাৰানে?'

—'নোৱাৰোঁ।'

—'কাৰণ'?'

—'কাৰণ,—মিঃ গ্ৰৱাৰ মোৰ বিয়াৰ প্ৰধান সাক্ষী।'

লুচেত্তাৰ কথাষাৰত হঠাতে ভূত দেখা মানুহৰ দৰে হেনচাৰ্ড আচৰিত ভাবে চক্‌খাই উঠিল। তেওঁ প্ৰায় চিঞৰি উঠাৰ দৰে সুধিলে—

—'তোমাৰ বিয়া? কেতিয়া? কাৰ লগত?'

—'মিঃ ফাৰ্ফ্ৰিৰ লগত আজি তিনিদিন আগতে পৰ্টব্ৰেদিত মোৰ বিয়া হৈ গৈছে আৰু এই বিয়াত হঠাতে মিঃ গ্ৰৱাৰ উপস্থিত হোৱাত তেৱেঁই প্ৰধান সাক্ষী হ'ল।

—'শেষত তুমি এইটোকে কৰিলা, মানে তেওঁকে বিয়া কৰালা ?' হেনচাৰ্ডৰ মাতটো একেবাৰে দমি গৈছিল ।

—'হয়, যিদৰে আপুনি মোক কথা দিবলৈ বাধ্য কৰাইছিল, ঠিক তেনেদৰে পৰিস্থিতিয়ে মোক তেওঁক বিয়া কৰাবলৈ বাধ্য কৰালে । সেইদিনা আপোনাক কথা দিয়াৰ পিছতে এটি জনৰব শুনিলোঁ। আপুনি হেনো এটা সময়ত আপোনাৰ বিবাহিতা পত্নীক বজাৰত গৰু ঘোঁৰা বিক্ৰি কৰাদি বিক্ৰি কৰি দিছিল । এই কথা শুনি মোৰ মন বৰ অস্থিৰ হৈ পৰিল । এনে এজন মানুহক মই কিদৰে বিয়া কৰাম ? কিয় মই তেনে এজন লোকৰ হাতত নিজৰ সকলো বিসৰ্জন দি জীৱনটো বিষময় কৰিম ? ফাৰ্ফ্ৰিক মই অন্তঃকৰণেৰে ভাল পাওঁ । গতিকে তেওঁ মোৰ আৰু আপোনাৰ অতীত সম্বন্ধৰ কথা জানিবলৈ নৌপাওঁতেই তেওঁক মোৰ কৰি লোৱাটো উচিত হব,—এই ভাবি অতি শীঘ্ৰেই তেওঁক তালৈ মাতি নি আমাৰ মাজত বিয়াখন অনুষ্ঠিত কৰি পেলালোঁ । মই ভাবোঁ, মই ঠিকেই কৰিছোঁ । মই আপোনাক অনুৰোধ কৰিছোঁ, আমাৰ প্ৰতি যেন আপুনি অকণো ঈৰ্ষান্বিত নহয় ।'

একেলেথাৰিয়ে গোটেই কথাখিনি কৈ লুচেতা ৰে গ'ল । হেনচাৰ্ডে অসীম ধৈৰ্য্যেৰে যেন শুনি থাকি বৰ হতাশ ভাবেৰে কলে—'তাৰ মানে আজি ফাৰ্ফ্ৰিৰ পত্নীকহে মই বচালোঁ !'

—'হয়, মোৰ লগতে তেখেতো আপোনাৰ প্ৰতি চিৰ কৃতজ্ঞ হৈ থাকিব ।'

—'তুমি অকৃতজ্ঞ, তুমি মিছলীয়া ।' অতি খঙেৰে হেনচাৰ্ডে কৈ উঠিল ।

'তুমি মোক কথা দিছিলা ।'

—'হয়—কথা দিছিলোঁ। কিন্তু বাধ্যত পৰিহে । মই তেতিয়া আপোনাৰ অতীত একোৱেই জনা নাছিলোঁ ।'

—'আৰু, আৰু এতিয়া মই তোমাক জোৰাই-জোখাই উচিত শাস্তি দিব পাৰোঁ। মাত্র এষাৰ কথাতেই তোমাৰ এই সুখৰ সংসাৰ একে দিনাই উৰি যাব।'

—মাইকেল, মই আপোনাক কাকূতি কৰিছোঁ,—মোক পুতৌ কৰক, মোৰ প্ৰতি দয়া কৰি উদাৰ মনোভাৱ লওঁক।' অতি কৰুণভাৱে হেনচাৰ্ডৰ ওচৰত লুচেতাই অনুনয় বিনয় কৰিব ধৰিলে।

- 'তুমি মোৰ পৰা কোনো দয়া-মৰম নিবিচাৰিবা। তোমাক পুতৌ কৰা দয়া-মৰম দেখুৱাৰ কোনো প্ৰয়োজন নাই, কোনো লাভ নাই।'

—'মই আপোনাক সহায় কৰিম; মই আপোনাৰ সকলোখিনি ধাৰ মাৰি দিম।'

—'তোমাৰ দৰে মিছলীয়া, অকৃতজ্ঞ, নিষ্ঠুৰ পিশাচিনী এজনীৰ পৰা মই সহায় লম? মোৰ ওচৰত এক মুহূৰ্তও নাথাকিবা। এতিয়াই ইয়াৰ পৰা আঁতৰি যোৱা। নহলে মোৰ মুখৰ পৰা আৰু বেয়া কথা ওলাব।'

হেনচাৰ্ডে খঙতে ফোপাবলৈ ধৰিলে। লুচেতা যিমান পাৰে সোনকালে তাৰ পৰা আঁতৰি গুচি আহিল।

॥ ৩০ ॥

হেনচাৰ্ডৰ ওচৰৰ পৰা আহি লুচেতাই নিজৰ থকা ঠাই হাইপ্লেচ হল পাই যথেষ্ট স্বস্তিৰ নিশ্বাস কাঢ়িলে। তাৰ পিছত ফাৰ্ফ্ৰিৰ লগত হোৱা কথা মতে ফাৰ্ফ্ৰি থকা কোঠা আৰু বিচনা পাতিৰ ব্যৱস্থা কৰিবলৈ লাগিল। ইতিমধ্যে ফাৰ্ফ্ৰিৰ আগৰ নিজা থকা ঠাইৰ পৰা বয়-বস্তুবোৰ তালৈ অনা হৈছিল।

কিছুসময় পাছত ফাৰ্স্ক্ৰি তালৈ অহাত লুচেতাই তেওঁক আদৰি আনিলে। ষাড় গৰুটোৰ লগত হোৱা দুৰ্ঘটনাটো ফাৰ্স্ক্ৰিৰ আগত বিৱৰি কোৱাৰ পিছত লুচেতাই কলে—'এলিজাবেথক আমাৰ বিয়াৰ কথা আৰু আপুনি যে আজিৰ পৰা আমাৰ ইয়াতেই থাকিব এই কথা এতিয়াও কোৱাই নাই।'

—'অ,—হয় নেকি? মই এইমাত্র পৰ্টব্ৰেদিৰ পৰা গাড়ীৰে আহি থাকোঁতে ভঁৰাল ঘৰটোৰ ওচৰত এলিজাবেথক অকলে খোজ কাটি আহি থকা পাই গাড়ীতে তুলি লৈ আহিলোঁ। তেওঁ বাটত কিবা দৰকাৰত নামি ৰ'ল। ইতিমধ্যে আমাৰ বিয়াৰ কথা জানিছে বুলি ময়ো আৰু একো নকলোঁ।'

—'আমি দুয়ো ইয়াতে থাকিলেও এলিজাবেথকো ইয়াতেই থাকিবলৈ কম বুলি ভাবিছোঁ।'

—'তেওঁ ইয়াতে থাকি ভাল পাব জানো?'

—'কিয় নাপাব? বেচেৰীৰ থাকিবলৈকে অন্য ঠাই নাই। তাই বৰ দুৰ্ভগীয়া।'

ফাৰ্স্ক্ৰিয়ে লুচেতাৰ চকুৰ ফালে চালে। তেওঁ ভাবিলে এলিজাবেথে তাতে থাকি তেওঁক সহজভাবে লব পাৰিব নে নোৱাৰিব! এলিজাবেথৰ মনত তেওঁ দাৰুণ আঘাত দিয়া যেন অনুভৱ কৰিলে। তথাপি তেওঁ কলে—'তুমি যি ভাল দেখা তাকে কৰা। তোমাৰ থকা ঠাইলৈ মই আহিছোঁ। যেতিয়া মোৰ ক'ৰ-লগীয়া একোৱেই নাই।'

ইতিমধ্যে এলিজাবেথ আহি নিজৰ কোঠাত জীৰণি লৈছিল। তাৰ পিছত লুচেতাৰ কোঠালৈকে বুলি আহিবলৈ ওলাওতেই লুচেতা-এলিজাবেথৰ কোঠাত সোমালহি। এলিজাবেথে তেতিয়াও লুচেতা আৰু ফাৰ্স্ক্ৰিৰ বিয়াৰ কথা একো গমেই পোৱা নাছিল।

—'অ, আপুনি ভালে ভালে পালেহি নে? ষাড়টোৱে আজি কি যে বিপদ ঘটালে হেতেঁন! আপুনি ক'তো দুখ পোৱা নাইতো?'

এলিজাবেথে বিচনাতে লুচেতাক বহিবলৈ দি বৰ আন্তৰিকতাৰে কথাখিনি কলে ।

—'এৰা, ভাগ্য ভাল বুলিয়েই একো নহ'ল । বাৰু অন্য এটা কথালৈ আহোঁ ।'

এলিজাবেথে লুচেতাৰ ফালে চালে । লুচেতাই কবলৈ ধৰিলে এগৰাকী গাভৰুৱে প্ৰথমে এজন মানুহক ভাল পোৱাৰ পিছত দ্বিতীয় এজন মানুহক ভাল পোৱাৰ কাহিনী এটা তোমাক কিছুদিন আগতে কোৱা তোমাৰ নিশ্চয় মনত আছে ?'

—'আছে । পিছে কিবা হ'ল নেকি ? তেওঁ প্ৰথমজনক বিয়া কৰালে নে দ্বিতীয়জনক বিয়া কৰালে ? মানৱতাৰ খাতিৰত তেওঁ প্ৰথমজনকে বিয়া কৰোঁৱাটো ভাল হয় নেকি ?'

এলিজাবেথৰ কথাখিনি শুনি লুচেতা বৰ হতাশ হ'ল । তেওঁ কলে– 'এলিজাবেথ, মোক ক্ষমা কৰিবা । সেই গাভৰু গৰাকী মই । যদিও এটা সময়ত আমাৰ বিয়া হোৱাৰ কথা আছিল তথাপি নহ'ল, তেওঁৰ হেৰোৱা আগৰ পত্নী তেওঁৰ ওচৰলৈ ঘূৰি অহাৰ কাৰণে । কিছু দিনৰ পিছত তেওঁৰ সেই পত্নীৰ মৃত্যু হোৱাত তেওঁ পুনৰ মোৰ ওচৰ চাপিছিল মোক বিয়া কৰোঁৱাৰ উদ্দেশ্যে । কিন্তু ইতিমধ্যে মোৰ মনৰ গতি আৰু অৱস্থাৰ সলনি হ'ল । মই তেওঁৰ লগত বিয়া হোৱাৰ চিন্তাটো সম্পূৰ্ণ ত্যাগ কৰিলোঁ ।'

—'মই নিশ্চিতভাৱে বুজিছোঁ আপোনাৰ সেই মানুহজন আন কোনো নহয়,—মোৰ দেউতা হেনচাৰ্ড । কিন্তু আপুনিতো সেইদিনা তেওঁক কথা দিলে ?'

—'এৰা, দিলোঁ । মই ভয়ত কথা দিবলগীয়া হলোঁ ।

—'অৱশ্যে হয় । এনেদৰে জোৰ জুলুম হোৱা বিয়াত দেহৰহে মিলন হয়,–মনৰ নহয় ।'

—'পিছত জানিব পাৰিলোঁ, তেওঁ নিষ্ঠুৰ, মানুহ নামৰ অযোগ্য। তেওঁৰ লগত বিয়া হবলৈ মই ভয় কৰিলোঁ।'

—'হয়, নিশ্চয় ভয়ৰ কাৰণ।' এলিজাবেথে লুচেতাৰ কথাত হয়ভৰ দি অলপ চিন্তা কৰিলে আৰু কলে—'এনেক্ষেত্ৰত বিয়া নকৰাই অকলশৰীয়া হৈ থকাই ভাল।'

—'তুমিয়ে ভাবাছোন,—মই কি কৰিম !'

—'মই ভাবিছোঁ। মোৰ দেউতা অতি একাচেকা মানুহ।'

মাক চুচান আৰু তেওঁৰ প্ৰতি কৰা দেউতাকৰ দুৰ্ব্যৱহাৰৰ কথাবোৰ এলিজাবেথৰ মনত এটি এটিকৈ ভাহি উঠিল। অলপ সময় নীৰৱে থাকি তেওঁ কলে—'এতিয়া এইটো কৰাই ভাল হ'ব নেকি, দেউতা হেনচাৰ্ডক বিয়া কৰাই তেওঁক পাৰিলে ভাল মানুহ কৰক, নতুবা আন মানুহক বিয়া নকৰাই এনেকৈয়ে থাকক !'

—'মই কিন্তু তোমাৰ এটা কথাতো একমত হ'ব নোৱাৰিলোঁ।'

—'একমত হোৱা নোহোৱাটো আপোনাৰ কথা।'

কথাষাৰ কৈ এলিজাবেথে লুচেতাৰ ফালে চালে। হঠাৎ লুচেতাৰ হাতত বিয়াৰ আঙুঠি এটা দেখি এলিজাবেথ বহা ঠাইৰ পৰা আনন্দতে চিঞৰি উঠাৰ দৰে জপিযাই লুচেতাৰ হাতখনত ধৰি থিয় হ'ল।

—'আপুনি ইতিমধ্যে দেউতাক বিয়া কৰালে ? কিয় আপুনি মোক ইমান সময়ে কোৱা নাই ? কেতিয়া এইকাম কৰিলে ? আপুনি বৰ মহান। দেউতাই বহুত কথাই বিবেচনা কৰিব নোৱাৰে। ঘপ্‌কৈ খং উঠি কিবাটো কৰি পেলায়। এতিয়া দেউতা ঠিকহৈ যাব। আপোনাৰ ৰূপ আৰু ধনে তেওঁক বশ কৰি ৰাখিব আৰু আপুনি তেওঁক ভাল কৰিব পাৰিব। আমি তিনিও সুখেৰে থাকিব পাৰিম। শেষত দেউতাক বিয়া কৰাই কি যে ভাল কাম কৰিলে !'

এলিজাবেথে লুচেতাক আনন্দতে সাবতি ধৰিলে।

লুচেতাই অতি হতাশভাৱে কৈ উঠিল—'মৰমৰ এলিজাবেথ, তুমি ভবাৰ দৰে মই হেনচাৰ্ডক বিয়া কৰোঁৱা নাই; আন এজনৰ লগতহে মোৰ বিয়া হৈছে। হেনচাৰ্ডৰ কথা মই কোনোপধ্যেই ভাবিব নোৱাৰিলোঁ।'

—'তাৰ মানে,—তাৰ মানে আপুনি মিঃ ফাৰ্ফ্ৰিক বিয়া কৰালে?' এলিজাবেথে লুচেতাৰ পৰা অকণমান পিছুৱাই আহি প্ৰায় চিঞৰাৰ দৰে কলে।

লুচেতাই মুখেৰে একো নকৈ মূৰটো দুপিয়ালে। তাৰ পিছত কলে—'মোৰ স্বামী এতিয়া মোৰ কোঠাতে আছে আৰু যেতিয়ালৈকে আমি এটা ভালঘৰ নাপাও তেতিয়ালৈকে তেওঁ আজিৰ পৰা ইয়াতেই থাকিব। মই তেওঁক কৈছোঁ তুমিও আগৰদৰে আমাৰ লগতে থাকিবা।'

'মোক চিন্তা কৰিবলৈ দিয়ক।' এলিজাবেথে তপৰাই কলে।

—'চিন্তা কৰা। মই ভাবিছোঁ আমি তিনিও সুখেৰে থাকিব পাৰিম।'

কথাখিনি কৈয়ে লুচেতা এলিজাবেথৰ কোঠাৰ পৰা ওলাই আহিল। এলিজাবেথে ঠাইতে বজ্ৰ পৰা মানুহৰ দৰে থিয় হৈ থাকিল। তাৰ পিছত সাধাৰণ পোছাক এজোৰ পিন্ধি বাহিৰলৈ ওলাই গ'ল। হেনচাৰ্ডৰ ঘৰৰ ঠিক সমুখতে এঠাইত এটা কোঠা ভাৰালৈ ঠিক কৰি তেওঁ ঘূৰি আহিল। কোঠাত সোমাই তেওঁ যে তাৰ পৰা গ'ল এই কথা জনাই অন্য এটা কোঠাত ফাৰ্ফ্ৰিৰ লগত কথা পাতি থকা লুচেতালৈ একলম লিখিলে। নিজৰ সাধাৰণ বস্ত্ৰ-বস্তুখিনি টোপোলাত বান্ধি লৈ বাটত সাজু হৈ থকা গাড়ী এখনত উঠি ঠিক কৰি থৈ অহা কোঠাটোলৈ এলিজাবেথে কাকো মাত-বোল নকৰাকৈ গুচি গ'ল।

———

## ॥ ৩১ ॥

বিচাৰ কক্ষত মদ বেচা বুঢ়ীজনীয়ে হেনচাৰ্ডৰ অতীত জীৱনৰ অপকৰ্মৰ কথা প্ৰকাশ কৰাৰ লগে লগে এই কথা গোটেই কেষ্টাৰব্ৰীজ চহৰতে নিমিখতে প্ৰচাৰ হৈ গ'ল। এই এটা মাত্ৰ কথাই হেনচাৰ্ডৰ পিছৰ জীৱনত কৰা সকলো সৎকৰ্মকে আৰু হেনচাৰ্ডৰ সকলো সৎগুণকে মানুহৰ মনৰ পৰা আঁতৰাই পেলালে। যেয়ে-সেয়ে হেনচাৰ্ডক বৰ অৱজ্ঞা আৰু ঘৃণাৰ চকুৰে চাবলৈ ধৰিলে।

এটা সময়ত যিদৰে তেওঁ সামাজিক আৰু আৰ্থিক ক্ষেত্ৰত শীৰ্ষস্থানত উঠিছিল,—ঠিক সেইদৰে হঠাতে তেওঁৰ সামাজিক মৰ্য্যদা একেবাৰে তললৈ নামি আহিল। সমাজত তেওঁক মানুহ বুলিয়েই গণ্য নকৰা হ'ল। আনহাতে ব্যৱসায় আৰু আৰ্থিক দিশত অতিপাত শোচনীয় অৱস্থাত পৰিল। ধাৰ দিওঁতা মহাজনেও তেওঁক ৰেহাই নিদিলে। মনৰ এনে হতাশজনক অৱস্থাত তেওঁ ব্যৱসায়ত অকণো মন দিব নোৱাৰিলে। ফলত ব্যৱসায়ৰ নামত যি অলপ অচৰপ আছিল সিয়ো একেবাৰে নিঃশেষ হৈ গ'ল।

এদিন এলিজাবেথ 'কিংচ্ আৰ্মচ্' হোটেলৰ সমুখেৰে যাওঁতে দেখিলে বজাৰৰ দিন নোহোৱা স্বত্বেও তাৰ সমুখত অনেক মানুহ গোট খাইছে। এলিজাবেথে মানুহ এজনক সুধি জানিব পাৰিলে হেনচাৰ্ডে ধাৰে লোৱা ধনবোৰ মহাজনক ঘূৰাই দিব নোৱাৰাৰ কাৰণে কমিচনাৰ সকলে তেওঁৰ ওপৰত বিচাৰ কৰিছে।

কথাষাৰ শুনি এলিজাবেথৰ চকুপানী ওলাল। হেনচাৰ্ড তাত উপস্থিত থকা বুলি জানি তেওঁ ভিতৰলৈ সোমাই যাব খুজিলে, কিন্তু মানুহৰ হেচাত যাব নোৱাৰিলে। তেওঁ খিৰিকি এখনৰ ওচৰত বৈ ভিতৰলৈ চালে। তেওঁ দেখিলে কেবাজনো মহাজনৰ সমুখত হেনচাৰ্ড নীৰৱে বহি আছে। কমিচনাৰ সকলে হিচাব-পত্ৰ কৰি মহাজনসকলক দিবলগীয়া সৰ্বমুঠ ধনৰ কথা

শুনালে। হেনচাৰ্ডে লগত যি টকা-পইচা আনিছিল জেপৰ পৰা উলিয়াই আৰু লগতে তেওঁৰ সোণৰ ঘড়ীটো কমিচনাৰ সকলৰ সমুখত মেজৰ ওপৰত থলে। এজন কমিচনাৰে ঘড়ীটো হেনচাৰ্ডক ঘূৰাই দি ধন খিনিৰে দুজনমানৰ ধাৰ মাৰিলে। বাকীবোৰে হেনচাৰ্ডৰ অন্যান্য সা-সম্পত্তি লিখাই ললে। সিমানতে সভাৰ কাম সামৰিলে।

ঘড়ীটো হাতত লৈ বিমৰ্ষমনেৰে হেনচাৰ্ড তাৰপৰা ওলাই আহিল, আৰু ওচৰৰে এজন ঘড়ী দোকানীৰ ওচৰত ঘড়ীটো বিক্ৰি কৰি দিলে। তেওঁ ঘড়ীটোৰ মূল্য যিখিনি পালে সেইখিনি নি কম ধাৰ থকা লোক এজনৰ ধাৰখিনি শুজিলেগৈ।

হেনচাৰ্ডৰ অৱস্থা দেখি আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আনকি চহৰৰ আটাইবোৰ মানুহৰে বৰ দুখ লাগিল। যাঁহৰ সাধাৰণ ব্যৱসায়ী হিচাবে ঘূৰি ফুৰি এই চহৰলৈ প্ৰথমে আহি কিদৰে নিজৰ বুদ্ধি-বৃত্তিৰে তেওঁ প্ৰতিষ্ঠালাভ কৰিছিল আৰু শেষত কিদৰে এনে অৱস্থা হ'ল—এই কথা ভাবি অনেকৰ বেয়া লাগিল।

এলিজাবেথে দেউতাক হেনচাৰ্ডৰ তেওঁৰ প্ৰতি কৰা সকলো দুৰ্ব্যৱহাৰৰ কথা পাহৰি পেলাই এনে দুখৰ দিনত যি কোনো উপায়ে দেউতাকক সহায় কৰিবলৈ মনতে ঠিৰাং কৰিলে। এই সম্পৰ্কে এলিজাবেথে হেনচাৰ্ডলৈ লিখি জনালে, কিন্তু হেনচাৰ্ডে কোনো উত্তৰ নিদিলে।

এলিজাবেথ নিজেই হেনচাৰ্ডক লগ ধৰিবলৈ ঘৰলৈ গ'ল, কিন্তু হেনচাৰ্ডক লগ নাপালে। তেওঁ জানিব পাৰিলে এই বৃহৎ ঘৰ দুৱাৰ বয়-বস্তু এৰি হেনচাৰ্ড জপ নামৰ লোক এজনৰ ঘৰত থাকিবলৈ লৈছে। এলিজাবেথে শস্যৰ ভঁৰাল ঘৰ আৰু বৃহৎ চোতালখনলৈ আগুৱাই গ'ল। তাত কাম কৰি থকা এজন মানুহে কলে যে সেইবোৰ এতিয়া হেনচাৰ্ডৰ হৈ থকা নাই; সকলোবোৰ ফাৰ্ফ্ৰিয়ে কিনি লৈছে।

এলিজাবেথে চাৰিওফালে চকু ফুৰাই চালে। সকলোবিলাক মৰিশালী যেন লাগিল। তেওঁৰ চকুৰ পৰা টপ্‌টপ্‌কৈ পানী পৰিবলৈ ধৰিলে।

॥ ৩২ ॥

কেম্ব্ৰিজ চহৰৰ একেবাৰে পূৱ মূৰত প্ৰধান আলিবাটটোত এটা নিৰ্জন ঠাইত কিছু আতঁৰা আতঁৰিকৈ দুখন পুৰণি দলং আছে। প্ৰেমৰ ক্ষেত্ৰত, ব্যৱসায়ৰ অথবা নিজৰ জীৱনত কিবা কাৰণত ব্যৰ্থ হৈ পৰা হতাশাগ্ৰস্ত প্ৰায় সকলো লোকেই এই দলং দুখনৰ ওচৰলৈ আহে আৰু তাৰ ওপৰত থিয় হৈ থাকি যেন অনেক শান্তি পায়। সেই কাৰণেই দলং দুখনক মানুহে 'শান্তিৰ সেতু' বুলি কয়।

হেনচাৰ্ডো এদিন আবেলি বৰ হতাশ আৰু বিমৰ্ষভাৱে তাৰে দলং এখনৰ ওপৰত থিয় হৈ ৰেলিঙত ধৰি বৈ যোৱা পানীবোৰলৈ চাই আছিল। ওচৰৰ গীৰ্জাত তেতিয়া পাঁচ বজাৰ কোব মাৰিছিল। দুই এজন মানুহ তেওঁৰ কাষেৰে পাৰ হৈ গৈছিল। কোন গৈছে, কোন আহিছে,—তেওঁ অকণো মন কৰা নাছিল।

এনেতে ওচৰলৈ আহি কোনোবা এজনে হেনচাৰ্ডক সম্বোধন কৰি মাতিলে। তেওঁ মূৰটো ঘূৰাই চাই দেখিলে—তেওঁৰ এসময়ৰ ফ'ৰমেন 'জপ' নামৰ মানুহজন। যদিও হেনচাৰ্ডে এই মানুহজনক প্ৰথমে ভাল নাপাইছিল তথাপি তেওঁৰ ঘৰতে তেওঁ থাকিবলৈ গৈছিল। কাৰণ আন সকলোতকৈ এই দুখৰ দিনতো জপে সততে তেওঁৰ খা-খবৰ লৈ আছিল।

জপে কলে—'তেওঁলোক দুয়ো,—মানে ফাৰ্ফ্ৰি আৰু লুচেত্তা নতুন ঘৰত গৈ থাকিবলৈ লৈছে।'

—'অ,—সেই ঘৰটো ক'ত ?

—'আপোনাৰ পৰা যে কিনি লৈছিল,—আপোনাৰ সেই ঘৰটোত ।'

মোৰ ঘৰটোত থাকিবলৈ ললে !' হেনচার্ডে হুমুনিয়াহ কাঢ়িলে।

—'অকল মোৰ থকা ঘৰটোৱেই নহয়,—চহৰত থকা মোৰ সকলো সা-সম্পত্তিকেই তেওঁ ললে ।"

—'তাত যিযেই নাথাকক,—তেওঁ ভাল মানুহ হলে আপোনাক কেতিয়াও অপকাৰ নকৰে ।'

ফাৰ্ফ্রিয়ে হেনচার্ডৰ থকা ঘৰ, শস্যৰ ভঁৰাল ঘৰ আৰু ব্যৱসায় প্রতিষ্ঠান আদি সকলো কিনি লৈছিল ।

জপে পুনৰ কলে—'আপুনি নিশ্চয় জানিব পাৰিছে আপোনাৰ সকলো চকী, মেজ, আলমিৰা, পালেং আদিও ডাকত তেওঁৱেই কিনি লৈছে ।'

—'এৰা তেওঁ মোৰ সকলো কিনি লৈছে। এতিয়া হয়তো তেওঁ মোকো কিনি লব ।' হেনচার্ডে অতি দুখেৰে কলে। জপেও আৰু একো নামাতি তাৰ পৰা আঁতৰি গ'ল ।

সন্ধিয়া সময়লৈকে হেনচার্ড তাতেই অকলে বৈ থাকিল। তাৰ পিছত লাহে লাহে চহৰৰ পিনে ঘূৰি আহিল। আলিবাটটোৰ ভাঁজ পাওঁতেই তেওঁক কোনোবাই মাতা যেন পালে। তেওঁ দেখিলে সেয়া ফাৰ্ফ্রি ।

ফাৰ্ফ্রি হেনচার্ডৰ ওচৰলৈ আহি বৰ আন্তৰিকতাৰে সুধিলে—
—'মিঃ হেনচার্ড, আপুনি হেনো ইয়াৰ পৰা ক'ৰবালৈ গুচি যাব বিচাৰিছে ? হয় নেকি ? মই সোধাৰ কাৰণ আছে ।'

হেনচার্ডে অকণমান সময় একো নামাতি কিবা ভাবিলে। তাৰ পিছত কলে—'হয়। আপুনি এটা সময়ত যিথন ঠাইলৈ যাবলৈ আহিছিল সিথন ঠাইলৈ মই যাবলৈ ওলাইছোঁ। আপুনি

সেইদিনা হাতত কোনো সা-সম্পত্তি নোহোৱাকৈ আহিছিল, আৰু মই অজস্ৰ সা-সম্পত্তিৰ গৰাকী আছিলোঁ। আজি মই কোনো সা-সম্পত্তি নোহোৱাকৈ গুচি যাবলৈ ওলাইছোঁ, আৰু আপুনি মোৰ সেই সকলো সম্পত্তিৰ গৰাকী হৈছে।'

—'হয়। হয়,—আপুনি ঠিকেই কৈছে। বোধহয় এইটো সংসাৰৰ নীতি।'

ফাৰ্ফ্ৰিৰ কথা শুনি হেনচাৰ্ডে টানকৈ হাঁহি দি কলে—'ঠিকেই, এয়া মানুহৰ ভাগ্যৰ উত্থান পতন। ইয়াৰ পিছত মোৰ কি হ'ব?'

—'এইবোৰ বাদ দিয়ক। মই আপোনাক এটা কথা কব খোজোঁ। মই এটা সময়ত আপোনাৰ কথা শুনি যিদৰে আনঠাইলৈ যোৱাৰ চিন্তা এৰি পেলাইছিলোঁ, এতিয়া আপুনিও ক'ৰবালৈ যোৱাৰ চিন্তাটো একেবাৰে এৰি পেলাওঁক। ঘৰতে থাকক।'

—'কিন্তু ঘৰতে থাকিবলৈ মোৰ ঘৰ ক'ত? মোৰ একো কৰিবলৈকে উপায় নোহোৱা হৈছে মিঃ ফাৰ্ফ্ৰি। মোৰ হাতত বৰ্ত্তমান যি অলপ-চলপ ধন আছে তাৰে টানি-টুনি কোনোমতে কেইদিন মানহে চলিব পাৰিম। ক'ৰবালৈকে যাবলৈকেও যাতায়তীৰ বাবে ধন মোৰ নাই। বাটে পথে ঘূৰি ফুৰাত বাহিৰে মোৰ আৰু কি উপায় আছে?'

হেনচাৰ্ডে অসহ্য বেদনাৰে থোকাথুকি মাতেৰে কথাখিনি কৈছিল। তেওঁৰ চকুৰ কোণত পানী দুটোপাল বিৰিঙি উঠিছিল। ফাৰ্ফ্ৰিৰ অন্তৰতো বৰ দুখ লাগিল। তেওঁ কলে—

—'শুনক; মই ভাবো মই কোৱা কথাখিনি অতি আন্তৰিকভাৱেই কোৱা বুলি ধৰি লব। আপুনি আপোনাৰ আগৰ ঘৰলৈকে থাকিবলৈ আহক। আপোনাৰ সেই ঘৰটোত ইমানবোৰ আহলবহল কোঠা আছে। আপোনাক প্ৰয়োজন হোৱা দুই তিনিটা কোঠা মই এৰি দিব নোৱাৰিম নে? মোৰ পৰিবাৰেও এই কথাত

অকণো বেয়া নেপায়, বৰং আনন্দহে পাব। আপোনাৰ কাৰণে সেই ঘৰটো মুক্তভাৱে সদায়েই খোলা ৰব।'

ফাৰ্ফ্ৰিৰ অতি আন্তৰিকতাপূৰ্ণ কথাখিনিত হেনচাৰ্ড বৰ আবেগিক আৰু সচকিত হৈ পৰিল। তেওঁ ভাবিলে যদিও ফাৰ্ফ্ৰিয়ে তেওঁক অকণো সন্দেহ নকৰে, তথাপি একেটা ঘৰতে লুচেতাৰ লগত তেওঁ কেনেকৈ থাকিব!

—'নাই, নাই। মই তাত গৈ আপোনালোকৰ লগত কাজিয়া কৰাটো উচিত নহব।'

—'কাজিয়া? আপুনি কি কাজিয়াৰ কথা কৈছে? আপোনাক সম্পূৰ্ণভাৱে ঘৰটোৰ এটা অংশ কৰি দিম। সেই অংশত আপোনাৰ বাহিৰে কাৰো অধিকাৰ নাথাকিব।'

হেনচাৰ্ড তথাপি সন্মত নহ'ল।

—'মিঃ ফাৰ্ফ্ৰি, আপুনি মোক কি কৈছে বোধহয় আপুনি নিজেই চিন্তা কৰি চোৱা নাই। আপোনাৰ এই সহানুভূতিৰ বাবে আন্তৰিকতাৰে ধন্যবাদ দিয়াত বাহিৰে মোৰ দিবলৈ একোৱেই নাই।'

দুয়ো একেলগে কথা কৈ কৈ চহৰৰ মাজ পালেহি। ফাৰ্ফ্ৰিয়ে কলে—'আহক, হোটেলতে বহি কিবা-কিবি অলপ খাই লওঁ।'

—'নাই,—নাই, নালাগে।'

—'অ, কথা প্ৰসঙ্গত আপোনাক কবলৈকে পাহৰিলোঁ। আপোনাৰ কাঠৰ আঁচ-বাব সমূহো ডাকত কিনি পেলালোঁ।'

—'মই ইতিমধ্যে শুনিছোঁ।'

—'অনুগ্ৰহ কৰি এটা কাম কৰিব। সেইবোৰৰ আপোনাৰ যি প্ৰয়োজন হয় আপুনি নিব; অন্ততঃ আপোনাৰ নিজৰ সেই আঁচ-বাব সমূহ নিজে ব্যৱহাৰ কৰিব পালে ভালেখিনি শান্তি পাব। তেনে আচঁ-বাব মোৰ আছেই। দৰকাৰ হলে মই নতুনকৈ কৰিও লব পাৰিম।'

—'কি ? মোক কোনো বস্তু নিদিব ; কাৰণ সেইবোৰ আপুনি মহাজনসকলৰ পৰা যথেষ্ট ধন দি কিনি আনিছে ।'

—'সেইটো হয় । কিন্তু সেইবোৰ মোতকৈ আপোনাৰহে কামত বেছিকৈ আহিব ।'

হেনচাৰ্ডে একো নামাতিলে । বৰ আবেগিকভাৱে ফাৰ্ফ্ৰিৰ হাত এখনত ধৰি থোকাথুকি মাতেৰে কলে—'মই কেতিয়াবা ভাবো, মই আপোনাৰ ওচৰত মাৰাত্মক ভুল কৰিছোঁ, আৰু সেই ভুলৰ ফল মই ভুগিব লাগিছোঁ ।'

তাৰ পিছত বৰ অস্থিৰভাৱে হেনচাৰ্ড আনফালে গুচি গ'ল । ফাৰ্ফ্ৰিয়ে ঠাইতে ৰৈ হেনচাৰ্ড যোৱাৰ ফালে চাই থাকিল ।

হেনচাৰ্ডৰ আগৰ নিজা ঘৰটোৰ ঠিক বিপৰীত ফালে এটা ঘৰত এলিজাবেথ থাকিবলৈ লোৱাত হেনচাৰ্ডৰ ঘৰত এতিয়া থাকিবলৈ লোৱা ফাৰ্ফ্ৰি আৰু লুচেতাক ওলোৱা-সোমোৱা কৰা এলিজাবেথে সততে দেখা পাইছিল যদিও তেওঁ যিমানদূৰ পাৰে সেইফালে নোচোৱাকৈ থাকিবলৈ চেষ্টা কৰিছিল । হলেও নাচাও বুলিলেও এলিজাবেথৰ সেই ফালে চকু যায়েই ।

এলিজাবেথে শুনিলে যে হেনচাৰ্ড এটা সেমেকা কোঠাত কাকো মাতবোল নকৰাকৈ সোমাই থাকে । কথাষাৰ শুনি তেওঁৰ বৰ দুখ লাগিল ।

হেনচাৰ্ডৰ থকা ঠাই বিচাৰি এলিজাবেথ এদিন হেনচাৰ্ডৰ শোৱা কোঠাৰ দুৱাৰ মুখত থিয় দিলেগৈ । তেওঁ দেখিলে নিজৰ কোটটোকে গাত লৈ তেওঁ বিচনাত পৰি আছে । প্ৰথমে কোঠাটোৰ ভিতৰত সোমাবলৈ এলিজাবেথে শংকাবোধ কৰিছিল যদিও পিছত সোমাই গ'ল । তেওঁক দেখাৰ লগে লগে হেনচাৰ্ডে গৰজি উঠিল—'আঁতৰি যোৱা, আঁতৰি যোৱা,—তোমালোক কাকো চাবৰ মোৰ ইচ্ছা নাই ।'

—'কিন্তু,—দেউতা ।'

—'মই তোমাকো চাবলৈ ইচ্ছা নকৰোঁ।' পুনৰ হেনচার্ডে টানকৈ কলে।

এলিজাবেথ ঠাইতে বৈ থাকিল। হেনচার্ডে আৰু একো নকলে। এলিজাবেথে লেতেৰা হৈ থকা কোঠাটো সৰা-মোচা কৰি বস্তু-বাহানিবোৰ থানথিত লগাই থৈ সুন্দৰকৈ সজালে আৰু তেওঁৰ তালৈ আহিবলৈ দেউতাকক অনুৰোধ কৰি গুচি আহিল।

ইয়াৰ পিছতো এলিজাবেথ হেনচার্ডৰ ওচৰলৈ গৈ ইটো সিটো কৰি দি পৰিচৰ্য্যা কৰিছিল আৰু অনেক কথাৰে বুজনি দি শান্তনা দিছিল। হেনচার্ডৰ মনৰ গতি লাহে লাহে ভালেখিনি সলনি হ'ল। এলিজাবেথৰ প্ৰতিও তেওঁৰ মৰম উপজিল। হেনচার্ডে ভালদৰে পিন্ধা উৰা কৰি মাজে সময়ে ইফালে সিফালে ওলাই সোমাই ফুৰিবলৈ ধৰিলে। তেওঁ আন ঠাইলৈ জীৱিকা বিচাৰি কেষ্টাৰব্ৰিজ চহৰ এৰি যোৱাৰ চিন্তাও বাদ দিলে।

এদিন হঠাতে গৈ ফার্ফ্ৰিৰ ব্যৱসায় প্ৰতিষ্ঠানত হেনচার্ড উপস্থিত হ'ল আৰু তেওঁৰ তাত কাম কৰিব বিচাৰিলে। ফার্ফ্ৰিয়ে অতি আনন্দেৰে তেওঁক লগে লগে নিযুক্তি দিলে। যিহেতু হেনচার্ডৰ মেজাজৰ কথা তেওঁ ভালদৰে জানে, গতিকে হেনচার্ডৰ লগত তেওঁ আগৰ দৰে খুব বেছি হলি গলি নকৰিলে। আনকি কথা বতৰা পাতোতেও অতি সচেতন হৈ পতা হ'ল, যাতে কোনো প্ৰকাৰেই হেনচার্ডৰ খং নুঠে বা মনত আঘাত নালাগে।

এইদৰেই এসময়ৰ অতি ধনী ব্যক্তি, এটা বৃহৎ প্ৰতিষ্ঠানৰ মালিক আৰু সেই চহৰৰ উচ্চ পদবীধাৰী সন্মানিত মেয়ৰ হেনচার্ড এজন সাধাৰণ বনুৱাত পৰিণত হ'ল।

হেনচার্ড নিয়মিতভাবে কামলৈ আহে আৰু যায়। তেওঁ ভাবিলে তেওঁতো এটা সময়ত সাধাৰণ খাহ বেচোঁতা লোকহে

আছিল, বমুৱাৰ দৰে কাম কৰি ফুৰিছিল, এতিয়াও তাকেই কৰিছে কিনো লাজৰ কথা।

হেনচার্ডে এদিন এটা জনৰৱ শুনিলে যে, ডোনাল্ড ফার্ফ্রি আগন্তুক বছৰৰ বাবে চহৰৰ মেয়ৰ হব। হেনচার্ডৰ মনত এই কথাটোৱে বৰ প্রতিক্রিয়া কৰিলে। ফার্ফ্রিয়ে তেওঁৰ সকলো সা-সম্পত্তি, ব্যৱসায় প্রতিষ্ঠান, চকী, মেজ, খাট পালেং আদি আঁচবাৰ নিজৰ থকা ঘৰ, আনকি তেওঁৰ হুবলগীয়া পত্নীকো দখললৈ নি নিজৰ কৰি ললে। আৰু এতিয়া, এতিয়া তেওঁৰ আগৰ সম্মানিত মেয়ৰ পদবীতো অধিষ্ঠিত হব। লুচেত্তাৰ প্রচুৰ ধনেযে এই ক্ষেত্রত ফার্ফ্রিক সহায় কৰিছে এই কথা হেনচার্ডে অনুভৱ কৰিলে।

হেনচার্ডৰ মনত এই কথাবোৰে বাৰে বাৰে আঘাত কৰিব ধৰিলে। তেওঁ কিবা এটা হিচাব কৰি চাই তেওঁৰ লগতে কাম কৰি থকা মানুহ এজনক কলে—'আৰু মাত্র বাৰ দিন বাকী। এই বাৰ দিন শেষ হলে মই একৈশ বছৰৰ বাবে খোৱা শপতৰ দিন শেষ হব; আৰু তাৰ পাছত মই মদ খাব পাৰিম।'

হেনচার্ডৰ কথাত মানুহজনে একো নুবুজি আচৰিত হৈ মূৰ তুলি চালে।

———

॥ ৩৩ ॥

একৈশ বছৰলৈ মদ নাখাবলৈ শপত খোৱা সময়খিনি শেষ হোৱাত হেনচার্ডে যেন বৰ সকাহ পালে। জীৱনত পোৱা মর্মন্তুদ আঘাতবোৰ পাহৰি থাকিবলৈ অন্ততঃ মদৰ আশ্রয় লব পাৰিব।

হেনচার্ডে প্রায়ে চহৰৰ ডাঙৰ হোটেল থ্রি মেৰিনার্চ'লৈ যায়

আৰু তাত লগ পোৱা যি কোনো মানুহৰ লগতে মদ খাই মুখত যিহকে আহে তাকে সুৰ লগাই গাই হাঁহি খিকিন্দালি কৰি থাকে। এই অৱস্থাত ফাৰ্ফ্রি আৰু লুচেতা দুয়োৱে হেনচাৰ্ডক অনেক দিন দেখিছে।

যাৰে তাৰে লগত হেনচাৰ্ডে মদ খাবলৈ ধৰা কথাষাৰ এলিজাবেথৰ কাণত পৰাত তেওঁ বৰ দুখ পালে। এদিন হেনচাৰ্ড মদ খাই তেনেদৰে থকা অৱস্থাতে এলিজাবেথ তালৈ আহিল আৰু হেনচাৰ্ডক মৃদু ভৰ্ৎসনা কৰি হাতত ধৰি প্ৰায় টানি নিয়াৰ দৰে ঘৰলৈ লৈ গ'ল। হেনচাৰ্ডেও ঢলংপলংকৈ এলিজাবেথৰ লগত বলকি গৈ থাকিল—"মই এক কথাৰ মানুহ, একৈশ বছৰ মদ নাখাবলৈ কৰা শপত মই ৰাখিলোঁ। মই এতিয়া শপতৰ পৰা মুক্ত। যিমান ইচ্ছা সিমান মদ খাব পাৰোঁ। .... ....সি মোৰ সকলো কাটি নিলে, মই যদি তাক পাওঁ, ইযাৰ উচিত প্ৰতিফল তাক দিম।"

হেনচাৰ্ডৰ কথাবোৰ মদৰ জালতে দোবোল খাই ওলাইছিল যদিও এলিজাবেথ সচকিত হৈ উঠিল। হেনচাৰ্ডৰ দেমাগি তেওঁ জানে। কেতিয়াবা কিবা অঘটন কৰিব পাৰে বুলি তেওঁৰ বৰ ভয় হ'ল।

এলিজাবেথে সুধিলে—'তেওঁক লগ পালে আপুনি কি কৰিব?'

হেনচাৰ্ডে একো নামাতিলে। গুণ গুণকৈ কিবা কিবি গাই, তেওঁ গৈ থাকিল।

হেনচাৰ্ডক একেবাৰে থকা ঠাইত থৈ এলিজাবেথ গুচি আহিল। এলিজাবেথে ভাবিলে--দেউতাক হেনচাৰ্ডে মদৰ নিচাত কলেও কি ঠিক কেতিয়া কি কৰি পেলায়! গতিকে ফাৰ্ফ্রিক কিছু সাৱধানে চলা-ফুৰা কৰিবলৈ কোৱাটো উচিত হব।

ৰবিবাৰৰ আজৰি দিনটোত ফাৰ্ফ্রি আৰু লুচেতা হয়তো চহৰৰ কোনোবা আমোদজনক ঠাইত ফুৰিবলৈ যায় নাইবা কোনোবা

ধুনীয়া পাৰ্কত বহি কথা-বতৰা পাতি আৰাম কৰে। বিয়াৰ পিছত লুচেত্তা ফাৰ্ফ্ৰিৰ বাহিৰে অকলে কলৈকো নাযায়। কোনোবা দিনা আবেলি ফুৰিবলৈ যোৱাৰ সময়ত যদি ফাৰ্ফ্ৰি ব্যৱসায়ত ব্যস্ত থাকিবলগীয়া হয়, তেনেহলে লুচেত্তা ঘৰতে সোমাই থাকে।

এলিজাবেথে হেনচাৰ্ডৰ ওপৰত অনবৰতে চকু ৰাখিবলৈ ধৰিলে। এদিন কথাই কথাই এলেজাবেথে হেনচাৰ্ডক কলে—'মই আপোনাৰ লগত কামলৈ গৈ আপোনাক সহায় কৰি দিম। আপোনাৰ বৰ কষ্ট হয়। বস্তা চিলাই কৰা আৰু হিচাব আদি ৰখাত অন্ততঃ মই সহায় কৰিব পাৰিম।'

হেনচাৰ্ডে প্ৰথমে আপত্তি কৰিছিল যদিও আৰু একো নকলে। এলিজাবেথে হেনচাৰ্ডৰ লগত কামলৈ যোৱা একমাত্ৰ উদ্দেশ্য আছিল তাত ফাৰ্ফ্ৰিৰ লগত হেনচাৰ্ডে কেনে ব্যৱহাৰ কৰে তাক নিৰীক্ষণ কৰাহে। কাৰণ 'ইয়াৰ উচিত প্ৰতিফল তাক দিম'—বোলা হেনচাৰ্ডৰ কথাষাৰে এলিজাবেথক বৰকৈ ভয় খুৱাইছিল।

ফাৰ্ফ্ৰিৰ ব্যৱসায় প্ৰতিষ্ঠানলৈ দেউতাক হেনচাৰ্ডৰ লগত এলিজাবেথ যাবলৈ ধৰিলে। প্ৰথম দুদিন এলিজাবেথে তাত ফাৰ্ফ্ৰি বা লুচেত্তাক কাকোকে দেখা নাপালে। তৃতীয় দিনা ফাৰ্ফ্ৰি আৰু লুচেত্তা দুয়ো তালৈ আহিল।' হেনচাৰ্ডে তেওঁলোকক দেখিলে যদিও নেদেখাৰ ভাও ধৰি কামত ব্যস্ত হৈ থাকিল। এলিজাবেথেও হেনচাৰ্ডৰ লগতে কাম কৰি আছিল। হেনচাৰ্ডক দেখিলে আগতে লুচেত্তাৰ যিদৰে এটা অস্বস্তিৰ ভাব আহিছিল, সময় যোৱাৰ লগে লগে সেইভাৱ নোহোৱা হ'ল। বিনা দ্বিধাই হেনচাৰ্ডৰ আগত গিৰিয়েক ফাৰ্ফ্ৰিৰ লগত ওলাই সোমাই ফুৰে।

ফাৰ্ফ্ৰি হেনচাৰ্ডৰ পৰা অলপ আঁতৰি আনফালে যাওঁতে লুচেত্তা হেনচাৰ্ডৰ ওচৰলৈ আহি সুধিলে—'নমস্কাৰ, আপোনাৰ ভালনে?'

হেনচাৰ্ডে কেৰাহিকৈ লুচেত্তাৰ ফালে চালে। তাৰ পিছত

কলে—'ধন্যবাদ; আমাৰ নিচিনা সৰু মানুহবো যে খবৰ লবলৈ পাহৰা নাই!'

লুচেত্তাই আৰু একো নকলে। এলিজাবেথৰ ফালে চাই হহাঁৰ নিচিনা কৰি তাৰ পৰা আঁতৰি গ'ল। পিছদিনা ৰাতিপুৱাই এজন মানুহে আহি হেনচাৰ্ডৰ হাতত এটুকুৰা কাগজ দিলেহি। তাত লিখা আছিল—'আপুনি ভৱিষ্যতে কোনোদিন মোক তাচ্ছিল্য কৰি কথা নকব। আপুনি পাহৰি নাযাব মই মিঃ ডোনাল্ড ফাৰ্ফ্ৰিৰ ধৰ্ম-পত্নী আৰু আপুনি তেওঁৰ ব্যৱসায়ৰ এজন বনুৱা। মোৰ প্ৰতি আপুনি বেয়া ব্যৱহাৰ কৰিলে মই কেতিয়াও সহ্য নকৰিম। মই আপোনাৰ ওচৰত কোনো দোষ কৰা নাই, আৰু আপোনাৰ অপকাৰ হোৱাটোও মই আশা নকৰোঁ।'

—'বুৰ্বক ক'ৰবাৰ। এনেকৈ মোলৈ লিখি মোক জ্বলাই নিজে মৰিব খুজিছে নেকি?'

হেনচাৰ্ডে অত্যন্ত বিতৃষ্ণাৰে কথাষাৰে কৈ কাগজ টুকুৰা মোহাৰি জুইত পেলাই দিলে।

লুচেতাই আগতকৈ বেছি গাম্ভীৰ্য্যৰে হেনচাৰ্ডৰ আগেৰে ফাৰ্ফ্ৰিৰ লগত প্ৰতিষ্ঠানলৈ আহে আৰু বনুৱা সকলৰ কাম কাজৰ তদাৰক লয়। ফাৰ্ফ্ৰিও হেনচাৰ্ডৰ ব্যৱহাৰৰ প্ৰতি সদা সচেতন। গতিকে আনসকল বনুৱাৰ লগতে কাম কৰি থকা হেনচাৰ্ডক প্ৰয়োজন নহলে কেতিয়াও নামাতে; কিন্তু বেছিকৈ মদ খাই আহি কৰা হেনচাৰ্ডৰ ব্যৱহাৰত কেতিয়াবা তেওঁ বৰ অতিষ্ঠ হৈ পৰিছিল।

হেনচাৰ্ডে যাতে যি কোনো সময়ত অতিপাত মদ খোৱাৰ পৰা বিৰত থাকে তাৰ বাবে এলিজাবেথে সদায় কাম কৰা ঠাইলৈ তেওঁৰ বাবে চাহ লৈ গৈছিল।

এদিন আবেলি প্ৰায় পাঁচ বজাত এলিজাবেথে হেনচাৰ্ডৰ বাবে

চাই লৈ আহি দেখিলে হেনচাৰ্ড শস্যৰ ভৰাঁলৰ একেবাৰে ওপৰ তলাত কিবা কৰি আছে। এলিজাবেথ খট্ খটিৰে ওপৰলৈ উঠি গ'ল। ক্ৰমে উঠি গৈ থাকোঁতেই এলিজাবেথে দেখিলে হেনচাৰ্ডৰ ওচৰতে ফাৰ্ফ্ৰি থিয় হৈ তেওঁৰ লগত কিবা কথা পাতি আছে। হেনচাৰ্ড ফাৰ্ফ্ৰিৰ ঠিক পিছতে থিয় হৈ আছিল। তেওঁ গৈ পালে তেওঁলোকৰ কথা-বতৰাত বাধা পৰিব ভাবি সম্পূৰ্ণৰূপে ওপৰ তলালৈ নগৈ খট্খটিৰ ওপৰতে ৰৈ তেওঁলোকলৈ নীৰৱে চাই থাকিল। হেনচাৰ্ড যিটো অৱস্থাত ফাৰ্ফ্ৰিৰ পিছত থিয় হৈ আছিল এলিজাবেথৰ কিবা ভয় হৈ গ'ল। তেওঁ দেখিলে কথাৰ এক বিশেষ ভঙ্গীৰে ফাৰ্ফ্ৰিলৈ লক্ষ্য কৰি হেনচাৰ্ডে কান্ধৰ ওপৰলৈ হাত এখন দাঙিছে। ফাৰ্ফ্ৰিয়ে এইবোৰলৈ অকণো মন কৰা নাই। এলিজাবেথৰ এনে অনুভৱ হ'ল,—হেনচাৰ্ডে এতিয়াই ফাৰ্ফ্ৰিৰ গলটো চিঙি তললৈ দলিযাই পেলাই দিব। কথাষাৰ মনলৈ অহাৰ লগে লগে এলিজাবেথৰ মনটো ভয়তে বিতত হৈ পৰিল।

এনেতে এলিজাবেথলৈ তেওঁলোকে ঘূৰি চালে। এলিজাবেথে তাৰাতাৰি চাইখিনি তেওঁলোকৰ ওচৰতে থৈ তললৈ নামি আহিল। নামি আহোঁতে তেওঁ ভাবিলে ফাৰ্ফ্ৰিক হেনচাৰ্ডৰ প্ৰতি সাৱধান হবলৈ তেওঁ কব।

———

॥ ৩৪ ॥

পিছদিনা এলিজাবেথ দোকমোকালিতে শোৱাৰ পৰা উঠি ফাৰ্ফ্ৰিৰ শস্যৰ ভঁৰালৰ সমুখৰ ৰাস্তাটোৰে আগুৱাই গ'ল। তেতিয়া চহৰখন একেবাৰে নিজম পৰি আছিল। ভালদৰে পোহৰ হোৱাই

নাই। ৰাতিপুৱাৰ দুই এটা চৰাইৰ চি চিয়ঁনি শব্দৰ বাহিৰে আন কোনো সাৰি-শব্দ নাই। এলিজাবেথ শস্যৰ ভঁৰালটোৰ সমুখতে থিয় হৈ ইফালে সিফালে চালে। এজাক শীতল বতাহে তেওঁৰ গাটো স্পৰ্শ কৰি গ'ল।

অকণমান পিছতে ভৰাঁলঘৰটোৰ পিছপিনৰ পৰা ফাৰ্ফ্রি আহি তাত উপস্থিত হ'ল। ইমান ৰাতিপুৱাই তাত এলিজাবেথক দেখি ফাৰ্ফ্রি অলপ আচৰিত হ'ল।

—'অ, মিচ্ হেনচাৰ্ড। ইমান ৰাতিপুৱাই ?'

—'হয়, আপোনাক কথা এটা কবলৈকে আহিলোঁ।'

—'তোমাৰ নিশ্চয় কিবা শুভ-সংবাদ।'

—'দেউতা হেনচাৰ্ডৰ কেতবোৰ আচৰণৰ পৰা মোৰ ভয় হৈছে তেওঁ আপোনাক কেতিয়াবা শাৰীৰিকভাবে অপকাৰ কৰিব পাৰে।'

—'অ, সেই কথাটোহে। তেওঁতো মোৰ লগত বেছ বন্ধু হৈ পৰিছে ?

—'নহয়, তেওঁ আপোনাক আঘাত কৰিব পাৰে। অপমান কৰিব পাৰে। গতিকে আপুনি অলপ সাৱধানে তেওঁৰ লগত মিলা-মিছা কৰাটো ভাল হব নেকি !'

এলিজাবেথৰ কথাখিনিয়ে ফাৰ্ফ্রিৰ মনত বিশেষ প্ৰতিক্ৰিয়া কৰা যেন নালাগিল। ফাৰ্ফ্রিয়ে মাথোন ভাবিলে,—হেনচাৰ্ড আনবোৰ কৰ্মচাৰীৰ দৰেই তেওঁৰ প্ৰতিষ্ঠানৰ এজন কৰ্মচাৰী। তাতকৈ তেওঁৰ লগত তেওঁৰ সম্বন্ধ কিটো আছে,—তেওঁ কি অপকাৰ কৰিব পাৰে ?

ইয়াৰ পিছতে 'বাৰু' বুলি কৈ ফাৰ্ফ্রি তাৰ পৰা আতঁৰি গ'ল, আৰু এলিজাবেথো নিজৰ থকা ঠাইলৈ আহিল। এলিজাবেথৰ মনত বৰ অশান্তি লাগিল। তেওঁ ভাবিলে,—এনেকৈ কৈ তেওঁ বৰ ভাল নকৰিলে নেকি ?

নিচেই ৰাতিপুৱাতে এনেকৈ এলিজাবেথক অকলশৰীয়াভাবে

দেখি ফাৰ্ফ্ৰিৰ পুতৌ উপজিছিল। কোনো দিন নেদেখা করুণতা যেন তেওঁ এলিজাবেথৰ মুখত দেখিছিল। হেনচাৰ্ডৰ বিষয়ে কোৱা কথাখিনিত তেওঁ বিশেষ গুরুত্ব নিদিলেও এলিজাবেথৰ মুখখনি গোটেই দিনটো ফাৰ্ফ্ৰিৰ চকুত ভাহি থাকিল।

সেইদিনা আবেলি টাউন ক্লাৰ্ক লয়াৰ জয়চিক লগ পোৱাত ফাৰ্ফ্ৰিয়ে কলে যে মিঃ হেনচাৰ্ডক এখন ডাঙৰ দোকান খুলি দিবলৈ তেওঁ ইতিমধ্যে কাউন্সিলৰ সভাত আচঁনি গ্ৰহণ কৰিছে আৰু ইয়াৰ আধা-ধন তেওঁ ব্যক্তিগতভাবে নিজে দিব আৰু বাকী আধা কাউন্সিলৰ সভাই যোগান ধৰিব। এই ব্যৱস্থাই নিশ্চয় হেনচাৰ্ডৰ শাৰীৰিক কষ্ট কমাব আৰু অৱস্থাৰ উন্নতি কৰাব।

টাউন ক্লাৰ্কজনে কথাখিনি শুনি হাঁহি কলে—'আপুনি বৰ উদাৰ। হেনচাৰ্ডৰ বাবে কিবা এটা কৰিবলৈ লোৱা বুলি জানি আনন্দ পালোঁ, কিন্তু আপুনি এইকাম কৰিব নোৱাৰে; কাৰণ তেওঁৰ মঙ্গলৰ কাৰণে আপুনি যিমান চিন্তা কৰে তেওঁ আপোনাৰ অমঙ্গলৰ কাৰণে সিমান চেষ্টা কৰে। তেওঁ আপোনাক অন্তৰৰ পৰাই ঘৃণা কৰে।'

—'আপুনি কেনেকৈ জানিলে?' ফাৰ্ফ্ৰিয়ে আচৰিত হৈ সুধিলে।

—'আজি ৰাতিপুৱা থ্ৰি মেৰিনাৰচ হোটেলত বহুত মানুহৰ সমুখতে তেওঁ আপোনাৰ বিষয়ে এনে কিছুমান কথা কৈছে,—যি বিলাক এজন ভদ্ৰলোকে কোৱা অনুচিত। গতিকে তেওঁৰ কাৰণে অন্য কিবা কৰাতকৈ আপোনাৰ তলত কাম কৰি থকাই ভাল হব।

টাউন ক্লাৰ্কজনৰ কথাখিনি শুনি ফাৰ্ফ্ৰি খঙত জ্বলি উঠিল।

—'সচাঁকৈয়ে কথাটো হয় নে? মই তেওঁৰ কি অপকাৰ কৰিছোঁ যে তেওঁ এনেদৰে সদায় মোৰ পিছে পিছে লাগি থাকিব? কিন্তু, কিন্তু…। ফাৰ্ফ্ৰিয়ে মনে মনে কিবা চিন্তা কৰিলে।

—'নাই, নাই। তেওঁ মোক যিয়েই নকৰক,—মই তেওঁৰ

কেতিয়াও অপকাৰ চিন্তা কৰিব নোৱাৰোঁ। মই মোৰ প্ৰতিষ্ঠানৰ পৰাও তেওঁক খেদিব নোৱাৰোঁ; কাৰণ তেওঁৰ কাৰণেই মই আজি মানুহ হৈছোঁ। কিন্তু,—কিন্তু, তেওঁৰ কাৰণে দোকান খুলি দিয়া আচঁনিটো সম্প্ৰতি মই বন্ধ ৰাখিম। তেওঁ মোৰ ইয়াতেই কাম কৰি থাকক। ফাৰ্ফ্ৰিয়ে আচঁনিখন বন্ধ ৰাখিবলগীয়া হোৱাত যেন বৰ কষ্ট অনুভৱ কৰিলে।

টাউনক্লাৰ্ক আৰু ফাৰ্ফ্ৰিৰ কথোপকথনখিনি শুনি থকা এজন মানুহে গৈ হেনচাৰ্ডক কলে -যে তেওঁৰ কাৰণে কাউন্সিল সভাই গ্ৰহণ কৰা দোকান খোলাৰ আঁচনিখন ফাৰ্ফ্ৰিয়ে বন্ধ ৰাখিছে। এই কথাই হেনচাৰ্ডৰ মনত ফাৰ্ফ্ৰিৰ প্ৰতি আৰু শত্ৰুতাৰ ভাৱ জগাই তুলিলে।

সন্ধিয়া ঘৰলৈ গৈ ফাৰ্ফ্ৰিয়ে ঘৈণীয়েক লুচেতাৰ লগত বহি একেলগে চাহ খাবলৈ লৈছিল। ফাৰ্ফ্ৰিযে কিছু চিন্তাযুক্তভাবে কলে·—

- 'বুজিছা লুচেতা, হেনচাৰ্ডে ব্যৱসায়ৰ ক্ষেত্ৰত মোৰ ওপৰত শত্ৰুতা কৰাতকৈ প্ৰেমৰ ক্ষেত্ৰতহে পুৰণি শত্ৰু হৈ পৰা যেন লাগিছে। কাৰণ কি?

ফাৰ্ফ্ৰিয়ে হঠাতে কৰা প্ৰশ্নত লুচেতাই কিছু থৎমৎ খালে। তেওঁ কোনো 'ও, আ, নকৰিলে। ফাৰ্ফ্ৰিয়ে পুনৰ কলে—'মই তেওঁক মোৰ ব্যৱসায়ত কাম কৰিবলৈ দিছোঁ। এই কামৰ পৰা তেওঁক খেদিবও নোৱাৰোঁ। তথাপি মই কিছু সাৱধান হোৱাটো উচিত হব।'

—'আপুনি কি শুনিছে? তেওঁ কি কৈছে?

লুচেতাই অতি উদ্বিগ্নতাৰে ফাৰ্ফ্ৰিৰ ফালে চালে। কব নোৱাৰাকৈ তেওঁৰ চকুৰ কোণত পানী বিৰিঙি উঠিল।

—'নাই, নাই। তুমি যেনেদৰে ভাবিছা আচলতে তেনে একো বিশেষ নাই।'

ফার্ক্রিয়ে কথাবাৰৰ গুৰুত্ব কমাবলৈ চেষ্টা কৰিলে যদিও লুচেতাৰ মনত গুৰুত্ব বেছিহে হ'ল।

—'আমি ইয়াৰ পৰা গুচি যোৱাটো ভাল হব।'

লুচেতাই যেন বৰ দুখেৰে কথাখিনি কলে।

—'আমাৰ যথেষ্ট ধন আছে। ব্যৱসায় বাদ দি ইয়াৰ সকলো বিক্ৰি কৰি আমি ইয়াৰ পৰা আন ঠাইলৈ গুচি যাওঁ ব'লক। এইবোৰ বিপৰ্য্যয়ৰ মাজত আমি কিয় থাকিব লাগে?'

এনেতে তেওঁলোকৰ ওচৰ চুবুৰীয়া এল্ডাৰমেন ভেট নামৰ লোক এজন সোমাই আহি ফার্ক্রিক কলে—'আজি এই মাত্র মেয়ৰ ডঃ চক্‌ফিল্ডৰ হঠাতে হোৱা মৃত্যুৰ খবৰ বোধহয় আপুনি শুনিছে?

ফার্ক্রিয়ে মেয়ৰ ডঃ চক্‌ফিল্ডৰ মৃত্যুৰ কথা গম পোৱা নাছিল। মিঃ ভেটৰ মুখে খবৰটো শুনি আচৰিত হোৱাৰ লগতে ফার্ক্রিয়ে বৰ আঘাটো পালে।

মিঃ ভেটে কলে—'মই আপোনাক গোপনীয় কথা এটা কব খুজিছোঁ। আপুনি যদি সন্মতি দিয়ে, তেনেহলে এই খালী হোৱা মেয়ৰৰ পদটিৰ বাবে মই আপোনাক প্ৰস্তাৱ কৰিব বিচাৰোঁ। আপুনি প্ৰাৰ্থী হলে কোনেও প্ৰতিদ্বন্দিতা নকৰিব বুলি মই জানিব পাৰিছোঁ।'

—'কিন্তু ইয়াত স্থানীয় ব্যক্তি অনেক আছে। তেওঁলোকেই মই মেয়ৰ হোৱাটো নিবিচাৰিব। আনহাতে মই একেবাৰে ডেকা মানুহ।

ফার্ক্রিয়ে কথাখিনি কৈ এক বিশেষ ভঙ্গীৰে মিঃ ভেটৰ ফালে চালে।

—'সেইটো নহয়। মই অকল মোৰ কথাকেই কোৱা নাই। স্থানীয় ব্যক্তি অনেকেই আপোনাৰ নাম প্ৰস্তাৱ কৰিব বিচাৰিছে। আপুনি অগ্ৰাহ্য কৰিব নোৱাৰে।'

—'আমি ইয়াৰ পৰা একেবাৰে গুচি যাবলৈ বিচাৰিছোঁ।'

কথাযাৰত হস্তক্ষেপ কৰি লুচেতাই কলে আৰু ফাৰ্ফ্ৰিৰ ফালে আগ্ৰহেৰে চালে।

'এইটো অৱশ্যে ভাবি চোৱা কথাহে। যদি বেছি সংখ্যক সদস্যই মোক বিচাৰে মই অগ্ৰাহ্য নকৰোঁ।' ফাৰ্ফ্ৰিয়ে কলে।

—'কথাযাৰ শুনি ভাল পালোঁ। আমি বয়সীয়া প্ৰায় সকলোখিনি সদস্যই ইয়াৰ ব্যৱস্থা কৰিম।'

কথাযাৰ কৈ মিঃ ভেট ওলাই গ'ল।

মিঃ ভেট ওলাই যোৱাৰ পাছত ফাৰ্ফ্ৰিয়ে লুচেতাক কলে—চোৱা লুচেতা, ভাগ্যই আমাক কিদৰে শাসন কৰে। আমি কিবা এটা কৰিবলৈ ভাবোঁ,—কিন্তু অন্য এটা কিবা কৰি পেলাও। যদি তেওঁলোক আটায়ে মই মেযৰ হোৱাটো বিচাৰে তেনেহলে মই ইযাত থাকি যাম আৰু তেতিয়া হেনচাৰ্ডে নিশ্চয় বলিয়াৰ দৰে মোৰ দুৰ্নাম কৰি যাকে তাকে বলকি ফুৰিব।'

সেইদিনাৰ সন্ধিযাৰ পৰা লুচেতাৰ মনত বৰ অশান্তি লাগি থাকিল। কিবা এক ভয় আৰু সঙ্কোচে তেওঁৰ মনটো কঁপাই গ'ল। তেওঁ অতি সোনকালেই ফাৰ্ফ্ৰিয়ে কব নোৱাৰাকৈ হেনচাৰ্ডক লগ পাব বিচাৰিলে।

দুদিনমান পিছতে এক নিৰ্জন ঠাইত হঠাতে লুচেতাই হেনচাৰ্ডক লগ পাই সানুনযে কলে—'আপুনি দয়া কৰি আপোনাৰ লগত থকা মোৰ চিঠিখিনি ঘূৰাই দিয়ক; অথবা সেইবোৰ নষ্ট কৰি পেলাওঁক। এইটো কৰিলে আপোনাৰ আৰু মোৰ দুয়োৰে কাৰণে মঙ্গলৰ কথা হ'ব।'

হেনচাৰ্ডে লুচেতাৰ কথাখিনি শুনি এক বিশেষ ভঙ্গীৰে তেওঁৰ ফালে চালে। তাৰ পিছত অলপ হাঁহি কলে—'কিয়, ভাগ্যৱতী মহিলা? মোৰ লগত থকা তোমাৰ আগৰ লেটি-পেটিৰ কথাবোৰ

প্ৰকাশ কৰি দিম বুলি ভয় খাইছানেকি ? মোলৈ লিখা তোমাৰ সকলো চিঠি ঘূৰাই দিম বুলিয়েইতো ভালদৰে কাগজেৰে টোপোলা বান্ধি তোমালৈ কোট্‌চত অপেক্ষা কৰি আছিলোঁ। কিন্তু ক'তা ? তোমাৰ ছাঁটোকে নেদেখিলোঁ।'

—'হয়, তেতিয়া আহিম বুলিও আহিব নোৱাৰিলোঁ, মোৰ মাহীৰ হঠাতে মৃত্যু হোৱা বাবে। এতিয়া চিঠিৰ সেই টোপোলাটো কি কৰিলে ?

চিঠিবোৰ এতিয়া ক'ত আছে লুচেতাৰ এই কথাৰ উত্তৰ হেনচাৰ্ডে লগে লগে দিব নোৱাৰিলে। লুচেতা তাৰ পৰা আঁতৰি যোৱাত তেওঁ ভাবিবলৈ ধৰিলে—সঁচাকৈয়ে তেওঁ চিঠিৰ সেই টোপোলাটো ক'ত এৰিলে। তেওঁৰ মনত পৰিল ফাৰ্ফ্ৰিয়ে বৰ্তমান কিনি নিজৰ কৰি লোৱা তেওঁৰ পুৰণি ডাইনিং হল'ৰ এটা লোহাৰ আলমিৰাত কিছুমান অদৰকাৰী কাগজ থৈ দিছিল ; বোধহয় তাতেই সেই চিঠিবোৰ থাকিব পায়।

হেনচাৰ্ডৰ মুখত সামান্যভাৱে হাঁহি বিৰিঙি উঠিল। তেওঁ ভাবিলে—সেই আলমিৰাটো খুলি চাইছে নেকি ?

সেইদিনা চহৰত নানা বাদ্য-বাজনাৰে এটি সমদল বাহিৰ হৈছিল। চহৰত এই আনন্দৰ কাৰণ হ'ল—মিঃ ফাৰ্ফ্ৰিক বিনা প্ৰতিদ্বন্দ্বিতাই চহৰৰ মেয়ৰ পতা হৈছে। এই কথা জানি এক অজান ক্ষোভত হেনচাৰ্ড জ্বলি উঠিল।

পিছদিনা আগবেলা হেনচাৰ্ড সময়মতে কামলৈ গ'ল। এঘাৰমান বজাতে ফাৰ্ফ্ৰি বনুৱাবোৰে কামকৰা ঠাইলৈ আহিল। হেনচাৰ্ডে তেওঁক দেখি নতুন মেয়ৰ হিচাবে প্ৰথম লগ পোৱা বাবে শুভেচ্ছা জনোৱাৰ কথা বাদেই মাত্ৰ পোনপতীয়াকৈ সুধিলে—

—'মই সম্ভৱতঃ এটা কাগজৰ টোপোলা মোৰ আগৰ ডাইনিং হলৰ লোহাৰ আলমিৰাটোতে এৰি আহিলোঁ। সেইটোৰ বিষয়ে আপুনি

কিবা জানে নেকি ?'

—'মই সেই আলমিৰাটো এতিয়ালৈকে খোলাই নাই। যদি তাত থৈছিল তেনেহলে তাত আছেই।' ফাৰ্ফ্রিয়ে উত্তৰ দিলে।

—'আপুনি যদি বেয়া নাপায়—তেনেহলে সেই টোপোলাটো বিচাৰি চাবৰ কাৰণে আজি আবেলিকৈ আপোনাৰ ওচৰলৈ যাব খোজোঁ।'

হেনচাৰ্ডে অনুৰোধৰ সুৰত কলে। ফাৰ্ফ্রিয়ে আগ্ৰহেৰে সম্মতি দিলে।

সন্ধিয়া কিছু দেৰীকৈ হেনচাৰ্ড ফাৰ্ফ্রিৰ ঘৰত উপস্থিত হ'লহি। হেনচাৰ্ডে সেই ঘৰটি এৰি যোৱাৰ পিছত এয়াই প্ৰথম তাত সোমাইছেহি। ফাৰ্ফ্রিয়ে আন্তৰিকতাৰে আদৰি হেনচাৰ্ডক দাইনিং হললৈ লৈ গ'ল আৰু আলমিৰাটো খুলি তাত থকা কাগজ পত্ৰবোৰ উলিযালে। তাত সেই টোপোলাটো পাই ফাৰ্ফ্রিয়ে হেনচাৰ্ডৰ হাতত তুলি দি কলে—'বেযা নাপাব,—এই কাগজ-পত্ৰবোৰ কেতিয়াবাই আপোনাক দিয়াটো উচিত আছিল।'

—'নাই, নাই। একো কথা হোৱা নাই।'

হেনচাৰ্ডে চকি এখনত বহি লৈ টোপোলাটো খুলিবলৈ ধৰিলে। ইযাত বিশেষ প্ৰয়োজনীয় অন্য কাগজ পত্ৰ নাই। মই বিচৰা কেইখনমান চিঠিহে বোধহয ইয়াত থাকিব পায়।'

হেনচাৰ্ডে চিঠিবোৰ বাচি উলিয়াবলৈ ধৰিলে। ফাৰ্ফ্রি দাইনিং টেবুলখনৰ আনটো মূৰে চকি এখনত বহি আছিল। হেনচাৰ্ডে কলে—'এসময়ত এগৰাকী গাভৰুক বিয়া কৰাম বুলি ভাবি তেওঁৰ লগত থকা মোৰ গাঢ় সম্বন্ধ আৰু চিঠি পত্ৰৰ আদান-প্ৰদানৰ কথা মই আপোনাক কোৱা বোধহয় মনত আছে!'

—'আছে। কিন্তু গাভৰু গৰাকীৰ বৰ্তমান কি হ'ল? তেওঁৰ কাৰোবাৰ লগত বিয়া হৈ গ'লনে?' ফাৰ্ফ্রিয়ে আগ্ৰহেৰে সুধিলে।

—'হয়। তেওঁৰ বিয়া হৈ গ'ল, আৰু বিয়াও হ'ল বৰ ভাল ভাবে। কিন্তু তেওঁ মোলৈ কিদৰে খং কৰি লিখিছিল শুনক—।

হেনচাৰ্ডে চিঠি এখন উলিয়াই পঢ়িবলৈ ললে। ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ লগত অলপ ৰগৰ কৰিবলৈকে শুনিবলৈ আগ্ৰহ দেখুৱালে।

হেনচাৰ্ডে চিঠিখনৰ একাংশ পঢ়ি গ'ল—

·· ···আপুনি জানে যে মোৰ কোনো ভৱিষ্যত নাই। মই অন্তৰ খুলি আপোনাক এটা কথাই কৈছোঁ যে, আপোনাক মই ইমান ভাল পাওঁ,—আপোনাক পাবলৈ মই একেবাৰে ব্যগ্ৰ হৈ পৰিছোঁ। মই অন্য এজন পুৰুষৰ লগত বিয়া হোৱা কথাটো সপোনতো ভাবিব নোৱাৰোঁ। আপোনাৰ প্ৰথম পত্নী ঘূৰি অহাৰ কাৰণে কথাটো অন্য ধৰণৰ হ'ল যদিও মই বৰ ধৈৰ্য্য ধৰিলোঁ, কিন্তু তেওঁৰ মৃত্যু হ'ল অথচ আপুনি এতিয়াও মোৰ অন্তৰৰ বেদনা নুবুজিলে। আপুনি মোক বাটে ঘাটে ঘূৰি ফুৰা নষ্ট চৰিত্ৰৰ ছোৱালী বুলি ভাবিছে নেকি? আপুনি ইমান নিষ্ঠুৰ নে?···'

হেনচাৰ্ডে চিঠিখন সামৰি কলে —'মই তেওঁৰ মঙ্গলৰ কাৰণেই আপোনাক তেওঁৰ নামটো নকওঁ। কিয়নো মই তেওঁক বিয়া নকৰালোঁ যদিও তেওঁ এতিয়া আনৰ তিৰোতা। আনৰ সংসাৰখনৰ অশান্তি হব পৰা কাম মই কৰিব নোখোজোঁ।'

—'নিশ্চয়,—নিশ্চয়। কিন্তু চুচানৰ মৃত্যুৰ পিছতো তেওঁক আপুনি বিয়া কৰাব পাৰিলেহেঁতেন।' ফাৰ্ফ্ৰিয়ে কলে।

—'এৰা, পাৰিলোঁহেঁতেন। এই চিঠি পোৱাৰ পিছতেই মই ঠিকেই কামত আগ বাঢ়িছিলোঁ। কিন্তু শেষ মুহূৰ্তত তেওঁ আনৰহে পত্নী হ'লগৈ।'

—হেনচাৰ্ডৰ কথাত ক্ষোভ আৰু দুখ প্ৰকাশ পালে।

—'তাৰমানে,—তথাপি তেওঁ আনকহে বিয়া কৰালে?'

হেনচাৰ্ডে অন্যমনস্কভাবে উত্তৰ দিলে—'হয়।'

—'সেই গাভৰু গৰাকী নিশ্চয় বৰ চঞ্চল। অন্তৰৰ দৃঢ়তা বোলা একো কথাই তেওঁৰ নাই। তেওঁৰ অন্তৰখন নিশ্চয় বৰ জটিল।'

—'হয়,- হয়। তেওঁ অতি চঞ্চল, অতি নিষ্ঠুৰ। তেওঁৰ অন্তৰখন সাংঘাটিক ধৰণে জটিল।'

হেনচাৰ্ডে ফাৰ্ফ্ৰিৰ কথাত দৃঢ়তাৰে সমৰ্থন দি কলে।

হেনচাৰ্ডে আৰু দুখনমান চিঠি পঢ়ি ফাৰ্ফ্ৰিক শুনালে যদিও অসীম ধৈৰ্য্যসহকাৰে বহু কিবা কিবি চিন্তা কৰি চিঠি লেখিকা গাভৰু গৰাকীৰ নামটো ভুলতো উচ্চাৰণ নকৰিলে।

---

## ॥ ৩৫ ॥

লুচেত্তাইত শোৱা কোঠাটোৰ ঠিক তলতে থকা দাইনিং কোঠাটোত যেতিয়া হেনচাৰ্ডে ফাৰ্ফ্ৰিক চিঠিবোৰ পঢ়ি শুনাইছিল সেই সময়তে শোৱা কোঠাত বিচনাৰ ওচৰত চকী এখনত লুচেত্তা এনেযে বহি আছিল। তলৰ দাইনিং কোঠাৰ বে'লটো বাজি উঠা আৰু তাত কোনোবা এজন সোমাই ফাৰ্ফ্ৰিৰ লগত কথা বতৰা হোৱা লুচেত্তাই শুনিছিল। তাৰ পিছত কোনোবা এজনে কিবা ভুন ভুনকৈ পঢ়ি থকা গম পালে। লুচেত্তাই ভাবিলে নিশ্চয় দৈনিক বাতৰি কাগজত কিবা গুৰুত্বপূৰ্ণ খবৰ ওলাইছে আৰু তাকে পঢ়ি এজনে আনজনক শুনাইছে।

ভালেখিনি দেৰিলৈকে ফাৰ্ফ্ৰি তাৰপৰা নহা দেখি লুচেত্তা শোৱা কোঠাৰ পৰা তললৈ নামি আহিল। দাইনিং কোঠাৰ দুৱাৰখন অকণমান মেলখাই আছিল। দুৱাৰ মুখৰ পৰাই লুচেত্তাই

শুনিলে সেয়া হেনচার্ডৰ মাত আৰু কথাবোৰ লুচেত্তাৰ নিজৰ যেন লাগিল। লুচেত্তা চক্‌খাই উঠিল। অসীম ধৈৰ্য্যৰে তেওঁ দুৱাৰখনৰ অকণমান আঁতৰত থিয় হৈ থাকিল। এসময়ৰ তেওঁৰ নিজৰ প্ৰতিটো শব্দই যেন হেনচার্ডৰ মুখেৰে বাহিৰ হৈ আহি কাণত ভীষণভাবে আঘাত কৰি থাকিল।

এনেতে এটা সময়ত ফাৰ্ফ্ৰিয়ে হেনচার্ডক কলে—'যি গৰাকীয়ে আপোনাক শেষত গ্ৰহণেই নকৰিলে আৰু আপোনাতকৈ ভাল বুলি ভাবি আন এজনকহে বিযা কৰালে, তেনে এগৰাকী গাভৰুৰ এই অমূলক চিঠিবোৰ ৰাখি বা পঢ়ি লাভ কি?'

—'এৰা, ঠিকেই কৈছে। যিহেতু বিশেষ কাৰণত গাভৰু গৰাকীৰ নাম'টো আপোনাক নকলো, মই ইয়াৰ জৰিযতে অকল সেই গাভৰু গৰাকীকে জগৰীয়া কৰিব বিচৰা নাই,—মই আপোনাক বুজাব বিচাৰিছোঁ যে, গোটেই নাৰী জাতিয়েই এনে চঞ্চল আৰু স্বাৰ্থপৰ।'

—'সেইটো যিয়েই নহওক,—মই আপুনি হোৱা হলে সেই চিঠিবোৰ কেতিয়াবাই নষ্ট কৰি পেলালোঁহেঁতেন। এই চিঠিবোৰে অকল আপোনাকে নহয় সেই গাভৰু গৰাকীৰো দাম্পত্য জীৱনত অশান্তিৰ সৃষ্টি কৰিব পাৰে। তেনে হবলৈ দিয়াটো উচিত নহয।

—নাই,—মই চিঠিবোৰ নষ্ট নকৰোঁ।'

হেনচার্ডে মূৰ নদণ্ডাকৈয়ে ভোৰভোৰালে।

ইয়াৰ পিছত লুচেত্তা খন্তেক সময়ো তাত নাথাকিল। তেওঁৰ মূৰটো ঘূৰোৱা যেন পালে। শোৱা কোঠালৈ তেওঁ ঢলং পলংকৈ উঠি গ'ল। লুচেত্তাই অত্যন্ত ভয় খালে। হেনচার্ডে ফাৰ্ফ্ৰিৰ আগত তেওঁলোকৰ সম্পৰ্কৰ সকলো কথা কৈ দিয়ে নেকি! বিয়াৰ আগ মুহূৰ্তত নিজেই ফাৰ্ফ্ৰিক খোলা-খুলিভাবে সকলো কথা কৈ দিয়াহেঁতেন কোনো কথাই নাছিল। বিয়াৰ পিছতো কোৱা

নহ'ল আৰু এই মুহূৰ্তত হেনচাৰ্ডৰ মুখৰ পৰা কথাবোৰ জানিলে ফাৰ্ফ্ৰিয়ে লুচেতাৰ ওপৰতেই বা কেনে ধাৰণা লয় ! এই ঘটনাই যদি বেয়া ৰূপ লয় । লুচেতা বৰ অস্থিৰ হৈ পৰিল ।

এনেতে দাইনিং কোঠাৰ দুৱাৰ বন্ধ কৰি ফাৰ্ফ্ৰি শোৱা কোঠালৈ উঠি অহা লুচেতাই অনুমান কৰিলে । লুচেতা বহাৰ পৰা থিয় হ'ল । কিবা এক অজান আশংকাত তেওঁৰ বুকুখন কঁপি উঠিল । ইতিমধ্যে ফাৰ্ফ্ৰি হাঁহি মুখে শোৱা কোঠালৈ সোমাই অহা দেখি লুচেতা অনেকখিনি সহজ হৈ পৰিল ।

হাঁহি হাঁহি ফাৰ্ফ্ৰিয়ে লুচেতাক কলে—'হেনচাৰ্ড আহিছিল আৰু তেওঁৰ অতীত জীৱনৰ এসোপা চিঠি পঢ়ি শুনালে । মই এনেয়ে শুনি থাকি পঠিয়াই দিলোঁ । চিঠিকেখন আমাৰ দাইনিং কোঠাৰ বন্ধ আলমাৰিটোতে আছিল । চিঠিকেখন পাই তেওঁ কি কলে জানা ? ধৈৰ্য্যেৰে চিঠিখন শুনাৰ বাবে আপোনাক ধন্যবাদ । সময়ত প্ৰয়োজন হলে কেতিয়াবা সেই গাভৰু গৰাকীৰ বিষয়ে আৰু অনেক কথা কম । কেনে ধৰণৰ যে লোক !'

ফাৰ্ফ্ৰিয়ে কথাখিনি অতি সহজভাৱে কলে যদিও লুচেতাৰ মুখৰ ৰং সলনি হ'ল ।

পিছদিনা ৰাতিপুৱা বহু দেৰিলৈকে লুচেতা বিচনাতে পৰি থাকিল । হেনচাৰ্ড ঘটাব পৰা এই বিপৰ্য্যয়ৰ পৰা কেনেদৰে নিজকে বচাব এই কথা তেওঁ বাৰে বাৰে চিন্তা কৰিব ধৰিলে ।

শেষত লুচেতাই হেনচাৰ্ডক এবাৰ অকলে লগ পাব বিচাৰিলে । তেওঁ শোৱাৰ পৰা উঠি হেনচাৰ্ডলৈ চিঠি এখন লিখিলে—'আপুনি যোৱা নিশা মোৰ স্বামী ফাৰ্ফ্ৰিক কোৱা কথাবোৰ মই শুনিছোঁ ! মই বৰ মানসিক অশান্তিত ভুগিছোঁ । আপোনাক মই অকলে এবাৰ লগ পাব বিচাৰোঁ । আজি সন্ধিয়া কামৰ পৰা যাওঁতে

আমাৰ বাগিছাৰ সিটো কোণত মোক যেনে তেনে লগ দি যাব। তাত মই অকলে থাকিম ।'

চমু চিঠিখন সামৰি লুচেত্তাই ভাবিলে—'সুবিধা পালেই যদি সবলে দুৰ্বলক এনেদৰে অপকাৰ কৰিব খোজে,—তেনেহলে কৰক।' তেওঁ হুমুনিয়াহ কাঢ়িলে ।

দিনটো লুচেত্তাই বৰ অশান্তিৰে কটালে যদিও ফাৰ্ফ্ৰিৰ আগত তেনেভাৱ নেদেখুৱাই সহজ হবলৈ চেষ্টা কৰিলে । ইতিমধ্যে সন্ধিয়া হবলৈ আৰম্ভ কৰিছিল। বেলিটো পশ্চিম পিনে পাহাৰ এখনৰ ওপৰত এটোপাল তেজৰ দৰে ওলমি ৰৈছিল। লুচেত্তাই বৰ অধৈৰ্য্যৰে হেনচাৰ্ডক লগ ধৰিবলৈ নিৰ্দিষ্ট ঠাইলৈ গ'ল। তাত গৈ দেখিলে হেনচাৰ্ডে কাম শেষ কৰি তালৈ আহি আছে। তেওঁ আহি লুচেত্তাৰ প্ৰায ওচৰতে থিয হ'ল । লুচেত্তাই হেনচাৰ্ডক যি অৱস্থাৰে লগ পাব বুলি ভাবিছিল তাতকৈ যেন হেনচাৰ্ডক অনেকখিনি শান্ত আৰু সহজভাবে লগ পালে। তথাপিও লুচেত্তাৰ বুকুখন কিবা এক আশংকাত ধপ্‌ধপালে ।

লুচেত্তাৰ কাষত থিয় হৈয়েই হেনচাৰ্ডে অলপ হাঁহি কলে— 'শুভ ৰাত্ৰি মিচেচ লুচেত্তা ।' তোমাক অকলে লগ পাবলৈ কোৱাত মই বৰ সুখ পালোঁ ।

—'ধন্যবাদ ।' লুচেত্তাই শান্তভাবে উত্তৰ দিলে ।

—'কিন্তু তোমাক বৰ অসুস্থ যেন দেখি মই বৰ দুখিত ।'

'মোক অসুস্থ দেখি আপুনি দুখিত হ'ব কেনেকৈ ? কাৰণ আপুনি ইচ্ছা কৰিয়েই মোক অসুস্থ কৰি তুলিছে ।'

—'কি ? মই এনে কি কাম কৰিলোঁ—যাৰ কাৰণে তোমাৰ এনে অৱস্থা হৈছে ? হেনচাৰ্ড যেন বৰ আচৰিত হ'ল ।

--'এই সকলো আপোনাৰ কাৰণেই হৈছে ।'

লুচেত্তাই অতি দুখেৰে কলে ।– 'মোৰ অন্য একো দুখ নাই; কিন্তু মাইকেল,—মই আপোনাক কাতৰ অনুৰোধ কৰিছোঁ, মোক

ধ্বংস নকৰিব। মই ইয়ালৈ আহোঁতে কেনে এগৰাকী ধুনীয়া গাভৰু আছিলোঁ; কিন্তু চাওঁক,—মই জানো সুখী? দুদিনতে কেনে বুঢ়ীজনী হৈ পৰিলোঁ। ইয়াৰ পিছত আনৰ কথা বাদেই হয়তো মোৰ স্বামীয়েও মোক আন্তৰিকতাৰে আদৰ নকৰিব। আপুনি মোক ক্ষমা কৰক। মোৰ ওপৰত আপুনি প্ৰতিশোধ নলব।'

লুচেত্তা বৰ কাতৰ হৈ পৰিল।

লুচেত্তাৰ কথাখিনিয়ে কঠোৰ আৰু হতাশাগ্ৰস্ত হেনচাৰ্ডৰ অন্তৰৰ কোনোবাখিনিত যেন বৰ আঘাত কৰিলে। নিমিষতে যেনে ফাৰ্ফ্ৰি আৰু লুচেত্তাৰ ওপৰত থকা প্ৰতিশোধৰ জুই পানী হৈ গ'ল। লুচেত্তাৰ প্ৰতি এসময়ত মৰমত পমি যোৱা অন্তৰখনে যেন হেনচাৰ্ডক পুনৰ চুই গ'ল।

হেনচাৰ্ডে অতি শান্তভাবে লুচেত্তাক কলে—'বাৰু সেইবোৰ এৰা। মই তোমাৰ কাৰণে কি কৰিব লাগে কোৱা। মই তোমাৰ শান্তিৰ বাবে সকলো কৰিম। মই ধেমালিতহে চিঠিকেখনমানৰ কেইটামান শাৰী ফাৰ্ফ্ৰিক পঢ়ি শুনাইছিলোঁ; তোমাৰ নাম বা কথা তাত অকণো প্ৰকাশ কৰা নাই।'

—'অনুগ্ৰহ কৰি আপুনি মোৰ সকলোখিনি চিঠি আৰু কাগজ পত্ৰ মোক ঘূৰাই দিয়ক। তাকে কৰিলে মই বৰ কৃতজ্ঞ হম।'

—'সেয়ে হব। সকলোবোৰ মই তোমাক ঘূৰাই দিম। কিন্তু— তুমি বা মই নকলেও তোমাৰ মোৰ মাজত যে কিবা এটা সম্পৰ্ক আছিল ফাৰ্ফ্ৰিয়ে নিশ্চয় বিচাৰি উলিয়াব।'

—'হলেও তেওঁ বিচৰামতে মই বিশ্বাস যোগ্য পত্নী হৈ থাকিব পাৰিলে আৰু সেইবোৰৰ কোনো প্ৰমাণ নাপালে বিশেষ ক্ষতি একো নহয়।'

হেনচাৰ্ডে নীৰৱে লুচেত্তাৰ মুখলৈ চালে। ফাৰ্ফ্ৰিৰ প্ৰতি তেওঁৰ যিমানখিনি প্ৰতিহিংসাৰ ভাব আছিল তাতকৈ বেছি পুতৌ আৰু

মৰমৰ ভাৱ লুচেত্তাৰ প্ৰতি জাগি উঠিল। তেওঁ কলে—'বাৰু, তুমি কোনো চিন্তা নকৰিবা। মই কথা দিছোঁ, তোমাৰ সকলো কাগজ পত্ৰ মই তোমাক ঘুৰাই দিম। তোমাৰ সকলো কথা গোপন হৈয়ে থাকিব।

—'আপুনি কেনে সাধু মানুহ! —মই সেইবোৰ কেনেকৈ পাম?

হেনচাৰ্ডৰ মুখখন যথেষ্টভাবে উজ্জ্বল হৈ পৰিল। তেওঁ কলে—'কাইলৈ ৰাতিপুৱাই সেইবোৰ তোমালৈ পঠিয়াই দিম। তুমি কোনো চিন্তা নকৰিবা। মই মোৰ কথা ৰাখিম।'

॥ ৩৬ ॥

হেনচাৰ্ডৰ লগত কথা-বতৰা হৈ ঘূৰি অহাৰ পাছত লুচেত্তাই আতঁৰৰ পৰাই দেখিলে ঘৰৰ দুৱাৰ মুখতে কোনোবা এজন মানুহ বৈ আছে। ওচৰ পালত মানুহজন আগুৱাই আহি লুচেত্তাক নমস্কাৰ জনালে। মানুহজন আছিল মিঃ জপ।

জপে কলে—'মই জানিব পাৰিলোঁ আপোনাৰ স্বামীয়ে ব্যৱসায় প্ৰতিষ্ঠানৰ বাবে এজন সহযোগী কৰ্মী বিচাৰিছে। মই নিজে তেখেতৰ সহযোগী কৰ্মী হব বিচাৰিছো। আপুনি দয়া কৰি আপোনাৰ স্বামীক মোৰ বাবে এবাৰ কৈ দিলে কামটো হয়।'

—'সেই সম্পৰ্কে মই একেবাৰেই নাজানো।' শান্তভাৱে লুচেত্তাই জপক কলে।

—'মোক আপুনি আন মানুহতকৈ যথেষ্ট বিশ্বাসত লব পাৰে।' দৰকাৰ হলে প্ৰমাণো চাব পাৰে। মই জাৰ্চি নামৰ ঠাইত বহুত

দিন এনে কামতে আছিলোঁ। তেতিয়াৰ পৰাই আপোনাক মই চিনি পাও।'

—'হ'ব পাৰে, কিন্তু, আপোনাৰ বিষয়ে মই একো নাজানো।'

—'আপোনাৰ এটা বা দুটা শব্দই মোৰ বৰ উপকাৰ কৰিব। আপুনি দয়া কৰিলে—।'

মানুহজনে আৰু কিবা হয়তো কব বিচাৰিছিল। সেইবোৰলৈ লুচেত্তাই কাণ নিদি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। কাৰণ ফাৰ্ফ্রি ঘৰলৈ অহাৰ আগেয়েই তেওঁ ঘৰৰ ভিতৰ পাবলৈ ব্যগ্ৰ হৈ পৰিছিল।

লুচেত্তা যোৱাৰ পিনে জপে অলপ সময় চাই থাকি নিৰাশভাবে লাহে লাহে তাৰ পৰা আঁতৰি আহিল। তেওঁ নিজৰ এন্ধাৰ কোঠাৰ লেমৰ ক্ষীণ পোহৰত বিচনাতে বহিল। এনেতে কোনোবা এজন তেওঁৰ কোঠাৰ ভিতৰলৈ সোমাই অহা যেন গম পালে। সোমাই অহা লোকজন আছিল হেনচাৰ্ড।

কোঠাৰ ভিতৰলৈ আহিয়েই হেনচাৰ্ডে জপক কলে—'মই তোমাকে বিচাৰি আহিলোঁ। আজি মোক বিশেষ কাম এটা কৰি দিব লাগে। তুমি মিচেচ ফাৰ্ফ্রিৰ তালৈ যাব লাগে। ময়েই যোৱাটো উচিত আছিল; কিন্তু মই নাযাও। তুমিয়ে কামটো কৰি দিয়া।'

হেনচাৰ্ডে কথাষাৰ কৈয়েই চিল মোহৰ মৰা এটা কাগজৰ টোপোলা জপৰ হাতত তুলি দিলে। লুচেত্তাক কথা দিয়েই তেওঁ বেগেৰে থকা ঠাইলৈ আহি লুচেত্তাৰ পৰা পোৱা সকলো কাগজ পত্ৰ বিচাৰি বান্ধি চিল মোহৰ মাৰিলে আৰু জপৰ হাতত পঠিয়াই দিবলৈ আহিল। জপে বিশেষ একো চিন্তা নকৰাকৈয়ে যাবলৈ বুলি টোপোলাটো হাতত ললে।

—'টোপোলাটো আনৰ হাতত নিদিবা। চাৰা যাতে ইয়াক কোনেও নোখোলে। তুমি এতিয়াই গৈ দি আহা।'

কথাখিনি কৈ হেনচার্ড নিজৰ থকা ঠাইলৈ বুলি জপৰ কোঠাটোৰ পৰা ওলাই আহিল।

জপে টোপোলাটো হাতত লৈ বহা ঠাইতে লিৰিকি বিদাৰি চালে। 'টোপোলাটো সযতনে বান্ধি একেবাৰে চিলমোহৰ মাৰি দিছে। মিচেচ ফাফ্রিৰ লগত থকা কিবা গোপনীয় কথাৰ কাগজ-পত্ৰ থাকিব পায় নিশ্চয়। নহলে কিয় চিল কৰি দিব।'

জপৰ মনলৈ সন্দেহ আৰু কৌতুহলৰ ভাৱ আহিল। তেওঁ অতি সাৱধানে এটা চিল এফালৰ পৰা ওপৰৰ কাগজখন অলপ গুচাই চালে। ভিতৰৰ কাগজবোৰ দেখি বুজিব পাৰিলে সেইবোৰ চিঠি। তেওঁ পুনৰ ওপৰৰ কাগজখন জাপি-জুপি একৰাই থোৱা লা ডোখৰ গৰম কৰি চিনি নোপোৱাকৈ লগাই দিলে আৰু টোপোলাটো লৈ ওলাই আহিল।

জপে এটি আওহতীয়া সৰু গলিৰে পোনাই লুচেত্তাৰ ঘৰ বুলি খোজ ললে। পুৰণি ক্লাৱ ঘৰ এটিৰ কাষেৰে যাওঁতে তাত দুই চাৰি মানুহৰ সমাগম দেখি জপ ঘৰটোৰ কাষতে থমকি ৰ'ল আৰু ঘৰটিৰ দুৱাৰ মুখলৈ গৈ ভিতৰলৈ ভুমুকিয়াই চালে। ভিতৰৰ আহল-বহল মজিয়াত পাৰি থোৱা মেজ এখনৰ কাষত ৰহি হাঁহি ফুৰ্তিৰে কথা পাতি থকা লোকসকলৰ মাজত কেবাখনো চিনাকি মুখ দেখা পালে। সন্ধিয়া এই বাজহুৱা ক্লাৱ ঘৰটিত দুই চাৰি সাধাৰণ মানুহ প্ৰায়ে এনেদৰে গোট খায় আৰু কথা-বতৰা পাতি হাঁহি ধেমালি কৰি সময় কটায।

ভিতৰত থকা কোনোবা এজনে জপক দেখা পাই বৰ আগ্ৰহেৰে 'অ, মিঃ জপ? আহা আহা' বুলি মাতিলে। জপৰ ভিতৰলৈ সোমোৱাৰ ইচ্ছা নাছিল যদিও চিনাকি বন্ধু এজনে মতাত সোমাই গ'ল আৰু মেজখনৰ ওচৰৰ খালি বেঞ্চ এখনত বহিল। তাত কেবা গৰাকীও পুৰুষ মহিলা আছিল। কমদামী মদ খাই তেওঁলোকে নিজৰ নিজৰ ঘৰুৱা কথাবোৰ পাতি আছিল।

জপেও তাত তেওঁলোকৰ লগত কেইখোকমান 'মদ গিলি দুই চাৰিষাব কথা পাতি তাৰ পৰা যাবলৈ বুলি থিয় হ'ল। এনেতে এজন বন্ধুৱে জপৰ কাষলটিলৈ লক্ষ্য কৰি সুধিলে—'সেয়া সুন্দৰকৈ বন্ধা কিহৰ টোপোলা?'

জপৰ ইতিমধ্যে মদৰ নিচা লাগিছিল। বন্ধুজনৰ প্ৰশ্নত জপে টানকৈ হাঁহি দি কলে—'প্ৰেমৰ চিঠি, বুজিছা, প্ৰেমৰ চিঠি।'

তাত থকা মহিলা এগৰাকীয়ে আগ্ৰহেৰে সুধিলে—প্ৰেমৰ চিঠি? কাৰ?'

জপে কলে—"মিচেচ ফাৰ্ক্ৰিৰ। বোধহয় বিয়াৰ আগতে হেনচার্ডলৈ লিখা। হেনচার্ডে তেওঁক নাপালেই যেতিয়া এইবোৰ ৰাখি লাভ কি? যাৰ বস্তু তাক ঘূৰাই দিবলৈ মোৰ হাতত দি পঠিয়াইছে।'

জপৰ কথা শুনি তাত থকা সকলোৱে বৰ আগ্ৰহেৰে টোপোলা-টোৰ পিনে চালে। মদ বেচা এগৰাকী বুঢ়ীয়ে দুখেৰে কলে—'এৰা, বৰ দুখ লগা কথা। হলেও ভালেই হৈছে। তাই বাচি গৈছে। বহুত বছৰ আগতে মোৰো এনেধৰণৰ বিশেষ অভিজ্ঞতা মোৰ আছে।"

বুঢ়ীজনীৰ কথালৈ বিশেষ মন নিদি এজনে কলে—"বৰ আমোদৰ কথা। এখন চিঠি পঢ়ি দিয়াছোন।'

কথা শুনি জপ পুনৰ বেঞ্চখনত বহি চিঠিৰ টোপোলাটো খুলিলে আৰু এখন চিঠি উলিয়াই টান টানকৈ পঢ়ি গ'ল। আটায়ে ফূৰ্তিত হাঁহিবলৈ ধৰিলে।

এনেতে কোনোবা অহা যেন পাই জপে চিঠিবোৰ তাৰা-তাৰিকৈ সামৰি মেৰিয়াই ললে। যথেষ্ট ৰাতি হোৱা বুলি ভাবি সেই সময়ত মিচেচ ফাৰ্ক্ৰিৰ কাষলৈ আৰু নগৈ নিজৰ থকা ঠাইলৈ ঘূৰি আহিল আৰু পুনৰ টোপোলাটো ভালদৰে মেৰিয়াই চিল কৰিলে।

পিছদিনা খুব পুৱাতে লুচেত্তাক জপে টোপোলাটো দি দিলেগৈ। লুচেত্তাই মুহূর্ততে জুই লগাই সেইবোৰ পুৰি পেলালে। হেনচার্ডৰ লগত থকা তেওঁৰ সম্পৰ্কৰ কোনো প্ৰামাণ্য কাগজ-পত্ৰ নাইকিয়া হ'ল বুলি ভাবি তেওঁ বৰ আশ্বস্ত হ'ল।

॥ ৩৭ ॥

কৃষি প্ৰধান চহৰখনৰ বিভিন্ন কৃষি কাৰ্য্য আৰু পামবোৰ পৰিদৰ্শন কৃষি বিজ্ঞান সম্মতভাবে কাম কৰিবলৈ দিহা পৰামৰ্শ আগবঢ়াবলৈ এজন ৰাজকীয় কৰ্মচাৰী অহাৰ কথা। ৰাজকীয় কৰ্মচাৰীজনে চহৰৰ কৰ্পোৰেচনৰ সদস্য সকলৰ আগতো আধাঘণ্টামান ভাষণ দিব। এই উদ্দেশ্যে চহৰত এক উৎসৱৰ আয়োজন হৈছিল।

ৰাজ বিষয়াজনক আদৰিবলৈ কৰা আয়োজন সম্পৰ্কে কিছু কথা আলোচনা কৰিবলৈ নিৰ্দিষ্ট দিনৰ আগদিনাখন কাউন্সিলৰ সভা বহিল। তাত আলোচনা চলি থকা অৱস্থাতে এসময়ত কাউন্সিলৰ সভাত বহা পুৰণি প্ৰায় উৰঁলি যোৱা পোছাকজোৰ পিন্ধি হেনচার্ড অতি গহীন গম্ভীৰ খোজেৰে তালৈ সোমাই আহিল আৰু মেয়ৰৰ মেজখনত হাত এখন ৰাখি ধীৰভাবে কলে—'ময়ো আপোনালোকৰ লগতে ৰাজ বিষয়াজনক আদৰিব বিচাৰোঁ। আশাকৰোঁ আপোনালোকে মোকো তালিকভুক্ত কৰি লব।'

হেনচার্ডে তাত তেনেদৰে হঠাত পদাৰ্পণ কৰাত আৰু অবাঞ্চিত প্ৰস্তাৱ আগবঢ়োৱাত সকলো সদস্যই আচৰিত হৈ হেনচার্ডৰ ফালে চালে। কিছুসময় কোঠাটো নীৰৱ হৈ পৰিল। মেয়ৰৰ সম্মানিত আসনত বহি থকা ফাৰ্ফ্ৰিয়ে পৰিস্থিতিটো চম্ভালি লৈ কলে—

—'ৰাজ বিষয়াজনক কাউন্সিল সভাইহে আদৰাৰ নিয়ম। আপুনি নিজেই এই কথা জানে। যেহেতু আপুনি কাউন্সিল সভাৰ সদস্য নহয়, এই সভাৰ লগত আপোনাক তেনে কৰিবলৈ দিলে অনিয়ম কৰা হব। আনেও আপত্তি কৰাৰ থল থাকে। গতিকে আপোনাক এই সুবিধা দিব নোৱাৰাৰ বাবে দুখ পালোঁ।'

—'এই উৎসৱত এনেভাৱে অংশ গ্ৰহণ কৰাৰ মোৰ এটা বিশেষ কাৰণ আছিল।'' হেনচাৰ্ডে অনুৰোধৰ সুৰত কোৱাদি কলে।

ফাৰ্ফ্ৰিয়ে চিন্তিতভাবে এবাৰ সদস্য সকলৰ পিনে লক্ষ্য কৰিলে আৰু কলে—'যিয়েই নাথাকক, মই ভাবো এটা নীতিৰ মাজত থাকি মই এই কাউন্সিল সভাৰ মতকেই প্ৰকাশ কৰিছোঁ।''

- আপুনি ঠিকেই কৈছে,- ঠিকেই কৈছে।' সদস্য সকলৰ কেবাজনেও একেলগে কৈ উঠিল।

—'চাওঁক, সেইকাৰণেই মই মেয়ৰ হিচাবে থাকি আপোনাক কোনো প্ৰকাৰেই এই কামত সহায় কৰিব নোৱাৰিম। অৱশ্যে আপুনি আন দৰ্শক শ্ৰোতাৰ দৰে আমাৰ লগত সহযোগ কৰিব পাৰে।'

হেনচাৰ্ডে ফাৰ্ফ্ৰিৰ কথাত কোনো ও, আ, নকৰি নীৰৱে তাৰ পৰা ওলাই আহিল। কিন্তু কাউন্সিল সভা-কক্ষৰ বাহিৰে ওলায়েই খঙেৰে কৈ উঠিল—'মোৰ বাহিৰে কোনে তেওঁক আদৰে চাওঁ। মই কাকো পৰোৱা নকৰোঁ।'

পিছদিনা দিনটো বৰ ফৰকাল আছিল। চহৰৰ আলি-পদূলিবোৰ পৰিষ্কাৰ কৰি সজোৱা হৈছে। বিভিন্ন গাৱঁৰ পৰা অহা আৰু চহৰৰো মানুহবোৰে পৰিষ্কাৰ কাপোৰ-কানি পিন্ধি কাউন্সিল সভাই ৰাজ বিষয়াক আদৰণি জনোৱা চাবলৈ আহিছিল।

হেনচাৰ্ডেও সেইদিনা কামলৈ নাযাবলৈ ঠিৰাং কৰিলে। ৰাতি-পুৱাই এবটল মদ ঢোক্ ঢোক্‌কৈ গিলি ৰাস্তাৰে ওলাই আহিল।

কেবাদিনৰ মূৰত ৰাস্তাত হঠাতে তেওঁ এলিজাবেথক লগ পালে। এলিজাবেথক দেখিয়েই হেনচার্ডে কলে—'বৰ সৌভাগ্যৰ কথা। এই সুযোগ অহাৰ আগেয়েই একৈশ. বছৰ পাৰ হ'ল। মই সেইবোৰ নামানো।'

হেনচার্ডৰ লাগ বান্ধ নোহোৱা তেনেবোৰ কথা হঠাতে শুনি এলিজাবেথ আচৰিত হৈ সুধিলে 'কিহৰ কথা কৈছে?'

— 'এই যে,—ৰাজ বিষয়াজনক আদৰাৰ কথা কৈছোঁ।'

— 'সেই আদৰণি চাবলৈ আপোনাৰ লগত ময়ো যাব পাৰোঁনে?

— 'চাবলৈ যাবা? মোৰ অন্য কাম আছে। তুমি যাব খোজা যোৱা। সেইবোৰ চাই কি হ'ব?' কথাখিনি কৈয়েই হেনচার্ড তাৰ পৰা আঁতৰি গ'ল। এলিজাবেথে হেনচার্ডৰ কথাৰ কোনো অৰ্থ নুবুজি তেওঁ যোৱাৰ ফালে বৈ চাই থাকিল।

ৰাজ বিষযাজন অহাৰ ঠিক সময়ত এলিজাবেথ আদৰণিৰ ঠাইলৈ গৈ মানুহৰ জুমত সোমাই ইফালে সিফালে চালে। হেনচার্ডক কিন্তু তেওঁ তাত দেখা নাপালে। এলিজাবেথ অকণমান আঁতৰি আহি একাষে ৰ'ল। তেতিয়াও ৰাজ বিষয়াজন আহি পোৱা নাছিল।

এনেতে এলিজাবেথক আচৰিত কৰি আন এফালৰ পৰা পতাকাৰ দৰে কিবা এখন হাতত লৈ হেনচার্ড মানুহৰ জুমৰ মাজেৰে ওলাই আহি ৰাস্তাত উঠিলহি। তাত উপস্থিত হোৱা প্ৰায়বোৰ মানুহৰে কাপোৰ-কানি পৰিষ্কাৰ আৰু পৰিপাটি; কিন্তু হেনচার্ডৰ পোছাক আছিল একেবাৰে পুৰণি ধৰণৰ কিছু ফটা-চিটা আৰু লেতেৰা। এনে পোছাক-পাটিৰে হেনচার্ডে হাতত পতাকাৰ দৰে কিবা এখন লৈ তাত উপস্থিত হোৱাত মানুহবোৰে আচৰিত হৈ তেওঁৰ ফালে চালে।

সভাথলিত মানুহবোৰ পৰিপাটিকৈ বহিছিল। একেবাৰে আগৰ আসনত এলিজাবেথে দেখিলে মেয়ৰ ফাৰ্ফ্ৰিৰ পত্নী লুচেতা অতি

সুন্দৰ সাজ-পোছাক পিন্ধি বহি আছে। হেনচাৰ্ডে কিন্তু সেইবোৰলৈ অকণো লক্ষ্য কৰা নাছিল।

ঠিক সেই সময়তেই ৰাজ বিষযাজন নিজৰ পত্নী সহ সুসজ্জিত এক বিশেষ বাহনত অহাৰ শব্দ শুনিলে। কর্পোৰেচনৰ বিষয় ববীয়া সদস্য সকল তেওঁলোকক আগবঢাই আনিবলৈ তাৰাতাৰি আগবাঢি গ'ল। ৰাজ বিষয়াজন অহা যানখন আগুৱাই আহি থকা অৱস্থাতে অতর্কিতে হেনচার্ড সকলোতকৈ আগেয়ে আগবাঢ়ি গৈ মূৰৰ টুপীটো খহাই ললে আৰু হাতত মেৰিয়াই লৈ থকা পতাকাখন মোকোলাই লৈ সেইখন জোকাৰি জোকাৰি আদৰণি জনালে।

হেনচাৰ্ডৰ কাণ্ড দেখি তাত থকা দর্শকবোৰে বৰ বেয়া পালে। লুচেত্তাই লাজত তলমূৰ কৰিলে। হেনচাৰ্ডক তেনে অৱস্থাত দেখি এলিজাবেথে বৰ ভয় খালে।

মেয়ৰ্ৰ মর্য্যাদা আৰু ক্ষমতাৰে খঙেৰে ফাৰ্ফ্রিয়ে তৎক্ষণাত হেনচাডৰ কান্ধত ধৰি টানি আনি পিছলৈ ঠেলি পঠিয়ালে। হেনচাৰ্ডেও চকু ৰঙা কৰি ফাৰ্ফ্রিৰ ফালে অকণমান সময় চাই থাকি মুখেৰে কিবা ভোৰ্ভোৰাই তাৰ পৰা আঁতৰি গ'ল।

ঘটনাটো সিমানতে অন্ত পৰিল যদিও মানুহৰ মাজত অনেক গুণ্গুণনি শুনা গ'ল। ৰাজ ৰিষযাজনে যথা সময়ত মেয়ৰ ফাৰ্ফ্রি আৰু ফাৰ্ফ্রিৰ পত্নী লুচেত্তাক কৰমর্দন কৰিলে। তেওঁ আৰু তেওঁৰ পত্নীকো যথাযোগ্য আদৰ-সম্ভাষণ জনোৱা হ'ল। তাৰ পিছত চৰকাৰী কার্য্যসূচীমতে কার্য্য সমাপন কৰি ৰাজ বিষয়াজন তাৰ পৰা গ'লগৈ।

মানুহৰ মাজত আলোচনা হ'ল যিজন এটা সময়ত এই চহৰৰ সন্মানিত মেয়ৰৰ পদত অধিষ্ঠিত হৈছিল,—যাৰ অনুগ্রহত ফাৰ্ফ্রি ইয়াত মানুহ হ'লহি তেনেজন লোক হেনচার্ডক আজি সেই

ফাৰ্ফ্ৰিয়েই গতিয়াই দিয়াৰ দৰে জনসমাজৰ মাজত খেদি পঠিয়াই দিলে। মিস্লেন লেনৰ ৰাজহুৱা ঘৰত সেইদিনা লুচেত্তাই হেনচাৰ্ডলৈ লিখা চিঠিবোৰ শুনা কেবা জনেও কোঁৱা-কুঁই কৰিলে—'ভাগ্য চোৱা, তেনে অসৎ আৰু দুঃচৰিত্ৰা নাৰীৰ কেনে সন্মান।'

লুচেত্তাকো লগৰ দুই এগৰাকী মহিলাই অভিযোগৰ সুৰত কলে—'হাজাৰ হলেও তোমাৰ স্বামী ফাৰ্ফ্ৰিক একমাত্ৰ হেনচাৰ্ডেই অসীম অনুগ্ৰহ দেখুৱাই ইয়াত মানুহ কৰিলে, আৰু আমি ভাবো ফাৰ্ফ্ৰিৰ এই ভাগ্য একমাত্ৰ তেওঁৰ কাৰণেই হৈছে। মানুহৰ মাজত হেনচাৰ্ডক এনেদৰে অপমান কৰা উচিত হোৱা নাই।"

প্ৰত্যুত্তৰত লুচেত্তাই কলে—"মিছা কথা; হেনচাৰ্ডে তেওঁক একো কৰা নাই। হেনচাৰ্ড নহলেও তেওঁ নিজৰ গুণতে মানুহ হব পাৰে।"

## ॥ ৩৮ ॥

মেয়ৰ ফাৰ্ফ্ৰিয়ে কান্ধত ধৰি ঠেলি পঠিওৱাত হেনচাৰ্ড তাৰ পৰা আঁতৰি আহি মহিলাবোৰ-বৈ থকা ঠাইৰ ঠিক পিছতে থিয় হৈ থাকিল। মানুহবোৰৰ কথা-বতৰা তেওঁ শুনিছিল। প্ৰত্যুত্তৰত লুচেত্তাই কোৱা কথাখিনিও তেওঁৰ কাণত ঠহ্‌ ঠহ্‌কৈ পৰিল। —'হেনচাৰ্ডে তেওঁক একো কৰা নাই। হেনচাৰ্ড নহলেও তেওঁ নিজৰ গুণতে মানুহ হব পাৰে।—লুচেত্তাৰ এই কথাখিনিয়ে হেনচাৰ্ডক ভীষণভাৱে অতীষ্ঠ কৰি তুলিলে। তীব্ৰ ক্ষোভত তেওঁ তাৰ পৰা থকা ঠাইলৈ বুলি খোজ ললে।

বাটত জপক লগ পাই হেনচাৰ্ডে কলে—'মই কি শুনিলোঁ জানা? লুচেত্তাই কৈছে মই ফাৰ্ফ্ৰিৰ কাৰণে একোৱেই কৰা নাই।'

'বাদ দিয়ক। তেওঁৰো চৰিত্ৰৰ কথা সকলোৱেই জানে।'

জপে যেন একো নভৱাকৈয়ে উত্তৰ দিলে।

—"এৰা, এটা সময়ত তাই মোৰ গুণৰ প্ৰশংসাত পঞ্চমুখ আছিল; আৰু আজি মোকতো দেখিবই নোৱাৰে,—মোৰ নামটো শুনাও মহাপাপ বুলি ভাৱে।—আৰু সি, সি কুকুৰে মোক গোটেই চহৰ খনৰ মানুহৰ আগতে গতিয়াই পঠিয়ালে। মই যেন তাৰ হেঙাৰ ভাঙিবলৈ যোৱা এটা বলধ গৰুহে! ইয়াক মই সহজে কেতিয়াও নলম। এই অপমানৰ পোতক মই তুলিম। আৰু আয়ো তাৰ বাবে হিয়া ধাকুৰি মৰিব লাগিব। মই কেনে মানুহ সেই পশুটোৱে বুজি লওঁক।'

খণ্ডত হেনচাৰ্ড কঁপিবলৈ ধৰিলে। অলপ সময় কিবা ভাবি তাৰ পৰা আতঁৰি গ'ল আৰু ফাৰ্ফ্ৰিৰ ঘৰ পালে। শস্যৰ ভঁৰাল ঘৰৰ ওচৰতে তেওঁ ফাৰ্ফ্ৰিক লগ পাব বিচাৰে বুলি এটুকুৰা কাগজত লিখি চিঠিৰ বাকচত থৈ হেনচাৰ্ড গুচি আহিল।

বনুৱা সকলক সেই দিনা অৰ্দ্ধ চুটি দিয়া হৈছিল। শস্যৰ ভঁৰালঘৰৰ আশে পাশে সেইসময়ত কোনো বনুৱা নাছিল। মাত্ৰ দুই এজন গাড়ী চালকে ঘোঁৰাবোৰ এৰি দি ইফাল সিফাল কৰি আছিল। হেনচাৰ্ড ইতিমধ্যে মানসিক উত্তেজনাত ভঁৰাল ঘৰৰ কাষত উপস্থিত হ'ল আৰু নিজে নিজেই কৈ উঠিল—'কি পৰোৱাই কৰোঁ;—তাতকৈ মোৰ বেছি শক্তি আছে।'

হেনচাৰ্ডে তাত পৰি থকা এটুকুৰা ৰচি বুটলি লৈ তাৰে এটা মূৰত লোহা এডোখৰ বান্ধি ললে। তাৰ পিছত ভঁৰাল ঘৰৰ ওপৰ মহলালৈ উঠি গ'ল।

ওপৰ মহলাত কিছুমান বস্তা দমাই থোৱা আছিল। বিপৰীত পিনে আন এখন দুৱাৰ। সেই পিনে প্ৰায় ৩০/৪০ ফুট তলৰ পৰা শিকলিৰে বস্তা উঠোৱা-নমোৱা কৰা হয়। দুৱাৰখন বন্ধ আছিল

যদিও হেনচার্ডে খুলি দিলে আৰু তললৈ চাই কিবা ভাবিলে। তাৰ পিছত বহু দূৰলৈ আগুৰি থকা এসময়ত তেওঁৰ নিজৰে আৰু বৰ্ত্তমান ফাৰ্ফ্ৰিৰ শস্যৰ পথাৰবোৰলৈ চাই পঠিয়ালে।

এনেতে কোনোবা এজন গুণ্ গুণ্ কৈ গান গাই তলৰ পৰা ওপৰলৈ খট্ খটিৰে উঠি অহা গম পালে। হেনচার্ডে অনুমান কৰিলে সেয়া ফাৰ্ফ্ৰি।

ফাৰ্ফ্ৰিয়ে ওপৰ মহলাত ভৰি দিয়েই হেনচার্ডক দেখি আচৰিত হোৱাৰ দৰে হৈ কলে—'আপুনি ইয়াত? ইয়ালৈ কিয় আহিল?

ফাৰ্ফ্ৰিয়ে ভাবিছিল হেনচার্ডে মদ খাই ভুল কৰি ইয়ালৈ আহিছে।

হেনচার্ডে ফাৰ্ফ্ৰিৰ কথাৰ কোনো উত্তৰ নিদি অতৰ্কিতে পিছুৱাই গৈ খট্ খটিৰে সোমাই অহা দুৱাৰখন বন্ধ কৰি দিলে আৰু তাৰ পিছত কলে—'মই এতিয়া আপোনাৰ লগত মুখামুখি হব বিচাৰোঁ। আপোনাৰ ধন আৰু সুন্দৰী ঘৈণীয়ে মোতকৈ আপোনাক ওপৰত তুলি ৰাখিব নোৱাৰে আৰু মোৰ দাৰিদ্ৰয়ো মোক তলত পেলাই ৰাখিব নোৱাৰে।"

—'এইবোৰ আপুনি কি কৈছে?" ফাৰ্ফ্ৰিয়ে আচৰিত হৈ সুধিলে।

—'শুনক. মোক অপমান কৰিবলৈ যাওঁতে ভালদৰে ভাৱি চোৱা উচিত আছিল। মোৰ লগত সকলো ক্ষেত্ৰতে আপুনি প্ৰতিদ্বন্দ্বিতা চলাই মোক ধ্বংস কৰিলে আৰু শেষত গলধনত ধৰি চহৰৰ সমস্ত মানুহৰ আগত গতিয়াই পঠিয়ালে।'

—"আপুনি তেনেদৰে যোৱাটো উচিত নাছিল।' ফাৰ্ফ্ৰিয়ে খঙেৰে কলে।

—"আপুনি যোৱাটো উচিত আছিল আৰু মোৰ দৰে অপদাৰ্থ এটাৰ উচিত নাছিল,—নহয়?" হেনচার্ডৰ চকুৰ পৰা যেন জুঁইহে ওলাইছিল।

"আপুনি ৰাজ বিষয়াক অপমান কৰিছে আৰু তেনে কৰিবলৈ যোৱাত মই এই চহৰৰ মেয়ৰ তথা মুখ্য বিচাৰক হিচাবে আপোনাক বাধা দিয়াটো মোৰ কৰ্তব্য।"

—"ৰাজ বিষয়াক অপমান! আপোনাৰ যিদৰে ৰাজ বিষয়াক সন্মান কৰা বা আদৰণি জনোৱাৰ অধিকাৰ আছে, মোৰো সেই অধিকাৰ আছে।'

'মই এতিয়া আপোনাৰ লগত কোনো তৰ্ক কৰিব নিবিচাৰোঁ। আপুনি কিছু ঠাণ্ডা হওঁক। ঠাণ্ডা হলে বুজিব, ভুল আপোনাৰ নে মোৰ।"

—"মোতকৈ আপুনিহে প্ৰথমে ঠাণ্ডা হোৱা উচিত।" হেনচাৰ্ডে প্ৰায় চিঞৰাৰ দৰে কলে।' এতিয়া কোনো কথা নাই। আপুনি ৰাতিপুৱা আৰম্ভ কৰা মল্লযুদ্ধখন এতিয়া শেষ কৰা যাওঁক। যিজন হাৰিব সেইজন সেই খোলা দুৱাৰখনেৰে চল্লিশ ফুট তলত পৰিব আৰু জয়ীহোৱাজন ওপৰতে থাকিব। পিছত নামি গৈ কোৱা হব দুৰ্ঘটনা ক্ৰমে তেওঁ বাগৰি পৰি মৰিল। এয়া চাওঁক,— মোৰ হাত এখন ৰচিৰে বান্ধি ৰাখিছোঁ যাতে এই হাতখনে আপোনাক আক্ৰমণ কৰিব নোৱাৰে। মই ভাবো আপোনাতকৈ মই যথেষ্ট বলী। সেই গতিকে মই এখন হাতেৰেই আপোনাৰ লগত যুঁজিম।"

ফাৰ্ফ্ৰিয়ে একো কবলৈ নৌ পাওঁতেই হেনচাৰ্ড তেওঁৰ ওপৰত জপিয়াই পৰিল। দুয়োৰে মাজত মল্লযুদ্ধৰ দৰে হতাহতি লাগি পৰিল। প্ৰত্যেকেই নিজক বচাবলৈ চেষ্টা কৰিলে। হেনচাৰ্ডে খোলা দুৱাৰ খনেৰে ফাৰ্ফ্ৰিক তললৈ পেলাই দিয়াৰ মতলবেৰে টনা-আজোৰা লগালে।

ভালেখিনি সময় দুয়ো বগৰা-বগৰি কৰি ফোপাবলৈ ধৰিলে। অৱশেষত এটা সময়ত হেনচাৰ্ডে ফাৰ্ফ্ৰিক বগৰাই পেলাই লৈ ভৰি

ঢুখনত খামুচি অতর্কিতে খোলা ঢুৱাৰখনেৰে ফাৰ্ফ্ৰিৰ মূৰটো তললৈ কৰি ধৰি ফোপাই ফোপাই কবলৈ ধৰিলে—'এতিয়া আপুনি বাত্তিপুৱা আৰম্ভ কৰা মল্লযুদ্ধখনৰ অন্ত পৰিব। চল্লিশ ফুট তলত পৰি আপোনাৰ সন্মান আৰু অহংকাৰৰ জোখ-মাখ লৈ থাকিব পাৰিব। আপোনাৰ জীৱনটো এতিয়া মোৰ হাতৰ মুঠিত।'

—'পেলাই দিয়ক,—মোক শেষ কৰি পেলাওক।" ফাৰ্ফ্ৰিয়ে কলে। 'বহুত দিনৰ পৰাই আপোনাৰ এইটোৱেই ইচ্ছা আছিল। ফাৰ্ফ্ৰিৰ চকুৰ পৰা টপ্ টপকৈ পানী পৰি আছিল।

হেনচাৰ্ডে নীৰবে ফাৰ্ফ্ৰিৰ মুখলৈ চালে। ফাৰ্ফ্ৰিৰ অসহায় চকুযুৰি তেওঁৰ চকুত পৰিল। তেওঁৰ অন্তৰখন কঁপি উঠিল।

—'অ, মিঃ ফাৰ্ফ্ৰি।—হেনচাৰ্ডে অতি বেদনাভৰা অন্তৰেৰে কলে—'যদিও মই আপোনাক মাৰি পেলাম বুলি ভাবিছিলোঁ;—নাই, কেতিয়াও আপোনাক মই মাৰিব নোৱাৰোঁ। ভগৱান সাক্ষী হৈ থাকিব যে মোৰ দৰে আপোনাক কোনেও কোনো কালে মৰম কৰা নাছিল আৰু নকৰিব। মই আপোনাক এৰি দিছোঁ। আপুনি মোক যি ইচ্ছা তাকে কৰক,—মই নতশিৰে মূৰ পাতি লম।

হেনচাৰ্ডে ফাৰ্ফ্ৰিক দাঙি আনি থিয় কৰাই দি এৰি দিলে আৰু অতি মৰ্মাহতৰ দৰে একোণত দম হৈ থকা বস্তাখিনিৰ ওপৰতে বহি পৰিল। ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডৰ প্ৰতি নীৰৱে ধন্যবাদ দিয়াৰ দৰে কৰি তাৰ পৰা লাহে লাহে খট্ খটিৰে তললৈ নামি আহিল। হেনচাৰ্ডে ফাৰ্ফ্ৰিক কিবা কব বিচাৰিছিল, কিন্তু জিভাখনো যেন লৰচৰ কৰিব নোৱাৰিলে।

হেনচাৰ্ড বৰ লজ্জিত হৈ পৰিল আৰু নিজকে ধিকাৰ দিলে। ফাৰ্ফ্ৰিৰ লগত হোৱা প্ৰথম পৰিচয় আৰু তেওঁৰ লগত থকা অতীতৰ আন্তৰিক সৌহাৰ্দ্যৰ ছবিবোৰ আহি তেওঁৰ চকুৰ আগত ভাহি উঠি

অন্তৰত বৰ আঘাত কৰিবলৈ ধৰিলে। ধৰি অনা মাছে বামত চট্‌ফটাই থকাৰ দৰে বহু সময় ধৰি মানসিক আঘাতত হেনচার্ড চট্‌ফটাই বস্তাৰ দমটোৰ ওপৰতে বহি থাকিল।

কোঠাটো ক্রমান্বয়ে এন্ধাৰ হৈ আহিছিল। কিছু সময়ৰ পিছত বহাৰ পৰা উঠি হেনচার্ডে গাৰ কাপোৰত লাগি থকা ধূলিবোৰ জোকাৰি ললে আৰু লাহে লাহে তললৈ নামি আহিল। শস্য ভঁৰালৰ বহল চোতালখনত থিয় হৈ এবাৰ চাৰিওফালে চালে আৰু নিজে নিজে কৈ উঠিল—'তেওঁ মোক যথেষ্ট মৰম আৰু সন্মান কৰিছিল; কিন্তু আজিৰ এই জঘন্যতম অপকর্মৰ কাৰণে মোক চিৰকাল ঘৃণাৰ চকুৰে চাব।'

হেনচার্ডে সেই ৰাতিয়েই ফাৰ্ফ্রিক লগ ধৰি নিজৰ এই বলিয়ালীৰ বাবে ক্ষমা খুজিবলৈ বৰ ব্যগ্র হৈ পৰিল। তেওঁ ফাৰ্ফ্রিৰ ঘৰৰ ফালে বুলি কেইখোজমান যাওঁতেই হুইটলক লগ পাই জানিব পাৰিলে ফাৰ্ফ্রি ঘোঁৰাত উঠি কোনোবা ফালে ওলাই গৈছে।

বৰ অস্থিৰ মনেৰে হেনচার্ডে ফাৰ্ফ্রি ঘূৰি অহালৈ বাট চাব লগীয়া হ'ল। তেওঁ ৰাস্তাৰে ইফালে সিফালে এনেয়ে ঘূৰি ফুৰি চহৰৰ কাষতে থকা এখন দলঙৰ ওপৰত ৰ'লহি। দলঙৰ তলেৰে সশব্দে বৈ থকা পানীত চহৰৰ চাকিৰ পোহৰ প্রতিফলিত হৈ তিৰ্‌বিৰাই আছিল।

## ॥ ৩৯ ॥

হেনচার্ডৰ পৰা এৰাই অতি দুখ আৰু অনুশোচনাৰে ফাৰ্ফ্রি লাহে লাহে তললৈ নামি আহিল। সমুখৰ বহল চোতালখনত থিয় হৈ বৰ অস্থিৰে ইফালে সিফালে চাই মূৰৰ চুলি আৰু গাৰ কাপোৰ-

কানিবোৰ জাৰি-জোকাৰি ঠিক কৰি ললে। তাৰ পিছত তাত থকা তেওঁৰে ঘোঁৰা এটাত উঠি বেলমথৰ পিনে যোৱা ৰাস্তাৰে এখন গাৱঁলৈ গুচি গ'ল। এনে ভয়াবহ ঘটনা এটা ঘটি যোৱাৰ পিছত ঘোঁৰাত উঠি গাৱঁৰ পিনে যোৱাৰ কাৰণ হ'ল অন্ততঃ তাত কিছু সময় থাকি নিজকে শান্ত আৰু সুস্থ কৰি লৈ আহিব যাতে লুচেত্তাই তেওঁক দেখি এই দুৰ্ঘটনাৰ কথা অকণো বুজিব নোৱাৰে।

বহু দেৰিলৈকে ফাৰ্ফ্ৰি ঘৰলৈ ঘূৰি নহা দেখি কোনো বিশেষ কামত হঠাতে ক'ৰবালৈ যাবলগীয়া হ'ল এই ভাৱি লুচেতাই সমুখৰ কোঠাটোতে অকলে বহি কিবা কিতাপ এখন পঢ়ি ফাৰ্ফ্ৰিলৈ অপেক্ষা-কৰি আছিল।

ৰাতি তেতিয়া চাৰে আঠমান বাজিছিল। হঠাতে লুচেতাই সমুখৰ ৰাস্তাটোৰে হাঁহি, ঠাট্টা, মস্কৰা কৰি শোভাযাত্ৰা এটি আগুৱাই অহা যেন পালে। খিৰিকি এখন খোলা আছিল। খিৰিকিখনৰ ওচৰলৈ উঠি গৈ লুচেত্তাই বাহিৰলৈ চালে। দেখিলে এটা গাধৰ ওপৰত পিঠিয়াপিঠিকৈ এগৰাকী তিৰোতা আৰু এজন মতামানুহৰ দুটা মূৰ্তি বহুৱাই কিছুমান মানুহে গাধটো খেদি হাতত জোৰ-বত্তি লৈ বীভৎস চিৎকাৰ কৰি তেওঁৰ ঘৰৰ ফালে আহি আছে। চহৰৰ মানুহে ওলাই আহি জুমি জুমি মানুহৰ দলটোক চাইছিল। মূৰ্তি দুটাত বহু দূৰৰ পৰাই চিনি পোৱাকৈ লিখা আছিল দুঃচৰিত্ৰা লুচেতা আৰু মিঃ হেনচাৰ্ড

কাণ্ড দেখি লুচেত্তাৰ মূৰ ঘূৰি গ'ল। তেওঁ থিৰেৰে থাকিব নোৱাৰি চকী এখনত বহি পৰিল। নিশ্চয় হেনচাৰ্ডৰ লগত থকা তেওঁৰ আগৰ সম্পৰ্কৰ কথা এইবোৰ মানুহে জানিব পাৰিছে আৰু ফাৰ্ফ্ৰিয়ে মনত তেওঁৰ প্ৰতি অবিশ্বাস আৰু ঘৃণাভাৱ জগাই তুলিবলৈকেই এই ব্যৱস্থা কৰিছে, লুচেত্তাই ভাৱিলে।

এনেতে বেগা বেগিকৈ এলিজাবেথ কোঠাটোলৈ সোমাই আহিল। 'ক্ষমা কৰিব,—আপোনাক নোসোধাকৈয়ে মই সোমাই আহিলোঁ। খিৰিকিখন বন্ধ কৰি দিও ৰব।'

—'বহা। খিৰিকি খোলাই থাকিবলৈ দিয়া।"
লুচেতাই বৰ ধীৱ মাতেৰে কলে।

—"বাহিৰত সেইবোৰ কিবা বাজামী চলিছে। খিৰিকিখন বন্ধ কৰি দিয়াই ভাল।'

– 'খোলাই থাকক দিয়া।' লুচেতাই আৰু হতাশভাবেৰে কলে। 'সেইয়া মোৰ আৰু তোমাৰ দেউতাৰৰ মূৰ্তি সাজি গাধৰ ওপৰত বহুৱাই শোভাযাত্ৰা কৰিছে। মোৰ অপকৰ্মৰ কথা চহৰত প্ৰচাৰ কৰিছে। খিৰিকিখন বন্ধ কৰিলেও সেইবোৰতো বন্ধ কৰিব নোৱাৰিবা। মোক নেদেখা কৰিলেও তেওঁ দেখা পাব। তেওঁ নিশ্চয় এতিয়ামানে ঘৰলৈ আহি আছে। এই ঘটনাই তেওঁক আঘাত দিব। ইযাৰ পিছত তেওঁ মোক কেতিয়াও ভাল নাপাব। এই ঘটনাই নিশ্চয় মোক মাৰি পেলাব।'

লুচেতাৰ কথা শুনি এলিজাবেথ হতবাক হৈ থিয় দি থাকিল। অলপ পিছত কলে—"নাই, নাই,—এনে হব দিব নোৱাৰি। ইয়াত কোনোৱেই নাইনে এই অভদ্ৰামীবোৰ বন্ধ কৰি দিবলৈ!'

লুচেতা বহাৰ পৰা উঠি দুৱাৰখনৰ কাষলৈ দৌৰি যোৱাৰ দৰে গ'ল আৰু কলে—'নহয এলিজাবেথ, ঠিকেই কৰিছে। ময়ো চাম, — চাম ভালকৈয়ে।'

লুচেতা ওপৰ মহলালৈ যাবলৈ বিচাৰিছিল। এলিজাবেথে গৈ হাতত ধৰিলে। তেওঁলোকে দেখিলে জ্বলি থকা অসংখ্য জোৰ বন্তিবোৰ ঘৰৰ ওচৰ পাইছে।

এলিজাবেথে জোৰ কৰি লুচেতাক ভিতৰলৈ টানি আনি দুৱাৰ খিৰিকিবোৰ বন্ধ কৰি দিব বিচাৰিলে।

—'চোৰা, সেইজনী মই হয় নে নহয়। ঠিক,—ঠিক ময়েই।"

লুচেতাই এলিজাবেথক আঙুলিয়াই দেখুৱাই দি বিকত হাঁহি এটা মাৰিলে। লুচেতা যেন স্বাভাৱিক অৱস্থাত নাছিল; এক চেকেণ্ডমান থিৰ হৈ থকাৰ দৰে থাকি তেওঁ মজিয়াতে জোৰেৰে বাগৰি পৰি গ'ল।

এলিজাবেথৰ হাহাকাৰ লাগিল। তেওঁ লুচেতাক দাঙি ধৰিবলৈ চেষ্টা কৰিলে আৰু বাৰে বাৰে কলিং বে'লটো টিপিবলৈ ধৰিলে। কিন্তু কোনো এজন চাকৰ এলিজাবেথক সহায় কৰিবলৈ বাহিৰত নাছিল। বোধহয় আটাইকেজন চাকৰে আলিবাটৰ সেই দৃশ্য চাবলৈ দৌৰ দিছিল। লুচেতা বাগৰি পৰাৰ অকণমান পিছতে বাটৰ সেই হৈ-চৈ বোৰ আঁতৰি গৈছিল।

অৱশেষত এজন চাকৰ আৰু ৰান্ধনি ল'ৰাজন অহাত আটায়ে ধৰা ধৰি কৰি লুচেতাক নি বিচনাত শুৱাই দিলে। ডাক্তৰৰ ওচৰলৈ এজন দৌৰি গ'ল। অলপ পিছতে লুচেতাৰ চেতনা ঘূৰি আহিছিল যদিও ঘটনাটো মনত পৰাৰ লগে লগে পুনৰ সংজ্ঞাহীন হৈ পৰিল।

ইতিমধ্যে ডাক্তৰ আহি লুচেতাক পৰীক্ষা কৰিলে আৰু প্ৰাথমিক চিকিৎসা কৰি কলে—"সাংঘাটিকভাৱে মানসিক আঘাত পাই অচেতন হৈ পৰিছে যদিও বিপদজনক পৰিস্থিতিত আছে। সোনকালে ফাৰ্ফ্ৰিক খবৰ দি অনাওঁক। তেওঁ গৈছে কলৈ?'

'তেওঁ বেলমথৰ ৰাস্তাৰে এখন গাৱঁলৈ কিবা বিশেষ কামত গৈছে হেনো। বোধহয় সোনকালেই ঘূৰি আহিব।" এলিজাবেথে কলে।

—'নাই,—ফাৰ্ফ্ৰি অহাত দেৰিও হব পাৰে। মানুহ এজন পঠিয়াই ফাৰ্ফ্ৰিক মাতি অনাই ভাল হব।'

ডাক্তৰেই ফাৰ্ফ্ৰিৰ চাকৰ এজনক যাবলৈ কলে।

|| ৪০ ||

বহু সময় ধৰি হেনচার্ড মনৰ অশান্তিত চহৰৰ একোণত থকা দলংখনত থিয় হৈ থাকি ঘৰলৈ বুলি আহিব খুজিছিল। এনে সময়তে সেই শোভাযাত্রাটো সেই ফাললৈ আহি থকা দেখি হেনচার্ডো আগুৱাই আহিল আৰু লুচেত্তা আৰু তেওঁক লৈ কৰা অদ্ভুত কাণ্ডটো দেখি তেওঁ আচৰিত হ'ল। অস্থিৰ মনটোত আৰু এটি অসহনীয় আঘাতে আঘাত কৰিলে। কি কৰোঁ, কলৈ যাওঁ এনেভাৱ লৈ জীয়েক এলিজাবেথ থকা ঠাইলৈ বুলি মুখ ঘূৰালে, কিন্তু এলিজাবেথ ফাৰ্ফ্ৰিৰ ঘৰলৈ যোৱা বুলি তাত জানিব পাৰি তেৰোঁ ফাৰ্ফ্ৰিৰ ঘৰলৈ আহিল। তেওঁ কোঠাত সোমাবলৈ লওঁতেই কোনোবাই কাৰোবাক ফাৰ্ফ্ৰিক মাতি আনিবলৈ যাবলৈ কোৱা শুনিলে।

হেনচাৰ্ডে কোঠাটোত সোমায়েই দুখেৰে কলে—'ফাৰ্ফ্ৰি বেলমথ ৰাস্তাৰে যোৱা নাই; তেওঁ মেল্‌ষ্টক আৰু উইদাৰবাৰীলৈ গৈছে।'

কিন্তু দুখৰ কথা! হেনচাৰ্ডৰ কথাত ইতিমধ্যে কাৰো বিশ্বাস নোহোৱা হৈছিল। গতিকে তেওঁৰ এই কথাত কোনেও মন নকৰিলে। হেনচাৰ্ডৰ লগত থকা সকলো সম্পৰ্কৰ কথা ফাৰ্ফ্ৰিয়ে জানি তেওঁক ঘৃণা কৰিব আৰু নিষ্ঠুৰ ব্যৱহাৰ কৰি খেদি পঠিয়াব এই মানসিক সংঘাটত লুচেত্তা অচেতন হৈ পৰিছে যদিও লুচেত্তাৰ জীৱন ফাৰ্ফ্ৰিৰ উপস্থিতিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিছিল। হেনচাৰ্ডৰ কথাক বিশ্বাস কৰি কোনেও ফাৰ্ফ্ৰিক বিচাৰি মেলষ্টক বা উইদাৰবাৰীলৈ নগ'ল; বৰং ডাক্তৰৰ নিৰ্দেশমতে বেল্‌মথলৈকেহে গ'ল। হেনচাৰ্ডে দেখিলে ফাৰ্ফ্ৰিক বিচাৰি যোৱা মানুহজনে ফাৰ্ফ্ৰিক কেতিয়াও লগ নাপায়। কাৰণ হেনচাৰ্ডৰ কথাত তাত থকা কোনেও অকণো গুৰুত্ব দিয়া নাই। গতিকে লুচেত্তাৰ কথা চিন্তা কৰি তেওঁ নিজেই ফাৰ্ফ্ৰিক বিচাৰি যাবলৈ কোঠাৰ পৰা ওলাই আহিল।

হেনচাৰ্ড ৰাস্তাৰে দৌৰিবলৈ ধৰিলে। চহৰৰ বাহিৰ ওলাই জোনৰ পোহৰত পাহাৰৰ ওখ-চাপৰ ৰাস্তাৰে দৌৰিছে, কেৱল দৌৰিছে। শৰত কালৰ জোনাক আছিল যদিও আকাশ সামান্য মেঘাছন্ন হৈ থকাৰ কাৰণে ৰাস্তাটোত জোনৰ পোহৰ কিছু ক্ষীণ হৈ পৰিছিল। তথাপি হেনচাৰ্ডৰ কোনো অসুবিধা হোৱা নাছিল।

হেনচাৰ্ডৰ অতিপাত ভাগৰ লাগিছিল। তেওঁ মাজে মাজে কেতিয়াবা ৰৈ ৰৈ দীঘলকৈ উশাহ লৈছিল; কিন্তু লুচেতাৰ অৱস্থাৰ কথা চিন্তা কৰি পুনৰ দৌৰ দিছিল। বাটত কাৰোবাক লগ পাইছিল যদিও হেনচাৰ্ডে মন কৰা নাছিল।

প্ৰায় তিনিমাইল বাট যোৱাৰ পাছতে হেনচাৰ্ডে এটি তিনিআলিৰ চ'ক পালেগৈ। তাত তেওঁ থমকি ৰ'ল। এনেতে ৰাস্তাৰে আহি থকা ঘোঁৰাৰ খট্‌খট্ শব্দ শুনিবলৈ পালে। অকণমান পাছতে দেখিলে সেয়া ফাৰ্ফ্ৰি।

হেনচাৰ্ডে ফাৰ্ফ্ৰিক টানকৈ মাতিলে। কাৰণ ফাৰ্ফ্ৰিয়ে ঘৰলৈ নাহি উইদাৰবাৰীলৈ যোৱা ৰাস্তাৰে গৈ আছিল। মাত শুনি ফাৰ্ফ্ৰিয়ে ঘোঁৰাৰ লেকাম টানি ৰ'ল। আৰ্তস্বৰতে হেনচাৰ্ডক দেখি তেওঁ স্তম্ভিত হ'ল।

'মিঃ ফাৰ্ফ্ৰি শুনক। আপুনি অতি তুৰন্তে ঘৰলৈ আহক। ঘৰত বৰ অঘটন ঘটিছে।' হেনচাৰ্ডে আঁতৰৰ পৰাই কথাষাৰ কৈ ফাৰ্ফ্ৰিৰ ফালে বেগাই আহিল।

ঘৰৰ বিপদৰ কথা শুনিও ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডক বিশ্বাস নকৰিলে। তেওঁ ভাৱিলে, মাত্ৰ কেইঘণ্টামান আগতে যিজনে তেওঁৰ জীৱন শেষ কৰিব বিচাৰিছিল সেইজন পুনৰ কি উদ্দেশ্য লৈ এই নিৰ্জন পাহাৰৰ মাজত উপস্থিত হৈছেহি। ফাৰ্ফ্ৰিৰ মনত বৰ ভয় লাগিল। তেওঁ হেনচাৰ্ডৰ কথাৰ কোনো উত্তৰ নিদি উইদাৰবাৰীৰ পিনে জোৰেৰে ঘোঁৰা চেকুৰাই দিলে।

হেনচাৰ্ডেও অতি জোৰেৰে চিঞৰি চিঞৰি ঘোঁৰাৰ পিছে পিছে দৌৰি কৰলৈ ধৰিলে—'মিঃ ফাৰ্ফ্রি, মিঃ ফাৰ্ফ্রি, মই বুজিছো মই বেয়া উদ্দেশ্য লৈ আপোনাক লগ ধৰিবলৈ অহা বুলি ভাৱিছে। শুনক, মই ঈশ্বৰৰ নামত শপত খাই কৈছোঁ,—মিঃ ফাৰ্ফি শুনক, মোৰ অন্তৰত কোনো অসৎ উদ্দেশ্য নাই। আপোনাৰ পত্নী লুচেতাৰ অতি সংকট অৱস্থা। মোক বিশ্বাস কৰক,—আপোনাৰ মঙ্গলৰ কাৰণেই মই ইমান কষ্ট কৰিছোঁ। আপুনি শীঘ্রে ঘৰলৈ ঘূৰক।'

হেনচাৰ্ডে কোৱা সকলোখিনি কথা ফাৰ্ফ্রিয়ে শুনিছে যদিও তেওঁ নৰ'ল। কাৰণ হেনচাৰ্ডে দৌৰি দৌৰি তেওঁৰ পিছ লোৱাত তেওঁৰ অধিক সংশয় উপজিল। তেওঁ ভাবিলে লুচেতা সন্তান সম্ভৱা হৈছে যদিও তেওঁ আহোঁতে তেওঁৰ গা সম্পূর্ণ ভালেই আছিল। গতিকে হেনচাৰ্ডৰ এয়া নিশ্চয় আৰু এক নতুন ষড়যন্ত্র। ফাৰ্ফ্রিয়ে আৰু জোৰেৰে ঘোঁৰা চেকুৰাই দি হেনচাৰ্ডৰ পৰা বহুখিনি আতঁৰি গৈ এটা পাহাৰৰ টিলাৰ আঁৰত নেদেখা হৈ পৰিল।

হেনচাৰ্ডে আৰু দৌৰিব নোৱাৰিলে। মনৰ আঘাতত আৰু ভাগৰত ফোপাই ফোপাই তেওঁ ঠাইতে বহি পৰিল। অলপ পাছতে অতি হতাশ মনেৰে থিয় হৈ পুনৰ কেষ্টাৰব্রিজ চহৰলৈ বুলি দৌৰিবলৈ ধৰিলে। কিছুসময়ৰ পিছত চহৰ পাই তেওঁ পোনে পোনেই ফাৰ্ফ্রিৰ ঘৰলৈ গ'ল। দুৱাৰখন হেচি ভিতৰলৈ সোমাই যাওঁতে কোঠাত থকা আটাইবোৰ মানুহেই অতি ব্যগ্রভাৱে তেওঁৰ ফালে চালে।

হেনচাৰ্ডক দেখি কোনোবা এজনে কলে—'অ, তেওঁ নহয়।' ফাৰ্ফ্রিক বিচাৰি যোৱা চাকৰজন ফাৰ্ফ্রিক নাপাই ইতিমধ্যে হেনচাৰ্ডৰ আগে আগে ঘৰ সোমাইছিলহি। সকলোৱে হতাশ হৈ পৰিল।

'আপুনিও লগ নাপালে ?

ডাক্তৰে ব্যগ্রভাৱে হেনচাৰ্ডক সুধিলে।

—'লগ পালোঁ।' হেনচাৰ্ডে দুখেৰে থমকি ৰ'ল আৰু ওচৰতে

থকা খালী চকী এখনত বহি পৰিল।' কিন্তু মই আপোনালোকক বেছি কব নোৱাৰিম। তেওঁ হয়তো দুঘণ্টামানৰ ভিতৰত ঘৰলৈ নাহিব।'

'বৰ বেয়া কথা হ'ল!'

ডাক্তৰে কথাষাৰ কৈ বিচনাত পৰি থকা লুচেতাৰ ফালে মুখ ঘূৰালে।

'এওঁৰ অৱস্থা এতিয়া কেনেকুৱা?

হেনচাৰ্ডে লুচেতাৰ ওচৰতে বিষন্নমনে বহি থকা এলিজাবেথক সুধিলে।

'বৰ উদ্বেগজনক হৈয়ে আছে দেউতা। তেওঁৰ স্বামীক দেখাৰ উদ্বী-গ্নতাই তেওঁক ভয়লগাভাৱে অস্থিৰ কৰি তুলিছে। মোৰ ভয় হৈছে, বেচেৰী মানুহজনীক সিহঁতে মাৰি পেলালে।'

হেনচাৰ্ডৰ অন্তৰখনে অনুকম্পাত হাহাকাৰ কৰি কান্দি উঠিল। তেওঁ কোনো কথাকে কব নোৱাৰিলে। নীৰৱে কোঠাটোৰ পৰা ওলাই আহি নিজৰ অকলশৰীয়া পজাটিলৈ বুলি খোজ ললে। প্ৰতিদ্বন্দ্বিতা মানুহৰ পক্ষে কিমান সাংঘাটিক হেনচাৰ্ডে অনুভৱ কৰিলে। ফাৰ্ফ্ৰি আৰু তেওঁক লৈ যেন মৃত্যুৱে খেলা কৰি আছে। এলিজা-বেথৰ 'দেউতা' সম্বোধনেৰে কোৱা কথাষাৰিয়েও হেনচাৰ্ডৰ অন্তৰ কঁপাই দিছিল। তেওঁ অনুভৱ কৰিলে তেওঁৰ এই এন্ধাৰ জীৱনত এলিজাবেথেই যেন পোহৰৰ কণা। নিজৰ জীয়েক নহয় যদিও এলিজাবেথক আপোন জীয়েক হিচাবে পুনৰ আকোৱালী লবলৈ হেনচাৰ্ডৰ মনত ভাৱ হ'ল।

হেনচাৰ্ড ঘৰ পোৱাৰ সময়ত তাত থকা জপ গুৰলৈ বুলি বিচনালৈ গৈছিল। হেনচাৰ্ডক দেখিয়েই জপে কলে—'মিচেচ ফাৰ্ফ্ৰিৰ অসুখৰ লক্ষণটো বৰ বেয়া বুলি ধাৰণা হৈছে।'

'এৰা।' হেনচাৰ্ডে চমুকৈ উত্তৰ দি নিজৰ শোৱা বিচনালৈ যাব বিচাৰিছিল।

'অলপ আগতে আপোনাক লগ ধৰিবলৈ এজন মানুহ আহিছিল।' জপে কলে।

হেনচাৰ্ড থমকি ৰ'ল আৰু সুধিলে—'কোন মানুহ ?'

—'কোন মানুহ, মই ঠিককৈ কব নোৱাৰিম, - কাৰণ তেওঁ নাম-ধাম একো নকলে। মানুহজন দেখাত বেচ সম্ভ্ৰান্ত। কোনোবা সাগৰীয় নাৱিক বুলি অনুমান হয়।'

'তেওঁ কোন হব পাৰে। বাৰু নাম-ধাম একো কোৱা নাই যেতিয়া চিন্তা কৰি লাভ কি ?'

কথাখিনি কৈ হেনচাৰ্ডে শোৱা কোঠালৈ গৈ দুৱাৰখন বন্ধ কৰি দিলে।

হেনচাৰ্ডৰ অভিপ্ৰায়ৰ ওপৰত অতি ভুল ধাৰণা লোৱাৰ কাৰণে ফাৰ্ফ্ৰি ঘৰলৈ ঘূৰি আহোতে হেনচাৰ্ডে অনুমান কৰাতকৈও বেছি সময় পলম কৰিলে। ইতিমধ্যে আন এজন ডাক্তৰ আহি লুচেত্তাৰ চিকিৎসা কৰি আছিল। ফাৰ্ফ্ৰি লুচেত্তাৰ কাষত বহি মূৰ পিহি পিহি মতাত লুচেত্তাই খুব জোৰকৈ যেন চকুযুৰি মেলিব খুজিলে। মুখেৰে কিবা কবলৈ বিচাৰি ফাৰ্ফ্ৰিৰ হাত এখন খামুচি ধৰিলে। ফাৰ্ফ্ৰিয়ে আল্‌ফুলকৈ মূৰটো পিহি দি কথা কবলৈ মানা কৰিলে। তুমি ভাল হৈ উঠা; পিছত সকলো কৰলৈ যথেষ্ট সময় পাবা। এতিয়া শান্তিৰে টোপনি মাৰা।'

ফাৰ্ফ্ৰিয়ে লুচেত্তাৰ গাৰ কাপোৰ-কানিখিনি ঠিক কৰি দিলে। হেনচাৰ্ডে ৰাতি দুই-তিনিবাৰ শোৱা ঠাইৰ পৰা গৈ ফাৰ্ফ্ৰিক সুধি লুচেত্তাৰ খা-খবৰ কৰি পুৱা অলপ টোপনি মাৰিলে।

## ॥ ৪১ ॥

হেনচার্ডে যেতিয়া সাৰ পালে তেতিয়া বাহিৰত যথেষ্ট পোহৰ হৈছিল। বৰ অবশভাৱে উঠি তেওঁ জুইকুৰা ধৰি তাৰে ওচৰত ক্ষন্তেক বহিল। এনেতে বাহিৰত কাৰোবাৰ খোজৰ মৃদু শব্দ শুনিলে। তেওঁ অনুমান কৰিলে সেয়া এলিজাবেথ।

দুৱাৰখন ঠেলি অতি বিমৰ্ষ আৰু দুখমনে ভিতৰলৈ সোমাই আহি এলিজাবেথে সুধিলে—,আপুনি মিচেচ ফাৰ্ফ্ৰিৰ মৃত্যুৰ খবৰটো পাইছেনে ? বেচেৰীয়ে এঘণ্টমান আগেয়ে শেষ নিশ্বাস পেলালে।'

'মৰিল ?' এৰা, তেওঁৰ যে মৃত্যু হব এই কথা মই বুজিব পাৰিছিলোঁ। মই শেষ ৰাতিহে তাৰ পৰা আহিছো। মই তেতিয়াই বুজিছোঁ যে তেওঁ আৰু নাবাচে। কিন্তু, মৰমৰ এলিজাবেথ, এইটো তোমাৰ কাৰণে অতি শুভদায়ক হ'ল। আহা, তুমিও গোটেই ৰাতিটো অতি কষ্ট কৰিছা। এইখিনি সময় তুমি মোৰ সিটো কোঠাতে জিৰণি লোৱাগৈ। চাহ-জলপান হলে মই তোমাক মাতিম।'

হেনচার্ডক সন্তুষ্ট কৰিবলৈকে আৰু হেনচার্ডৰ পৰা নতুনকৈ পোৱা হেৰোৱা মৰমক অৱজ্ঞা কৰিব নোৱাৰি অকলশৰীয়া গাভৰু এলিজাবেথে কাষৰে অন্য এটা কোঠাত হেনচার্ডৰ সৰু বিচনাখনতে বাগৰ দিলে। এলিজাবেথৰ সোনকালেই গভীৰ টোপনি আহিল।

ইটো কোঠাত হেনচাৰ্ডে ৰাতিপুৱাৰ জা-জলপান ঠিক কৰি এলিজাবেথ শোৱা কোঠাটোলৈ ভুমুকিয়াই চালে। এলিজাবেথৰ গভীৰ টোপনি অহা দেখি তেওঁ নজগালে আৰু জা-জলপানখিনি ঢাকি থৈ ঘৰৰ গৃহিনীৰ দৰে দুয়োৰে কাৰণে অন্যান্য খোৱা-বোৱাৰ যোগাৰত লাগিল। আচলতে হেনচাৰ্ডৰ চৰিত্ৰত আচৰিত ধৰণে পৰিবৰ্তন ঘটিছিল আৰু আগতকৈও যেন এলিজাবেথৰ প্ৰতি মৰম আৰু ভালপোৱা বেছি হৈছিল।

হেনচাৰ্ডে ভাবিলে তোলনীয়া জীয়েক হলেও এলিজাবেথৰ দৰে এজনী নিঃসহায় ছোৱালীৰ প্ৰতি তেওঁ বৰ অন্যায় ব্যৱহাৰ কৰি আহিছে। অন্ততঃ এতিয়াৰ পৰা এলিজাবেথক নিজৰ জীয়েক হিচাবে লগত ৰাখি বাকী জীৱনত তেওঁ শান্তি পাব।

এনেতে দুৱাৰত কোনোবাই টুক্ টুক্ শব্দ কৰা শুনি হেনচাৰ্ডৰ চিন্তাত বাধা পৰিল। তেওঁ আহি দুৱাৰখন খুলি দিলে। সুন্দৰ স্বাস্থ্যৰ কিছু চুটি-চাপৰ, নাবিকৰ পোছাকেৰে এজন মানুহ দুৱাৰমুখত ৰৈ থকা দেখা পালে।

—'আপুনি?' মানুহজন কোন হেনচাৰ্ডে জানিব বিচাৰিলে।

—'সুপ্ৰভাত,—সুপ্ৰভাত।' মানুহজনে আন্তৰিকতাৰে কলে। 'মই যদি ভুল কৰা নাই,—আপুনি নিশ্চয় মিঃ হেনচাৰ্ড?'

—'হয়।' হেনচাৰ্ডে চমুকৈ উত্তৰ দি মানুহজনলৈ কৌতুহলেৰে চালে।

'ঠিকেই। আপোনাক মই ঘৰতে লগ পালোঁ। আপোনাৰ লগত দুৱাষাৰ কথা পাতিব পাৰোঁনে?'

—'নিশ্চয। আহক,—ভিতৰলৈ সোমাই আহক।'

মানুহজনে ভিতৰলৈ সোমাই আহি চকী এখনত বহি লৈ কলে—'বোধহয় আপুনি মোক চিনিব পাৰিছে।'

হেনচাৰ্ডে মানুহজনলৈ ভালদৰে লক্ষ্য কৰি চিনি নোপোৱাৰ ভাব প্ৰকাশ কৰি মূৰটো লৰালে।

—'তেনেহলে আপুনি মোক চিনিব পৰা নাই। মোৰ নাম নিউচন।'

নামটো শুনিয়েই হেনচাৰ্ড চক্‌খাই উঠিল। তেওঁৰ চকু-মুখ নিমিষতে শেতা পৰি গ'ল। মানুহজনে হয়তো লক্ষ্য নকৰিলে।

—'নামটো মই ভালদৰে জানো।'

অৱশেষত মজিয়াখনৰ ওপৰত চকু ৰাখি হেনচাৰ্ডে উত্তৰ দিলে।

'নিশ্চয়, আপুনি মোৰ নামটো নাপাহৰিব বুলি মই ঠিকেই ধাৰণা কৰিছিলোঁ। আপোনাক বিচাৰি যোৱাকালিও সন্ধিয়া মই ইয়ালৈ আহিছিলোঁ। মই হেভেনপুল বন্দৰত নামিছোঁহি আৰু ফল মাউথ চহৰলৈ এই কেম্ব্ৰিজ চহৰৰ মাজেৰেই গৈছিলোঁ। তাতেই মোক কোনোবাই কলে আপুনি হেনো এই চহৰত কেইবা-বছৰ আগৰে পৰাই স্থায়ীভাৱে থাকিবলৈ লৈছেহি। ঘূৰি আহোঁতে আপোনাক লগ পাই যাম বুলি ভাৱি কেম্ব্ৰিজ চহৰ পুনৰ ওলালোঁহি। ইয়াতে কলে চহৰৰ ডাঙৰ মিল্‌টোৰ ওচৰতে আপুনি থাকে। সেই মতেই বিচাৰি আপোনাক পালোঁহি। প্ৰায় কুৰি বছৰ আগতে আপোনাৰ লগত মোৰ একপ্ৰকাৰ বৰ অভাৱনীয় আৰু কৌতুহল-পূৰ্ণ বিনিময় এটা হৈছিল। তেতিয়া আমি একেবাৰে ডেকা আছিলোঁ। মনত নিশ্চয় পৰিছে।'

'অভাৱনীয় আৰু কৌতুহলপূৰ্ণ বিনিময়? একেবাৰে নীচ আৰু কুৎচিত বিনিময়। মই একেবাৰে ভাৱিব নোৱাৰোঁ যে মোৰ দৰে মানুহ এজনক আপুনি লগ পাইছিল। মদৰ নিচাত মোৰ হুচ নাছিল, তেতিয়া মোৰ গাত মানুহৰ গুণেই নাছিল।'

'এৰা, আমি তেতিয়া একেবাৰে ডেকা আৰু ভালদৰে কথাবোৰ চিন্তা কৰিব নোৱাৰা ধৰণৰ আছিলোঁ।' নিউচনে উত্তৰ দিলে। —'যিয়েই নহওঁক, সেইবোৰ কথা আৰু কৈ লাভ নাই। বেচেৰী চুচানে মনত বৰ আঘাত পালে।'

'হয়, তেওঁক মই বৰ আঘাত দিলোঁ।

'সচাঁকৈয়ে তেওঁ অতি শান্ত, মৰমীয়াল, সু গৃহিনী আছিল। কোনো কথাৰেই তেওঁ কেতিয়াও প্ৰতিবাদ নকৰিছিল। তেওঁ ইয়াৰ বাবে কোনো ৰকমেই দায়ী নহয়। তেওঁ ঋষি-মুনিৰদৰে উদাৰ আৰু নিষ্পাপ আছিল।'

'ময়ো সেই কথা ভালদৰে জানো। কিন্তু অন্ততঃ সেইসময়ত মোৰ অৱস্থাৰ ওপৰত খং নকৰিলে তেওঁ মোক কেতিয়াও এৰি যাব

নোৱাৰিলেহেঁতেন। গৈয়োতো তেওঁ মোলৈ একলম লিখিব পাৰিলে-হেঁতেন। কিন্তু সেয়া নহ'ল।'

'আচলতে আপোনাক বা চুচানক ঠগোৱা বা দুখ দিয়া মোৰ অভিপ্ৰায় নাছিল। সেই সময়ত আপুনি যিদৰে ভাল-বেয়া চিন্তা কৰিব নোৱাৰিলে ময়ো নোৱাৰিলোঁ। তেওঁক আৰু আপোনাৰ কেঁচুৱাটো নি শেষত মই নিজকে বৰ দোষী দোষী অনুভৱ কৰিছিলোঁ। চুচানে মনত যাতে কোনো কষ্ট অনুভৱ নকৰে তাৰ বাবে মই সকলো-খিনি কৰিছিলোঁ। কেইদিনমান পিছতে আপোনাৰ সন্তানটি ঢুকাল আৰু আমাৰ ঔৰসত অন্য এজনী ছোৱালী চুচানে জন্ম দিলে। আমাৰ দিন বেচ্ সুখেৰেই গৈছিল যেন অনুমান হৈছিল; কিন্তু কোনে জানো চুচানৰ মনত এটা কথা সুমুৱাই দিলে মই তেওঁৰ কোনো নহওঁ. নিজ বিবাহিত স্বামীক এৰি তেওঁ বৰ পাপৰ কাম কৰিছে, আৰু বহুত কিবা কিবি। তেতিয়াৰ পৰা তেওঁ ক্ৰমে মন মাৰি থাকি আপোনালৈ মনত পেলাই হা-হুমুনিয়াহ কাঢে, চকুপানী টোকে। মোৰ প্ৰতি সম্পূৰ্ণ অৱজ্ঞা আৰু অৱহেলাৰ ভাৱ দেখুৱাবলৈ ধৰিলে। এই লৈ মই মনত বৰ দুখ পালোঁ। ক্ৰমে আমাৰ সাংসাৰিক জীৱন বৰ অশান্তিকৰ হৈ উঠিল। তেওঁ এদিন স্পষ্টভাৱে মোক কলে—তেওঁ হেনো মোক এৰি যাব। কিন্তু মোৰ সমস্যা হ'ল মোৰ ছোৱালী এলিজাবেথক লৈ।'

শেষত মই ঠিৰাং কৰিলোঁ মই নিজেই আঁতৰি যাওঁ। এবাৰ সাগৰেৰে যাওঁতে নিউফাউণ্ডলেণ্ডৰ ওচৰত ভীষণ ধুমুহাই আমাৰ জাহাজখন বুৰাই পেলালে। বাকীবোৰৰ সলিল সমাধি হ'ল যদিও আমি কেইজনমান বাচি থাকিলোঁ। সাঁতুৰি পাৰত উঠি ভাবিলোঁ দেশলৈ আৰু কোনোদিন ঘূৰি নাযাম। ইতিমধ্যে আমাৰ দেশত জাহাজ ডুবি আমাৰ আটাইবে মৃত্যু হোৱা খবৰটো প্ৰচাৰ হ'ল। মই ভাবিলোঁ আপুনি আৰু মই দুয়োজনে জীয়াই থকাৰ কাৰণেই

তেওঁৰ জীৱন বৰ দুখজনক হৈ পৰিছে। গতিকে মই ইচ্ছা কৰিয়েই মোৰ মৃত্যু হৈছে বুলি প্রচাৰ কৰি দিলোঁ। সৰ্চাকৈয়ে আজি এমাহ-মান আগতেহে ইমান বছৰৰ মূৰত মই নিজ দেশলৈ ঘূৰি আহিছোঁ। আহি গাৱঁত শুনিলোঁ চুচান আৰু মোৰ ছোৱালী এলিজাবেথ আপোনাৰ লগত আছেহি। মই এই চহৰলৈ আহিহে গম পালোঁ ইতিমধ্যে চুচানৰ মৃত্যু হৈছে। কিন্তু মোৰ এলিজাবেথ ক'ত আছে।'

'তেৱোঁ মৰিছে' বৰ অস্বস্তি আৰু ৰুক্ষভাৱে হেনচাৰ্ডে উত্তৰ দিলে। 'নিশ্চয় এই কথাও আপুনি নুশুনাকৈ থকা নাই।'

'মৰিছে? বহাৰ পৰা নিউচন তৎক্ষণাত থিয় হ'ল আৰু অতি বিমৰ্ষ আৰু হতাশভাৱে মজিয়াখনতে ইফাল সিফাল কৰিব ধৰিলে। 'তেনেহলে মোৰ এই টকা-পইচাবোৰৰ প্ৰয়োজন কি?'

হেনচাৰ্ডে এবো নোকোৱাকৈয়ে অন্যমনস্কভাৱে মূৰটো লৰালে। অকণমান সময় নীৰৱে থাকি হুমুনিয়াহ কাঢ়ি নিউচনে সুধিলে— 'তাইক ক'ত কবৰ দিছে।'

'মাকৰ কবৰৰ কাষতে'।

সেই একেদৰে হেনচাৰ্ডে উত্তৰ দিলে।

'তাই কেতিয়া মৰিল?'

'প্ৰায় এবছৰ আগতে।' কোনো দ্বিধাবোধ নকৰাকৈয়ে হেনচাৰ্ডে কলে।

নাবিক নিউচন থিৰ হৈ থিয় দি থাকিল। হেনচাৰ্ডেও মজিযাৰ পিনে চকু ৰাখি ওপৰমুখ নকৰিলে। অৱশেষত নিউচনে কলে— 'মই ইয়ালৈ অহাৰ কোনো কাম নহ'ল। যিদৰে আহিলোঁ সেইদৰেই ঘূৰি যাবলগীয়া হ'ল। সোনকালে ঘূৰি যোৱাই ভাল হব। মিছাতে মই আৰু আপোনাক দিগদাৰী নকৰোঁ।'

নিউচনে আৰু কোনো কথা কব নোৱাৰিলোঁ। তেওঁ বেদনা ভৰা অন্তৰেৰে কোঠাটোৰ পৰা লাহে লাহে ওলাই আহিল আৰু

তাৰ পৰা গুচি গ'ল। হেনচাৰ্ডে তেওঁৰ ফালে মুহূৰ্তৰ কাৰণেও মূৰ তুলি নাচালে।

তাৰ পিছত হেনচাৰ্ড বহাৰ পৰা থিয় হ'ল আৰু তেওঁ কি কামটো কৰি পেলালে ভাৱিবলৈ ধৰিলে। অকলশৰীয়া আৰু বেদনানায়ক জীৱনটোত এলিজাবেথক নিজৰ জীয়েক হিচাবে পুনৰ লৈ জীৱনৰ বাকীখিনি কাল শান্তিৰে কটাবলৈ কৰা আশাৰ মুহূৰ্ততেই নিউচনে এলিজাবেথক তেওঁৰ বুকুৰ মাজৰ পৰা আজুৰি কাঢি নিবলৈ আহিল, এই কথা অনুভৱ কৰি হেনচাৰ্ড অত্যন্তভাৱে অতীষ্ঠ হৈ পৰিছিল আৰু সেয়ে এনে অবাঞ্চনীয় মাৰাত্মক ফাকি দি তেওঁ নিউচনক আঁতৰাই পঠিয়াবলগীয়া হ'ল। কিন্তু হেনচাৰ্ড হঠাতে ভয় খাই উঠিল, জানোছা নগৰৰ কাৰোবাৰ মুখৰ পৰা নিউচনে প্ৰকৃত সত্যটো জানে আৰু পুনৰ ঘূৰি আহি তেওঁক নিষ্ঠুৰভাৱে কটু কথা শুনাই এলিজাবেথক লৈ গুচি যায়।

হেনচাৰ্ডে তাৰাতাৰিকৈ টুপীটো পিন্ধি কোঠাৰ বাহিৰ ওলাল আৰু নিউচন যোৱাৰ বাটেৰে খোজ ললে। কিছুদূৰ আহি আঁতৰৰ পৰাই তেওঁ দেখিলে নিউচনে কিংচ্ আৰ্মচ্ হোটেলৰ কাষতে ৰৈ থকা এখন গাড়ীত উঠিছে। তাত তেওঁৰ বিচনা-পত্ৰবোৰো আছিল।

নিউচন গাড়ীখনত উঠাৰ লগে লগে গাড়ীখন চলিবলৈ ধৰিলে আৰু গাড়ীখন অলপ পিছতে নেদেখা হ'ল।

হেনচাৰ্ডে একে ঠাইতে ৰৈ থাকি ভাবিবলৈ ধৰিলে—প্ৰায় কুৰিবছৰ আগতে ডেকা নিউচনে অচিনাকি হলেও চুচানৰ সৰলতাক বিশ্বাস কৰি যিদৰে এটা আবেগিক মুহূৰ্তত তেওঁক গ্ৰহণ কৰি লৈ গৈছিল, নিউচনৰ সেই একেই বিশ্বাস এতিয়াও আছে। কাৰণ তেওঁ তেওঁৰ মুখৰ কথাকেই বিশ্বাস কৰি হতাশ মনেৰে আঁতৰি গ'ল। হেনচাৰ্ডৰ মনলৈ এনেবোৰ কথা আহিল যদিও তেওঁ নিশ্চিন্ত হব নোৱাৰিলে। সঁচাকৈ এলিজাবেথক তেওঁ নিজৰ লগত ৰাখিব

পাৰিবনে ? নিশ্চয় নিউচনে বাটত নিজৰ এই দুখৰ কথাবোৰ যাত্ৰী বন্ধু-বান্ধৱৰ লগত আলোচনা কৰিব । যদি সেই যাত্ৰীবোৰৰ ভিতৰত কেষ্টাৰব্ৰিজ চহৰৰ কোনোবা লোক থাকে তেনেহলে তেওঁৰ সকলো কৌশল, চলনা ওলাই পৰিব ।

এই সম্ভৱপৰ কথাবোৰ মনলৈ অহাৰ লগে লগে হেনচাৰ্ডে নিউচনৰ ওচৰত ভুলৰ সংশোধন কৰাতকৈ নিজক বচাবলৈ অধিক উপায় চিন্তা কৰিবলৈ ধৰিলে । তেওঁ নিউচন যোৱা পথেৰে কিছুদূৰ আগুৱাই গৈ তেওঁক নিৰীক্ষণ কৰিলে । কিন্তু নিউচনক আৰু ঘূৰি অহা লগ নাপালে ! বোধহয় কাৰোপৰা তেওঁ এই সত্যতাৰ সন্দেহ নাপালে । শেষত হেনচাৰ্ডে এই যুক্তিৰে নিজকে দোষমুক্ত কৰিব বিচাৰিলে যে, যদি প্ৰকৃততে নিউচনৰ মৰমেই আছিল তেনেহলে তেনেহলে ইমান নিষ্ঠুৰভাৱে ইচ্ছা কৰি অসহায় অৱস্থাত পেলাই থৈ আঁতৰি আছিল কিয় ? তেওঁ আশ্ৰয় দি নিজৰ জীয়েক হিচাবে আকোৱালী লোৱা এলিজাবেথক তেওঁ কেতিয়াও নিউচনৰ হাতত এৰি দিব নোৱাৰে ।

হেনচাৰ্ড ঘৰলৈ ঘূৰি আহিল । বাটত তেওঁ ভাৱিলে এলিজাবেথ হয়তো সাৰ পাই উঠি গুচি গ'ল । কিন্তু ঘৰ পাই দেখে এলিজাবেথে শোৱাৰ পৰা চকু মোহাৰি উঠি আহিছে । হেনচাৰ্ডক দেখাৰ লগে লগে মিচিকিযাই হাঁহি এলিজাবেথে কলে—'অ, দেউতা, মোৰ গভীৰ টোপনি আহিছিল নেকি ! টোপনিতে মিচেচ ফাৰ্ফ্ৰিক দেখা পোৱা যেন লাগিল ।'

'যা হওঁক,—তুমি যে ভাল টোপনি এটা মাৰিব পাৰিলা সেয়ে সুখৰ কথা ।' হেনচাৰ্ডে মৰমেৰে এলিজাবেথৰ হাত এখন নিজৰ হাতত তুলি ললে ।

তেওঁলোক দুয়ো একেলগে চাহ-জলপান খাবলৈ বহিল । লুচেত্তালৈ মনত পৰি এলিজাবেথৰ এটি দীঘল হুমুনিয়াহ ওলাই আহিল ।

তাৰ পাছত চাহ-জলপান খাবলৈ আৰম্ভ কৰি কলে—'দেউতা, আপুনি নিজ হাতে এইবোৰ জা-জলপান ইমান ধুনীয়াকৈ বনালে, অথচ মই একেবাৰে এলেহুৱাৰ দৰে বিচনাত টোপনি মাৰি থাকিলোঁ।'

"মই এনেকৈ সদায় বনাই খাওঁ।' হেনচাৰ্ডে কলে। "তুমি এৰি গলা,—মাৰে এৰি গ'ল,—মোক সকলোৱেই এৰি গ'ল। মই নিজে কৰি-মেলি নাখালে জীয়াই থাকিম কেনেকৈ ?"

—'আপুনি একেবাৰে অকলশৰীয়া নহয় নে ?'

—'নিশ্চয়, আইজনী! মই ইমানেই অকলশৰীয়া যে তুমি অনুমান কৰিব নোৱাৰিবা। এইবোৰ একমাত্ৰ মোৰ দোষৰ কাৰণেই হৈছে। মোৰ দুখৰ সময়ত একমাত্ৰ তুমিয়েই মোৰ ওচৰত আছা; কিন্তু তুমি আৰু নাহিবা।'

"আপুনি তেনেকৈ কিয় কয় ? আপুনি বিচাৰিলে মই নিশ্চয় আহিম।"

হেনচাৰ্ডে এটি হুমুনিয়াহ কাঢ়ি কিছুসময় নীৰৱে থাকিল। তেওঁ এলিজাবেথক পুনৰ আপোন জীৰ দৰে লগত ৰাখি জীৱনৰ বাকী কালছোৱা কিছু শান্তিৰে কটাব বুলি ভাবিছিল যদিও নিউচনৰ পুনৰ আগমনৰ সন্দেহ কৰি এলিজাবেথৰ আগত সেই কথা প্ৰকাশ নকৰিলে। দুয়ো বেলেগে বেলেগে থকাই মঙ্গলজনক হব বুলি তেওঁ ভাবিলে।

দুয়ো চাহ-জলপান খোৱা শেষ কৰাৰ পাছতো ভালেখিনি পৰলৈ এলিজাবেথ তাতে বহি থাকিল। হেনচাৰ্ড যেতিয়া নিজৰ দৈনিক কামলৈ যাবলৈ ওলাল তেতিয়া এলিজাবেথো 'মই সঘনাই আহি থাকিম'--বুলি কৈ ওলাই আহিল।

এলিজাবেথ যোৱাৰ পিনে চাই থাকি হেনচাৰ্ডে ভাবিলে—এই পৰ্য্যন্ত এলিজাবেথক মই যিদৰে অন্তৰেৰে আপোন জীৰ দৰে

ভাল পাব বিচাৰিছোঁ, তায়ো ঠিক তেনেদৰে মোক নিজ দেউতাকৰ দৰে ভাৱিয়েই আন্তৰিকতাৰে মোৰ লগত থাকিব। মই অনুমান কৰোঁ, নিউচন আজি আবেলিয়েই হয়তো মোৰ ওচৰলৈ পুনৰ ঘূৰি আহিব আৰু তেতিয়া তাই সকলো কথা গম পাই ঘৃণাৰে মোক গালি পাৰিব।'

এই চিন্তাই হেনচাৰ্ডক গোটেই দিনধৰি বাৰুকৈয়ে অস্থিৰ কৰি তুলিলে। য'তে যি কৰিছে, যলৈকে গৈছে গভীৰ চিন্তাত তেওঁ ব্যতিব্যস্ত হৈ পৰিছে। জীৱনত তেওঁৰ আপোনজন কোনোৱেই নাই ;—কোনেও তেওঁক আপোন বুলি নাভাৱে। এলিজাবেথো পৰ হব,—অচিনাকি হব। তেওঁৰ দোষতেই হওঁক বা দুৰ্ভাগ্যৰ কাৰণেই হওঁক চুচান, ফাৰ্ফ্রি, লুচেত্তা, এলিজাবেথ এই সকলো এজন এজনকৈ তেওঁৰ পৰা আঁতৰি গ'ল।

এই সকলৰ অবিহনে তেওঁৰ কোনো হাবিযাস নাই, নিচা নাই, আশা নাই। তেওঁ গোটেই পৃথিবীখনেই কেৱল অন্ধকাৰ দেখিলে। আকাশখনো যেন চূৰমাৰ হৈ তেওঁৰ মূৰৰ ওপৰত ভাগি পৰিল। তেওঁৰ জীৱনটোলৈ আহিবলৈ আৰু যেন একোৱেই নাই। তেওঁৰ সকলো শেষ হৈ গৈছে। স্বাভাৱিক অৱস্থাত হয়তো তেওঁ আৰু ত্রিশ বা চল্লিশ বছৰ জীযাই থাকিলহেঁতেন, কিন্তু,—এতিয়া তেওঁৰ কি হ'ল !

এই সকলো চিন্তাই হেনচাৰ্ডক অসহ্য কৰি তুলিলে। ক'তো তেওঁ শান্তি নাপাই চহৰৰ বাহিৰত থকা এডোখৰ নিৰ্জন ঠাইৰ দলং এখনৰ ওপৰত ভালেখিনি সময় বহি থাকিল। হঠাতে দলঙৰ তলত থকা পৰিষ্কাৰ পানীত তেওঁ কিবা এটা মূৰ্ত্তি ওপণ্ডি থকা দেখা পালে। তেওঁ মূৰ্ত্তিটোৰ ওচৰলৈ নামি গৈ লক্ষ্য কৰিলে মূৰ্তিটোৰ ওপৰত তেওঁৰ নাম লিখা আছে। তেওঁ সেই ঠাই এৰি কেতিয়া যে ঘৰ পালেহি কব নোৱাৰিলে। দুৱাৰ মুখত থিয় হৈয়েই দেখিলে তাত এলিজাবেথ থিয় হৈ আছে।

এলিজাবেথে হাঁহি কলে—"দেউতা, ৰাতিপুৱা আপোনাৰ মনটো বৰ অশান্তিত থকা দেখি মই পুনৰ আপোনাৰ ওচৰলৈ আহিলোঁ। আপোনাৰ গাটোও ভাল নহয়। আপুনি ক'ৰবালৈ ওলাই গৈছিল বোধহয়

—'ও, এনেয়ে ওলাই গলোঁ।'

তাৰ মানে নিউচন ঘূৰি নাহিল! বেচেৰী এলিজাবেথজনী; কিমান উদাৰ,—কিমান মৰমীয়াল! কিন্তু…। হেনচাৰ্ডে আৰু ভাবিব নোৱাৰিলে।

'মই বৰ ভুৰ্ভগীয়া বুজিছা। কিবা অদ্ভুত কিছুমানে এইবোৰ কৰি থাকে নহয় নে? মোকো সেইবোৰে এৰা নিদিয়াত পৰিছে।'

'কথাটো হওঁতে হয়;—কিন্তু অদ্ভুত কিবাটোৰ ওচৰত আমি সেও মনাটো উচিত নহয়।'

'সেও মানিবা। ব'লা, অলপ ওলাই যাওঁ। মই তোমাক কিবা এটা বস্তু দেখুৱাম।'

হেনচাৰ্ডৰ কথামতে এলিজাবেথ তেওঁৰ লগত যাবলৈ ধৰিলে। তেওঁলোক গৈ হেনচাৰ্ডৰ নাম লিখা মূৰ্তিটো ভাহি থকা জুৰিটোৰ কাষ পালেগৈ।

"এতিয়া জুৰিটোলৈ চোৱা,—সেইটো কি।"

"কিবা এটা ভাহি আছে যেন অনুমান হৈছে।"

"তুমি নামি গৈ ভালদৰে চাই আহা।"

এলিজাবেথ নামি গৈ একেবাৰে কাষৰ পৰা মূৰ্তিটো চাই তলমূৰ কৰি ঘূৰি আহিল।

"—কি দেখিলা?'

"—এটা মূৰ্তি।'

'মূৰ্তিটো কাৰ? সেয়া মোৰ মূৰ্তি;—মূৰ্তি মানে মই। আৰু সিহঁতে অকল মোকেই গাধৰ ওপৰত তুলি আনি এনেদৰে পানীত

ভহাই ৰখা নাই,—তেওঁকো,—মানে লুচেতাকো। ইয়াত এতিয়া লুচেত্তাৰ মূৰ্তিটো নাই। লুচেতাৰ মূৰ্তিটো নাই মানে,—লুচেত্তা নাই। লুচেত্তা শেষ হ'ল,- সিহঁতে শেষ কৰিলে। আৰু মোক,—জোলোকে জোলোকে পানী খুৱাই জীয়াই ৰাখিছে।"

"এইবোৰ আপুনি কি কথা চিন্তা কৰিছে?" এলিজাবেথৰ বৰ ভয় লাগিছিল।' 'ব'লক ঘৰলৈ যাওঁ।"

দুয়ো পুনৰ লাহে লাহে চহৰৰ পিনে খোজ ললে। হেনচার্ডৰ কথাবোৰৰ কোনো সঙ্গতি নোহোৱা হৈছিল।

'দেউতা, মই আপোনাক এনে অৱস্থাত অকলে থাকিবলৈ দিব নোৱাৰোঁ। আপোনাক পৰিচৰ্য্যা কৰিবলৈ আপোনাৰ লগত মোক থাকিবলৈ দিবনে? আপুনি একেবাৰে দুখীয়া হৈছে বুলি মই চিন্তা নকৰোঁ। মই ৰাতিপুৱাই ভাৱিছিলোঁ আপোনাৰ লগত থাকিবলৈ আহিম, কিন্তু আপুনি মোক একোকে নকলে।"

এলিজাবেথে বৰ আবেগিকভাৱে কথাখিনি কলে।

'তুমি মোৰ তালৈ আহিবা?' হেনচার্ডে প্রায় চিঞৰাৰ দৰে সুধিলে। 'এলিজাবেথে,— তুমি মোৰ লগত ধেমালি নকৰিবা। যদি আহিব খোজা আহিবা।"

—"নিশ্চয় আহিম।"

"মই আগতে তোমাক ইমান কটু কথা শুনাই বেয়া ব্যৱহাৰ কৰিছোঁ,—সেইবোৰ পাহৰি তুমি মোক কেনেকৈ ক্ষমা কৰিবা? তুমি নোৱাৰা।"

—"মই সেইবোৰ পাহৰি পেলাইছোঁ। সেইবোৰ কথা আপুনি আৰু নকব।"

এইদৰে দুয়ো একেলগে থকাৰ সিদ্ধান্ত কৰি ঘৰা-ঘৰি গুচি গ'ল। হেনচার্ডে ঘৰ পাই কেবাদিনৰ মূৰত দাৰিখিনি খুৱাই ললে।

—+—

॥ ৪২ ॥

লুচেতাৰ মৃত্যুৰ খবৰে চহৰত শোকৰ ছাঁ পেলালে। চহৰৰ প্ৰধান বাটেৰে মৃতদেহ লৈ শোভাযাত্ৰা কৰা হ'ল। গুণমুগ্ধ লোকসকলে মেয়ৰৰ পত্নী গৰাকীলৈ শেষ শ্ৰদ্ধা নিবেদন কৰিলে। চহৰৰ প্ৰধান মহিলা গৰাকীৰ এনে আকস্মিক আৰু আচৰিত মৃত্যুৰ ঘটনাই সকলোৰে মনত নানা ধৰণে প্ৰতিক্ৰিয়া কৰিলে।

লুচেতাৰ মৃত্যুৱে ফাৰ্ফ্ৰিৰ অন্তৰত এক মৰ্মান্তিক আঘাত দিলে। মৃত্যুৰ আগে আগে লুচেতাই সামান্যভাৱে জ্ঞান ফিৰাই পাই ফাৰ্ফ্ৰিক হেনচাৰ্ডৰ লগত থকা তেওঁৰ আগৰ কাল ছোৱাৰ সকলো সম্পৰ্কৰ কথা ভাঙি কৈছিল। কিন্তু সেই কথাৰ লগত তেওঁৰ এই অৱস্থাৰ কি সম্পৰ্ক আছে ফাৰ্ফ্ৰিয়ে বুজিব পৰা নাছিল; কিন্তু লুচেতাৰ মৃত্যুৰ পিছত তেওঁ লুচেতাৰ মৃত্যুৰ কাৰণ সম্পৰ্কে সকলো জানিব পাৰিলে। তেওঁ এই সম্পৰ্কে প্ৰয়োজনীয় বিচাৰ কৰি সেইসকল দুষ্কৃতিকাৰীক উচিত শাস্তি বিহিবলৈ ব্যৱস্থা লোৱাৰ কথা চিন্তা কৰিলে।

এলিজাবেথ হেনচাৰ্ডৰ লগত থাকিবলৈ লোৱাত হেনচাৰ্ডে তেওঁক বাপেকৰ মৰমেৰে ব্যৱহাৰ কৰি চলিলে। আনহাতে এলিজাবেথেও যিমান পাৰে মন যোগাই আপোন জীৰ দৰে আল-পৈচান ধৰিলে, কাম-কাজ কৰি থাকিল। তেওঁলোক দুয়োৰে মাজত যেন মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তিৰ আদান-প্ৰদানত কোনো দ্বিধা নাথাকিল। তথাপিও কেতিয়াবা হেনচাৰ্ডৰ মনটো এটা কথাই দুৰ্বল কৰি পেলায়,—কিজানিবা নিউচন হঠাতে উপস্থিত হয়হি! কিন্তু নিউচন আৰু ঘূৰি নাহিল।

হেনচাৰ্ডে জীৱনৰ সকলো আশা-ভৰষা ত্যাগ কৰি উদাসীন হৈ পৰিল যদিও এলিজাবেথ পুনৰ তেওঁৰ ওচৰলৈ আপোনভাৱে

ঘুৰি অহাত তেওঁৰ কাৰণেই জীয়াই থাকিব লাগিব,—তেওঁৰ কাৰণেই কিবা এটা কৰিব লাগিব,—এই ভাৱ মনলৈ আহিল। সেয়ে হেনচাৰ্ডক এখন দোকান খুলি দিবলৈ বুলি ফাৰ্ফ্ৰিৰ উপস্থিতিত কাউন্সিল সভাই গ্ৰহণ কৰা প্ৰস্তাৱটি কাৰ্য্যকৰী কৰিবলৈ অনুৰোধ কৰিবৰ বাবে তেওঁ ফাৰ্ফ্ৰিৰ ওচৰ চাপিল।

হেনচাৰ্ডে সোনকালেই সেই সুবিধা পালে। ফাৰ্ফ্ৰিৰ ফাৰ্মৰ কাম এৰি তেওঁ দোকানত থাকি নতুন জীৱন আৰম্ভ কৰিলে। জীৱনত পাই অহা নিষ্ঠুৰ আঘাতবোৰ পাহৰিবলৈয়ে তেওঁ বেছি সময় গ্ৰাহকসকলৰ লগত হাঁহিমুখে বস্তুৰ দৰদাম কৈ কথা-বতৰা পাতি থাকে। এলিজাবেথেও প্ৰায় সকলো সময়তে দোকানত দেউতাক হেনচাৰ্ডৰ লগত থাকি তেওঁক প্ৰযোজনীয় সহায় কৰিলে।

বছৰৰ শেষৰ ফালে হেনচাৰ্ডৰ দোকানখনে যথেষ্টভাৱে প্ৰগতি লাভ কৰিলে। এলিজাবেথে মাজে সময়ে বাস্তাৰে এনেয়ে ফুৰিবলৈ যায় যদিও গ্ৰাহকৰ ভিৰৰ সময়ত তেওঁ হেনচাৰ্ডৰ লগত সাধাৰণ পোছাক পিন্ধি বস্তু বেচাত ব্যস্ত থাকে। তেওঁৰ অতি নম্ৰ আৰু ভদ্ৰোচিত ব্যৱহাৰত গ্ৰাহকসকল বৰ মুগ্ধ হৈছিল।

হেনচাৰ্ড আৰু এলিজাবেথৰ দিনবোৰ সাধাৰণভাৱে শান্তিৰে পাৰ হবলৈ ধৰিলে। এদিন এলিজাবেথৰ হাতত নতুন মোজা এজোৰ দেখি হেনচাৰ্ডে কলে—'তুমি নতুন মোজা এজোৰ ললা ?'

'হয়।'

'বৰ বেছি দামী মোজা নেকি ?'

'হয়,—অলপ বেছি দামেই ভৰিলোঁ।'

হেনচাৰ্ডে আৰু একো নকলে যদিও বেছি দামী মোজা লোৱাত বৰ ভাল নাপালে।

অন্য এদিন তেওঁ এলিজাবেথৰ শোৱা কোঠাৰ কাষেৰে যাওঁতে দেখিলে এলিজাবেথৰ কোঠাটো যথেষ্ট কিতাপ-পত্ৰৰে ভৰি আছে। তেওঁ কিতাপ-পত্ৰ কিনি পঢ়িবলৈ উৎসাহ দিছিল যদিও এই মুহূৰ্ত্তত

তেওঁৰ এনে ভাৱ হ'ল, সামান্য দোকান এখনৰ উপাৰ্জ্জনেৰে ইমানবোৰ কিতাপ কিনি মাত্ৰাধিক খৰচ কৰাটো এটা অদৰকাৰী আৰু বেয়া কথা হৈছে।

বীজ আদিৰ বিক্ৰি এটা সময়ত কমি অহাত এদিন হেনচাৰ্ড বজাৰৰ পিনে এনেয়ে ওলাই গ'ল। সেই সময়ত বজাৰত শুকান আৰু কেঁচা ঘাঁহ কিনা-বিকা হৈ আছিল। হেনচাৰ্ড সেইফালে আগুৱাই যোৱাত হঠাতে দেখিলে—এটা ঘাঁহৰ দমৰ কাষত বৈ ফাৰ্ফ্ৰি আৰু দোকানৰ পৰা অকণমান আগতে ওলাই অহা এলিজাবেথে কথা পাতি আছে। তাত হেনচাৰ্ডৰ উপস্থিতিক তেওঁলোক কোনোৱে লক্ষ্য কৰা নাছিল।

হেনচাৰ্ড তাৰ পৰা আতঁৰি আহিল। ফাৰ্ফ্ৰিৰ লগত এলিজাবেথে তেনেদৰে কথা-বতৰা পাতি থকা দেখি তেওঁৰ মনত প্ৰথমে কোনো ধৰণৰ প্ৰতিক্ৰিয়া হোৱা নাছিল যদিও তেওঁৰ মনলৈ ভাৱ আহিল—ফাৰ্ফ্ৰি আগতে এটা সময়ত এলিজাবেথৰ প্ৰতি বিশেষ ভাৱে আকৰ্ষিত হৈ পৰিছিল। হেনচাৰ্ডে তেনে এটা সুযোগ গ্ৰহণ কৰি বৰ্ত্তমান এলিজাবেথ আৰু ফাৰ্ফ্ৰিৰ মাজত বিয়াখন পাতি দিয়াৰ চেষ্টা কৰিব পাৰে—এই কথা চিন্তা কৰাতকৈ সেই সম্ভাৱনাক তেওঁ ঘৃণাহে কৰিলে।

হেনচাৰ্ডৰ মনলৈ পুনৰ প্ৰতিহিংসাৰ ভাৱ আহিছিল যদিও জীৱনৰ সংঘাট সমূহে, লগতে এলিজাবেথৰ সান্নিধ্যই তেওঁক অনেক গুণে নীৰৱ হৈ থাকিবলৈ শিকাইছে। সেয়ে তেওঁ নিজৰ মনৰ ক্ষোভ প্ৰকাশ নকৰিলে। কিন্তু গধূলি তেওঁ এলিজাবেথক হঠাতে সুধি পেলালে - মিঃ ফাৰ্ফ্ৰিক আজি তুমি ক'ৰবাত দেখিছা নেকি?"

হেনচাৰ্ডৰ প্ৰশ্নত এলিজাবেথে থতমত খালে। তেওঁ কি কম, কি নকমকৈ উপায় নাপাই লাহেকৈ কলে—'নাই দেখা।"

"ভাল কথা। আমি দুয়ো তাত থাকোঁতে ৰাস্তাত তেওঁক মই দেখিছিলোঁ,—সেই কাৰণেহে সুধিলোঁ।"

হেনচাৰ্ডে কথাষাৰ এনেদৰে কৈ এলিজাবেথলৈ লক্ষ্য কৰিবলৈ। এলিজাবেথ লাহেকৈ তাৰ পৰা আঁতৰি গ'ল। এলিজাবেথৰ দুই এটা কামত আগৰে পৰাই তেওঁ বিৰক্তি অনুভৱ কৰিছিল; এতিয়া ফাৰ্ফ্রিক লগ পায়ো নাই পোৱা বুলি কোৱা এলিজাবেথৰ কথাষাৰে হেনচাৰ্ডৰ মনত ৰাকৈয়ে প্ৰতিক্ৰিয়া কৰিলে। তেওঁ এলিজাবেথে গম নোপোৱাকৈয়ে তেওঁৰ চাল-চলন লক্ষ্য কৰিবলৈ ধৰিলে।

কেবাদিনৰ মূৰত এদিন হেনচাৰ্ডে সন্ধিয়া সময়ত চহৰৰ এটি নিৰ্জন ঠাইত দেখিলে—এজোপা গছৰ আঁৰ লৈ এলিজাবেথ আৰু ফাৰ্ফ্রিয়ে কথা পাতি আছে। হেনচাৰ্ডে তেওঁলোকে নেদেখাকৈ একেবাৰে ওচৰৰ পৰা তেওঁলোকৰ কথা-বতৰাবোৰ নিৰীক্ষণ কৰিব ধৰিলে। এটা সময়ত হেনচাৰ্ডে দেখিলে ফাৰ্ফ্রিয়ে "মোৰ প্ৰাণৰ এলিজাবেথ" বুলি এলিজাবেথৰ গালতে চুমা খাই দিলে। এলিজাবেথে কোনোবাই দেখিলে নেকি বুলি তাৰাতাৰিকৈ চাৰিও ফালে চকু ঘূৰালে। কিন্তু হেনচাৰ্ডক দেখা নাপালে।

তাৰ পিছত এলিজাবেথ আৰু ফাৰ্ফ্রি তাৰ পৰা আঁতৰি অহাত হেনচাৰ্ডো লাহে লাহে তাৰ পৰা ঘৰলৈ বুলি খোজ ললে। তেওঁ ভাবিলে - এওঁলোকৰ এই মিলন বা বিবাহত তেওঁ বাধা স্বৰূপ হলেও এদিন নহয় এদিন তেওঁলোকৰ মিলন হবই। তেতিয়া এলিজাবেথে আপোন দেউতাকৰ দৰে ব্যৱহাৰ কৰিলেও ফাৰ্ফ্রিয়ে জানো শহুৰ বুলি আদৰ-সন্মান কৰিব? কৰিলেও তেওঁ কেতিয়াও সহজ হব নোৱাৰিব। তেনেহলে তেওঁলোকৰ সেই সুখৰ সংসাৰত তেওঁৰ প্ৰয়োজনেই বা কি?

— x —

॥ ৪৩ ॥

এলিজাবেথৰ লগত ফাৰ্ফ্রিৰ মিলা-মিছা বা ফুৰা-চকা কৰা কথাবোৰ চহৰৰ সকলো মানুহৰ চকুতেই পৰিল। তেওঁলোক দুয়োকে লৈ নানালোকে নানাধৰণৰ মুখৰোচক কথা-বতৰাও পাতিবলৈ ধৰিলে। তেওঁলোকৰ মাজত যে অচিৰেই বিয়া হ'ব এই কথা সকলোৱে ভাৱি ললে।

মানুহৰ মুখে মুখে এলিজাবেথ আৰু ফাৰ্ফ্রিৰ কথাবিলাক শুনি শুনি আৰু তেওঁলোক দুয়ো প্ৰায়ে একেলগে ফুৰা-চকা কৰা দেখি হেনচাৰ্ডৰ মনটো অস্থিৰ হৈ পৰিল। তথাপি তেওঁ এলিজাবেথক একো নকলে। তেওঁ ভাৱিলে, তেওঁক সকলোৱে এৰিলে। এই সমাজৰ কোনো এজন ব্যক্তিয়েই তেওঁক নিবিচাৰে। যিখন সমাজে তেওঁক নিবিচাৰে, সেইখন সমাজৰ পৰা তেওঁ চিৰদিনৰ কাৰণে আঁতৰি যোৱাই ভাল। হেনচাৰ্ডে এনেদৰে ভাৱিলে যদিও তেওঁ তেতিয়াও আঁতৰি যাব পৰা নাছিল।

চহৰৰ পৰা প্ৰায় দুইমাইল আঁতৰত এটা পুৰণি দুৰ্গৰ ভগ্নাৱশেষ আছিল। তাৰ ভিতৰে বাহিৰে মানুহৰ বসতি হৈছে যদিও ঠাইখন যথেষ্ট নিৰ্জন, শান্তিপূৰ্ণ, আকৰ্ষণীও। হেনচাৰ্ডে লক্ষ্য কৰিছিল ফাৰ্ফ্রি আৰু এলিজাবেথ প্ৰায়ে সেইফালে ফুৰিবলৈ যায়। হেনচাৰ্ডেও মনক বাধা দিব নোৱাৰি মাজে সময়ে তালৈ যায় আৰু তেওঁলোকৰ আলেখ-লেখ লক্ষ্য কৰে।

এদিন আগৰদৰে হেনচাৰ্ড তালৈ গৈছিল। তাত কিছু দূৰৰ পৰা তেওঁ এঠাইত হঠাতে মানুহ এজন দেখা পালে। প্ৰথমে মানুহজনক ফাৰ্ফ্রি বুলিয়েই ভাৱিছিল; কিন্তু ৰাস্তাৰে কেকুৰিটো পাৰ হৈ সম্পূৰ্ণভাৱে মানুহজনক দেখাত তেওঁ চিনি পালে সেয়া নাবিক নিউচনহে। তেওঁ নিউচনে নেদেখাকৈ কথমপি আঁৰ হৈ ৰ'ল।

তেওঁ ভাবিলে, হয়তো এলিজাবেথো অলপ পিছতে সেইখিনি পাবহি আৰু দুয়োৰে মাজত চা-চিনাকি হব ; কিন্তু বহুপৰলৈ তাত বৈ থকাতো এলিজাবেথ নাহিল। নিউচনো তাত ভালেখিনি সময় বৈ থকা তেওঁ দেখিলে।

হেনচাৰ্ডে ভাবিলে, সেইদিনা নাহিলেও তাৰ পিছদিনা হলেও এলিজাবেথ তালৈ আহিব আৰু নিউচনৰ লগত নিশ্চয় পৰিচয় হব। তেতিয়া তেওঁৰ সকলো ঠগামী ওলাই পৰিব। তাৰ পিছত এলিজাবেথে হেনচাৰ্ডক নিষ্ঠুৰ পশু বুলি ভাবিব আৰু তেওঁৰ ঠাইত নিউচন এলিজাবেথৰ মৰম আৰু শ্ৰদ্ধাৰ গৰাকী হব।

হেনচাৰ্ড তাত আৰু অকণমান সময়ো নৰ'ল। বেগাবেগিকৈ ঘৰলৈ বুলি খোজ দিলে। ঘৰ পাই দেখিলে ঘৰত এলিজাবেথ আছে।

—'অ, দেউতা! হেনচাৰ্ডক দেখাৰ লগে লগে একেবাৰে সৰল আৰু আপোনভাৱে এলিজাবেথে কলে। —'আজি মই এখন আচৰিত ধৰণৰ চিঠি পাইছোঁ। চিঠিখনত কাৰো নাম নাই। মোক আজি কোনোবাই দুপৰীয়া বুথ্‌মদ্‌ ৰোডৰ চকত অথবা আবেলি ফাৰ্ফ্ৰিৰ ঘৰত লগ দিবলৈ চিঠিখনত লিখিছে। তেওঁ আৰু লিখিছে যে, কেইদিনমান আগতে তেওঁ হেনো মোক চাবলৈ আহিছিল ; কিন্তু মোক যাতে তেওঁ দেখা কৰিব নোৱাৰে সেইভাৱে কিবা কৌশল কৰি তেওঁক আঁতৰাই পঠিয়াই দিয়া হ'ল। মই এইবোৰ একোকে বুজিব পৰা নাই ; কিন্তু মই ভাবিছো আপোনাৰ আৰু মোৰ মাজত ফাৰ্ফ্ৰিয়েই এই ৰহস্যৰ কেন্দ্ৰী হব আৰু মোক দেখা কৰিব খোজা মানুহজনৰ নিশ্চয় তেওঁৰ লগত সম্বন্ধ আছে। মই আপোনাক নোসোধাকৈ তালৈ যাব খোজা নাই। মই যামনে দেউতা?

হেনচাৰ্ডে গহীনভাৱে উত্তৰ দিলে—'এৰা, যাবা।'

হেনচাৰ্ডে আগমুহূৰ্তত নিউচনক দেখি অহাৰ পৰাই নিশ্চতভাৱে ঠিৰাং কৰিছিল যে, তেওঁ কেষ্টাৰব্ৰিজ চহৰত এক মুহূৰ্তও নাথাকিব।

সেই কাৰণেই এলিজাবেথে এনে এটা আচৰিত খবৰ দি, যোৱাৰ অনুমতি বিচৰাত কোনো চিন্তা নকৰাকৈয়ে যাবলৈ অনুমতি দিলে। তেওঁৰ মনৰ ভাব প্ৰকাশ কৰিবলৈও তেওঁ অকণো দ্বিধাবোধ নকৰিলে।

হেনচাৰ্ডে কলে—'এলিজাবেথ, মই কেষ্টাৰব্ৰিজ চহৰ এৰি যাবলৈ ঠিৰাং কৰিছোঁ।'

'কেষ্টাৰব্ৰিজ চহৰ এৰি যাব ?' —আচৰিত হৈ প্ৰায় চিঞৰাৰ দৰে এলিজাবেথে সুধিলে—'আপুনি মোক এৰি যাব ?'

'এৰা, এই সৰু দোকানখন অকলে তুমিয়েই চলাব পাৰিবা। মোক এইবোৰৰ প্ৰযোজন নাই। মই গাৱঁৰ মানুহ, গাৱঁলৈ গুচি যাম। মই মোৰ নিজৰ পথ বাচি লম। তোমাক মই তোমাৰ কাৰণেই এৰি যাম।'

এলিজাবেথে তললৈ চালে। তেওঁৰ চকুৰ পৰা নীৰৱে টপ্‌টপ্‌কৈ চকুলো ববলৈ ধৰিলে। তেওঁ অনুভৱ কৰিলে চিঠিখনৰ কথাবোৰ কওঁতে আৰু ইয়াৰে সাম্ভাব্য ফলৰ কথা চিন্তা কৰি হেনচাৰ্ডে তেনেদৰে কৈছে। আনহাতে ফাৰ্ফ্ৰিৰ লগত তেওঁৰ লাহে লাহে গঢ়ি উঠা ঘনিষ্ঠতাৰ কথা জানিব পাৰিও হেনচাৰ্ডে নিশ্চয় দুখ পাইছে।

'আপুনি হঠাতে এনে সিদ্ধান্ত লোৱাত মই মৰ্মাহত হৈছোঁ। মই ভাবিছিলোঁ,—ফাৰ্ফ্ৰিৰ সৈতে পুনৰ সম্বন্ধ স্থাপন কৰি তেওঁৰ লগত হয়তো কম দিনৰ ভিতৰতে বিবাহ হোৱাৰ ব্যৱস্থা কৰিম। মই ভবা নাছিলোঁ যে আপুনি এই কথাত দুখ পাব।'

—'তুমি যি কৰিব খোজা তাতেই মই নিশ্চয় সমৰ্থন দিম।' হেনচাৰ্ডে দুখেৰে কলে।—'আৰু মই যদি সমৰ্থনো নিদিও তেতিয়াও একো নাই। মই মুঠতে ইয়াৰ পৰা আঁতৰি যাব বিচাৰিছোঁ। মোৰ উপস্থিতিয়ে ভৱিষ্যতে কথাবোৰত অনেক বিজুতি ঘটাব পাৰে আৰু সেয়ে মুঠ কথা, মই আঁতৰি যোৱাই শ্ৰেয়।'

দুয়ো কিছুসময় নীৰৱে থকাৰ পিছত এলিজাবেথে লাহেকৈ কলে—'তাৰমানে আপুনি মোৰ বিয়াৰ দিনত উপস্থিত নাথাকিব? এইটো মই আশা কৰা নাছিলোঁ।'

'মই তোমাৰ বিয়া চাবলৈ ইচ্ছা নকৰোঁ।'

হেনচাৰ্ডে যেন কোনো চিন্তা নকৰাকৈ কৈ পেলালে। তাৰ পিছত মাতটো অতি কোমল কৰি কলে—'কিন্তু তোমালোকৰ ভৱিষ্যত সুখৰ জীৱনত মোৰ কথা কেতিয়াবা স্মৰণ কৰিবা,—মই যে এই চহৰৰে এজন আটাইতকৈ সন্মানিত ব্যক্তি আছিলোঁ, আৰু মোৰ দোষতেই মই ধ্বংস হৈ গলোঁ,—কিন্তু মই যে তোমাৰ দেউতা আছিলো, মই যে অন্তৰেৰে চেনেহ কৰিছিলোঁ,—হয়তো এই কথা তুমি পাহৰি যাবা।'

'এই সকলোবোৰ হবলৈ পালে মই ফাৰ্ফ্রিক ভাল পোৱাৰ কাৰণেই।' এলিজাবেথে উচুপি উচুপি উত্তৰ দিলে।

'ফাৰ্ফ্রিক বাদ দিবলৈ তোমাক মই কোৱা নাই। তোমালোক সুখী হোৱা। কিন্তু মোক যেন পাহৰি নোযোৱা।'

হেনচাৰ্ডে কথাখিনিৰে এইটোকে বুজাব বিচাৰিলে যাতে নিউচনক পোৱাৰ পিছত তেওঁক পাহৰি নাযায়।

হেনচাৰ্ডৰ কথাত এলিজাবেথে নীৰৱে মূৰ দুপিয়ালে। তাৰ পিছত হেনচাৰ্ডে এসময়ৰ তেওঁৰ ঘাঁহ কটা কাচি আৰু অন্যান্য কেতবোৰ সা-সৰঞ্জাম মোনা এটাত ভৰাই লৈ, চহৰৰ সন্মানীয় পোছাক-পৰিচ্ছদ পৰিত্যাগ কৰি সাধাৰণ পোছাক এযোৰ পিন্ধি নিজহাতে এটা সময়ত গঢ় দি তোলা অতি মৰমৰ কেষ্টাৰব্রিজ চহৰখন আৰু এলিজাবেথক এৰি সেইদিনাই আবেলি গুচি গ'ল।

কেষ্টাৰব্রিজ চহৰ হেনচাৰ্ডে এৰি যোৱাৰ সময়ত বন্ধু-বান্ধৱ আৰু অন্যান্য কোনো মানুহেই গম নাপালে। হেনচাৰ্ডৰ কথামতে এলিজাবেথেও তেওঁ চহৰ এৰি যোৱা কথাষাৰ আগতীয়াকৈ কাকো

নকলে। চহৰৰ একেবাৰে বাহিৰৰ দলং এখনলৈ এলিজাবেথে চকুলো টুকি টুকি অতি বিহ্বলভাৱে আগবঢ়াই দি বৈ লাহে লাহে হেনচার্ড গৈ থকালৈ চাই থাকিল। হেনচার্ড গৈ এটা টিলাৰ আঁৰ হৈ পৰাত শোকত অতি মর্মাহত হৈ ঘূৰি আহিল। এলিজাবেথে সেইদিনাহে মর্মে মর্মে অনুভৱ কৰিলে, জীৱনত তেওঁ সচাঁকৈয়ে একেবাৰে অসহায়,—অকলশৰীয়া।

চহৰৰ মূৰ পাওঁতেই এলিজাবেথে ফাৰ্ফ্ৰিক লগ পালে আৰু দীঘলকৈ হুমুনিয়াহ কাঢ়ি তেওঁৰ আগত সকলো কথা ভাঙি কলে। হেনচার্ডৰ কেষ্টাৰব্রিজ চহৰ এৰি যোৱা আচৰিত খবৰটো শুনি ফার্ফ্রিয়েও মনত বৰ আঘাত পালে।

এলিজাবেথে সুধিলে—'মোলৈ চিঠি লিখা মানুজন কোন ?'

'বাৰু, এতিয়া থাওঁক,—সময়ত সকলো জানিব পাৰিবা। আৰু হেনচার্ডো যদি বেছি দূৰ আঁতৰি নাযায় তেৱোঁ সকলো জানিব।'

—'তেওঁ বহুদূৰলৈ গুচি যাব। আমি যাতে চকুৰে নেদেখো আৰু কাণেৰে নুশুনো তেনে ঠাইলৈ আঁতৰি যাবলৈ প্রতিজ্ঞা কৰি গৈছে।'

কথা কৈ কৈ ফাৰ্ফ্ৰিৰ লগে লগে খোজ কাঢ়ি এলিজাবেথ আহি থাকিল আৰু এটা সময়ত তেওঁলোক ফার্ফ্রিৰ ঘৰৰ সমুখ পালে। দুয়ো ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

তলৰ তলাৰ বৈঠক কোঠাত সোমায়েই তাত আগৰে পৰাই বহি থকা সুন্দৰ চেহেৰাৰ বহল মুখৰ মানুহজনক দেখি এলিজাবেথ একেবাৰে হতভম্ব হৈ পৰিল। তেওঁ নিজকে বিশ্বাস কৰিবলৈ টান পালে। আবেগ-অনুভূতিত বুকুখন বৰ জোৰেৰে ঢপ্ ঢপাবলৈ ধৰিলে।

মানুহজন আছিল এলিজাবেথৰ প্রকৃত দেউতাক ৰিচার্ড নিউচন। দেউতাক নিউচনে বহাৰ পৰা উঠি এলিজাবেথক মৰমেৰে আকোৱালী

ধৰি দুয়োগালত বাৰে বাৰে চুমা খাবলৈ ধৰিলে। প্ৰায় ছয় বছৰৰ অন্তত দেউতাক-জীয়েক পুনৰ লগা-লগি হোৱাত আবেগত দুয়োৰে চকুৰ পৰা পানী ববলৈ ধৰিলে। ক্ষন্তেকৰ কাৰণে হলেও এলিজাবেথে এই মাত্ৰ হেনচাৰ্ডক বিদায় দি অহা মৰ্মান্তিক বেদনা পাহৰি গ'ল।

বহু সময় ধৰি কোনেও একো কথা কব পৰা নাছিল। তাৰ পিছত নিউচনে ঠোকাঠুকি মাতেৰে কিয় তেওঁ নিজৰ মৃত্যুৰ মিছা খবৰ প্ৰচাৰ কৰিলে আৰু প্ৰায় এবছৰ আগতে ইয়ালৈ তেওঁক বিচাৰি আহি কেনেভাৱে হেনচাৰ্ডৰ পৰা মিছা খবৰ পাই আঁতৰি যাবলগীয়া হৈছিল,—এই সকলো কথা এলিজাবেথক বিবৰি কলে। নিউচন আৰু এলিজাবেথ দুয়ো ওচৰা-ওচৰিকৈ বহিল।

দেউতাক জীয়েকৰ মিলনৰ দৃশ্য চাই থাকি ফাৰ্ফ্ৰিয়ে দুৱাৰখন বন্ধ কৰি দি কলে—'হেনচাৰ্ড আজি ইয়াৰ পৰা একেবাৰে গুচি গ'লগৈ। এলিজাবেথক তেওঁ বৰ মৰম কৰিছিল। মইহে মাজতে সোমাই এওঁলোকক দুখ দিছিলোঁ।'

—'একো কথা হোৱা নাই; ভালেই হৈছে। মই ইয়াতে মাত্ৰ কেইদিনমান থাকি গুচি যাম। তোমালোকৰ সুখ দেখিলে মোক আৰু একো নালাগে।'

নিউচনে অতি গহীন অথচ আন্তৰিকতাৰে কথাখিনি কলে।

—'মিঃ নিউচন, মই আপোনাক এটা অনুৰোধ কৰিব খোজো। আপুনি ইতিমধ্যে মোৰ পৰা জানিব পাৰিছে যে মোৰ আৰু এলিজাবেথৰ মাজত সোনকালেই বিয়া হব। দেউতাক হিচাবে আপোনাৰ উপস্থিতি আৰু আশীৰ্বাদ আমাৰ একান্তই প্ৰয়োজন। গতিকে আপোনাক মই সদায় ইয়াতে থকাটো বিচাৰোঁ। মোৰ ইমানবোৰ আহল-বহল ঘৰ আছে। আপুনি ইয়াতেই থাকক আৰু মোৰ এই ঘৰতে বিয়াখনৰো আয়োজন হওঁক।'

—'বৰ ভাল কথা। মই অন্তৰ ঢালি তোমালোকক আশীৰ্বাদ দিম। কিন্তু বেচেৰা হেনচাৰ্ডো এই সময়ত থকাটো উচিত আছিল। তেওঁ মোক যি প্ৰতাৰণা কৰিব খুজিছিল সেয়া তেওঁৰ দোষ নহয়। সেইটো হ'ল এলিজাবেথৰ প্ৰতি থকা তেওঁৰ গভীৰ চেনেহৰ কাৰণেহে। যা হওঁক আমাৰ এই কথা-বতৰাবোৰত মোৰ আইজনীয়ে একো মাতেই দিয়া নাই। আমাৰ কথাবোৰ যেন শুনাই নাই এনেভাৱে তেওঁ খিৰিকিৰে বাহিৰলৈ চাই আছে। মাজনী,—তুমি দেখোন একো নকলা ?'

—'আপোনালোক দুজনেই দেখোন থিৰ সিদ্ধান্ত কৰিছে।'

এলিজাবেথে তলমূৰ কৰি লাহেকৈ কলে।

'তেনেহলে ভালেই। বাৰু মিঃ ফাৰ্ফ্ৰি, তুমিতো তোমাৰ ঘৰতে বিয়াৰ সকলোখিনিকেই কৰিবলৈ ওলাইছা। পিতৃ হিচাবে ছোৱালীৰ প্ৰতি মোৰোতো কিছু কৰিবলগীয়া আছে। মই কিন্তু খোৱাৰ এটা বৃজন অংশ যোগাৰ কৰিম। চহৰৰ প্ৰায়খিনি সাধাৰণ মানুহকো বিয়ালৈ মাতিবা।'

ফাৰ্ফ্ৰিয়ে নিউচনৰ ইচ্ছাৰ প্ৰতি আন্তৰিকতাৰে সন্মতি জনালে।

## ॥ ৪৪ ॥

কেষ্টাৰব্ৰিজ চহৰ এৰি হেনচাৰ্ড অস্থিৰ মনেৰে বহুদূৰ বাট খোজ কাঢ়ি গৈ সন্ধিয়া সময়ত এখন গাৱঁৰ ওচৰ পালেগৈ। এলিজাবেথৰ প্ৰতি থকা মৰমৰ তাৰণাই আৰু জীৱনৰ ওলট-পালট ঘটনা সমূহে তেওঁক বৰ দুৰ্বল আৰু ভাৱাক্ৰান্ত কৰি পেলাইছিল। গাৱঁৰ কোনো অতিথি শালালৈ নগৈ খেতি পথাৰ এখনত পৰি থকা গম-খেৰৰ দম এটাৰ ওচৰতে কান্ধৰ ডাঙৰ মোনাটো নমাই

থৈ বহি পৰিল। তেওঁৰ অত্যন্ত ভাগৰ লাগিছিল। ভোক পিয়াহ লাগিছিল যদিও তেওঁ একো নাখাই তাতে শুই পৰিল আৰু তৎক্ষণাত তেওঁৰ টোপনি আহিল।

পিছদিনা ৰাতিপুৱা সূৰ্য্যৰ পোহৰ চকুত পৰাত তেওঁ সাৰ পালে। চকু দুটা মোহাৰি লৈ ওচৰৰে এঠাইত মুখ হাত ধুই ললে। মোনাৰ পৰা এটা কাগজৰ টোপোলা উলিয়াই তাৰ পৰা কটি আৰু কিবা কিবি লৈ খালে। তাৰ পিছত মোনাটো পিঠিত পেলাই পুনৰ খোজ ধৰিলে। তেওঁ কলৈ যাব খুজিছে বা গৈছে নিজেই কব নোৱাৰিলে।

এইদৰে একেৰাহে ছয় দিন গৈ থাকি হেনচাৰ্ড ওৱেডন প্ৰায়ৰচ্ বজাৰখনত উপস্থিত হ'লগৈ। জীৱনৰ চৰম অঘটন ঘটা বজাৰখনলৈ হঠাতে বহু দিনৰ মূৰত ঘূৰি আহি উপস্থিত হৈযো তেওঁ বজাৰখন চিনি পালে। সেইদিনা বজাৰ বাৰ নহয় কাৰণে তাত কোনো মানুহ বা বজাৰ নাছিল। মাত্ৰ আশে পাশে দুই চাৰিটা ভেৰা ইফালে সিফালে ঘূৰি ফুৰি কিবা খাই ফুৰিছিল। তেওঁক তেনেকৈ যোৱা দেখি সিহঁতো আনফালে দৌৰি আতঁৰি গুচি গল।

হেনচাৰ্ডে কিছু আগুৱাই গৈ ইফালে সিফালে কিবা নিৰীক্ষণ কৰিব ধৰিলে। তাৰ পিছত এটা আলিবাটৰ পিনে লক্ষ্য কৰি নিজে নিজেই কৈ উঠিল "এবা, এইটোৱেই ৰাস্তা। এই ৰাস্তাটোৰেই আমি প্ৰায় পঁচিশ বছৰ আগতে আহি বজাৰখনত উঠিছিলোঁহি।'

তেওঁ দুই এখোজ আগুৱাই গৈ ঘূৰি ঘূৰি চাই ভাবিলে— "ঠিক এইখিনিতেই সেই অভিশপ্ত তম্বুটো আছিল।'

কিছু সময় তেনেদৰে থকাৰ পাছত হেনচাৰ্ডে সেই ঠাই এৰি অন্য দূৰ ঠাইলৈ গুচি যোৱাৰ চিন্তা কৰিলে; কিন্তু এলিজাবেথৰ প্ৰতি থকা মৰমে পুনৰ তেওঁক দুৰ্বল কৰি তুলিলে।

বিয়াৰ সাতদিনমান পিছতেই বাগিছাৰ মাজলৈ যাওঁতে বাকনী ঘৰৰ কাষত ফুল এজোপাৰ মাজত এলিজাবেথে কিবা এটা বস্তু দেখিছিল। কি বস্তু বুলি এলিজাবেথে আনি দেখিলে এটি সুন্দৰ সজা, বাতৰি কাগজৰে মেৰিয়াই বান্ধি থোৱা আছে। সজাটোৰ ভিতৰত মনোমোহা গীত গোৱা গল্ডফিন্স নামৰ সৰু ধুনীয়া চৰাই এজনী মৰি শুকাই আছে। চৰাইজনীয়ে সজাটোৰ ভিতৰত খাবলৈ নাপাই যে মৰিছে এই কথা এলিজাবেথে বুজিব পাৰি মনত বৰ দুখ পাইছিল। কোনে সজাটো চৰাইটোৰ সৈতে তেনেকৈ থৈছিল এলিজাবেথে আক-তাক সুধিও জানিব নোৱাৰিলে। দুদিনমানলৈ সজাটোৰ কথাই এলিজাবেথৰ মনটো কিছু বেয়া লগাই আছিল যদিও লাহে লাহে সেইবোৰ কথা পাহৰি গ'ল।

কিন্তু হঠাতে কাম কৰা বুঢ়ীজনীয়ে আহি পুনৰ যেতিয়া সেই সজাটোৰ কথা কলেহি তেতিয়া এলিজাবেথে তেওঁলৈ আগ্ৰহেৰে চালে। বুঢ়ীজনীয়ে কলে—'চৰাইটোৰে সেই সজাটো কোনে থৈছিল মোৰ এতিয়াহে মনত পৰিছে। বিয়াৰ দিনাখন যে পিছ দুৱাৰেদি এজন বয়সুৱা ধৰণৰ খেতিয়ক আহি আপোনাক লগ ধৰিছিলহি তেওঁৰ হাততেই সেই সজাটো মই দেখিছিলোঁ। আপোনাৰ লগত কথা হবলৈ কোঠাৰ ভিতৰলৈ আহোঁতে সম্ভৱতঃ তেওঁ সেইটো তাত থৈ আহিছিল আৰু ঘূৰি যাওঁতে হয়তো সেইটো নিবলৈ পাহৰি গ'ল।'

বুঢ়ীজনীৰ কথাত এলিজাবেথ মৰ্মাহত হ'ল। ইমান মৰম লগা চৰাইটো সজাটোৰে সৈতে বিয়াৰ উপহাৰ হিচাবে তেওঁক দিবলৈ হেনচাৰ্ডে যে আনিছিল এই কথা এলিজাবেথৰ বুজিবলৈ বাকী নাথাকিল। এইবিলাক কথা হেনচাৰ্ডে এলিজাবেথক কবলৈ নৌপাওঁতেই হেনচাৰ্ডক তেওঁ নিষ্ঠুৰ ব্যৱহাৰ কৰি খেদি পঠিয়ালে। এলিজাবেথৰ নিজৰ ওপৰতে ধিক্কাৰ লাগিল।

বুঢ়ীজনীৰ কথাত কোনো উত্তৰ নিদি অতি দুখমনেৰে তেওঁ

তললৈ নামি আহি আঁৰি থোৱা ঠাইত সজাটোলৈ চালে আৰু হেনচাৰ্ডৰ প্ৰতি তেওঁৰ অন্তৰ কান্দি উঠিল।

গিৰিয়েক ফাৰ্ফ্ৰি ঘৰলৈ অহাত এলিজাবেথে সজাটোৰ কথাবোৰ বিবৰি কলে আৰু অনুৰোধ কৰিলে—হেনচাৰ্ড যতেই নাথাকক তেওঁক বিচাৰি আনিব লাগে। এলিজাবেথৰ কথাত ফাৰ্ফ্ৰিয়ে বিশেষ একো নকলেও হেনচাৰ্ডক বিচাৰি অনাৰ সম্মতি জনালে।

কিন্তু হেনচাৰ্ডক বিচাৰি উলিওৱাটো একেবাৰে সহজ নাছিল। কিয়নো এলিজাবেথে বিয়াৰ দিনা লগ পোৱাৰ পৰা সেই মুহূৰ্তলৈ হেনচাৰ্ডৰ খবৰ কোৱা বা নাম লোৱা মানুহ তেওঁ কাকো পোৱা নাই। তথাপি এলিজাবেথ আৰু ফাৰ্ফ্ৰিয়ে হেনচাৰ্ডক বিচাৰি উলিয়াবলৈ বা তেওঁৰ খা-খবৰ পাবলৈ সম্ভৱপৰ সকলোখিনি কৰিলে। অৱশেষত এজন মানুহৰ মুখৰ পৰা ফাৰ্ফ্ৰিয়ে গম পালে কেইদিনমান আগতে হেনচাৰ্ড মেলচেষ্টাৰৰ ৰাষ্ট্ৰীয় পথেৰে ৰাতি বাৰমান বজাত পূবৰ পিনে গৈ আছিল।

হেনচাৰ্ডৰ বিষয়ে এইখিনিৰ বাহিৰে আন কোনো খবৰ ফাৰ্ফ্ৰি এলিজাবেথে সংগ্ৰহ কৰিব নোৱাৰিলে। মানুহজনৰ পৰা এই খবৰটো পাই গাড়ী এখনত উঠি দুয়ো হেনচাৰ্ডৰ সন্ধানত ওলাই গ'ল। বাটত তেওঁলোকে যাকে লগ পাই তাকে হেনচাৰ্ডৰ আকৃতি প্ৰকৃতিৰ বিবৰণ দি অনুসন্ধান কৰি গৈছিল।

মেলচেষ্টাৰৰ ৰাষ্ট্ৰীয় পথেৰে কেইমাইল মান যোৱাৰ পিছত ৰাস্তাত কাম কৰা বনুৱা এজনক লগ পাই খা-খবৰ কৰাত বনুৱাজনে কলে যে তেওঁ একেৰাহে সাতদিন ধৰি তাতেই কামকৰি আছেঁ আৰু সেই কেইদিনৰ ভিতৰতে তেওঁলোকে কোৱা তেনে ধৰণৰ মানুহ এজন সেই বাটেদি এগ্‌দন্‌হিথৰ পিনে যোৱা দেখিছে।

ফাৰ্ফ্ৰি-এলিজাবেথে এগ্‌দন্‌হিথ নামৰ অতি পুৰণি চহৰখনলৈ বুলি গাড়ী চলাই দিলে। তাত গৈ গোটেই চহৰখনতে খা-খবৰ

কৰিও হেনচাৰ্ডৰ শুংসূত্ৰ নাপালে। সেই চহৰ এৰি তেওঁলোক কিছু দূৰ আগুৱাই গৈ এঙ্গোলবাৰী চহৰ পালেগৈ,—তাৰ পিছত আৰু কেইখনমান গাওঁ অতিক্ৰম কৰিলে। ঘৰৰ পৰা বহুমাইল বাট আহিও তেওঁলোকে হেনচাৰ্ডৰ কোনো খা-খবৰ উলিয়াব নোৱাৰিলে।

এঠাইত গাড়ীখন ৰখাই তেওঁলোক দুয়ো নামিল। ঘোঁৰাটো গাড়ীৰ পৰা এৰি দি জিৰণি লবলৈ দিলে। দুয়ো গছ এডালৰ তলতে বহি কিবা অলপ খাই ললে। ফাৰ্ফ্রিয়ে এলিজাবেথক কলে—“আমি বহুদূৰ আহিলোঁ। অনেক ঠাইত খা-খবৰ কৰিও হেনচাৰ্ডৰ কোনো শুংসূত্ৰই নাপালোঁ। সম্প্ৰতি তেওঁৰ আশা এৰাই ভাল। এতিয়া আমি ঘৰলৈ ঘূৰি যাবলৈও যথেষ্ট দেৰী হ’ল; সম্ভৱতঃ ক’ৰবাত আমি ৰাতিটো থাকিব লাগিব।”

এনেকৈ কথা পাতি বহি থাকোঁতে তেওঁলোকে দেখিলে কোনোবা এজন বনুৱা ধৰণৰ মানুহ অকলশৰে একালৰ পৰা হাতত কিবা কাঠ-বাহ লৈ আহি তেওঁলোকৰ কিছু আঁতৰেৰে পথাৰৰ মাজৰ সৰু পজাঁ এটালৈ গৈছে। মানুহজন তেওঁলোকৰ প্ৰতিষ্ঠানত কাম কৰা হুইটল নামৰ বনুৱাজন যেন লাগিল। হুইটল নামৰ এই বনুৱাজনে ফাৰ্ফ্রিক কোনো কথা নজনোৱাকৈ কেইদিনমান কামলৈ যোৱা নাছিল আৰু কলৈ গৈছে ফাৰ্ফ্রিয়ে তাকো নাজানিছিল।

ঘোঁৰাটো গাড়ীত পুনৰ যুৰি থৈ তেওঁলোক দুয়ো পজাঁটিৰ ওচৰলৈ গ’ল। মানুহজন সঁচাকৈয়ে হুইটলেই আছিল। হুইটল আহি এলিজাবেথ আৰু ফাৰ্ফ্রিৰ সমুখত তলমূৰ কৰি থিয় হ’লহি। হুইটলৰ চকুৱে মুখে অতি দুখৰ ভাব ফুটি ওলাইছিল।

হুইটলক দেখিয়েই ফাৰ্ফ্রিয়ে আচৰিত হোৱাৰ দৰে কলে—“কি হুইটল, তুমি ইয়াত আছা ?”

হুমুনিয়াহ এটা কাঢ়ি চল্‌চলীয়া চকুৰে হুইটলে কলে—“হয়, আজি দুদিন ধৰি মই ইয়াতে আছোঁ। কি বেদনাদায়ক।

যদিও তেওঁ মোক কেতিয়াবা বেয়া ব্যৱহাৰ কৰিছিল তথাপি,—তথাপি,—তেওঁ মোক আইৰ দৰে মৰম কৰিছিল।"

—"তুমি এইবোৰ কাৰ কথা কৈছা ?"

—"মই হেনচাৰ্ডৰ কথা কৈছোঁ। আপোনালোকে বোধহয় নাজানে—অকণমান আগতে তেওঁ ঢুকাল।"

—"তেওঁ ঢুকাল ?"—প্ৰায় চিঞৰি উঠাৰ দৰে এলিজাবেথৰ মুখৰ পৰা শব্দ দুটা ওলাই আহিল।

—"হয় তেওঁ ঢুকাল। তেওঁ বৰ মৰমীয়াল আৰু বৰ ভাল মানুহ আছিল। তিনিদিনমান আগতে তেওঁক মই হঠাতে এঠাইত লগ পাইছিলোঁ। তেওঁ বৰ ক্ষীণাইছে আৰু দুৰ্বলভাৱে খোজ দি এই ফালে আহি আছিল। তেওঁক দেখি মোৰ বৰ বেয়া লাগিছিল। ময়ো তেওঁৰ পিছে পিছে আহি এইখিনি পালোঁহি। আহিয়েই তেওঁ ইযাতে বাগৰি পৰি গৈছিল। পথাৰৰ মাজৰ এই পজাঁটো খালী হৈ পৰি থকাত তেওঁক আন মানুহৰ সহায়ত পজাঁটোলৈ আনি খেৰ-বন পাৰি শুৱাই থলোঁ। কিবা কিবি আনি খাবলৈ দিছিলোঁ, কিন্তু অকণমান বস্তুও তেওঁ খাব নোৱাৰিলে আৰু অলপ আগতে আজি তেওঁ ঢুকাল।"

ফাৰ্ফ্ৰিয়ে দীঘলকৈ হুমুনিযাহ কাটি দুখমনে তলমূৰ কৰিলে। এলিজাবেথে একো কব পৰা নাছিল। অন্তৰ ভাগি যেন তেওঁৰ কান্দোন বাহিৰ হৈ আহিল। তেওঁৰ চকুৰ পৰা ধাৰাসাৰে পানী ববলৈ ধৰিলে।

তেওঁলোক পজাঁটিৰ ভিতৰলৈ সোমাই গৈ মৃত্যু শয্যাত পৰি থকা হেনচাড ৰ শটোৰ ওচৰত নীৰৱে থিয় হ'ল।

হুইটলে কলে—"মৃত্যুৰ সময়ত তেওঁৰ লগত কিবা কিবি লিখা এটুকুৰা কাগজ পাইছোঁ। মই পঢ়িব নাজানো কাৰণে কাগজ টুকুৰাত কি লিখা আছে মই কব নোৱাৰোঁ। আপোনালোকে পঢ়ি চাওঁকচোন।'

ছুইটলে লগত ৰখা কাগজ টুকুৰা ফাৰ্ফ্ৰিৰ হাতত দিলে। কাগজ টুকুৰাত পেঞ্চিলেৰে লিখা আছিল—

"মাইকেল হেনচাৰ্ডৰ ইচ্ছা পত্ৰ—

* কোনেও যাতে এলিজাবেথ-ফাৰ্ফ্ৰিক মোৰ মৃত্যুৰ খবৰ নিদিয়ে,--মোৰ বাবে শোক কৰিবলৈ দিয়া নহয়;

* কোনো পবিত্ৰ ঠাইত যাতে মোক কবৰ দিয়া নহয়;

* খ্ৰীষ্টান ৰীতি মানি মোৰ শৱ পিছত যাতে কোনো ঘণ্টা, বৰকাহ আদি বজোৱা নহয়;

* কোনেও মোৰ শটো যাতে চাবলৈ ইচ্ছা নকৰে;

* মোৰ শ সংকাৰ কৰাৰ সময়ত কোনেও শোক কৰি যাতে শৱ পিছত নাযায়,

* মোৰ কবৰৰ ওপৰত যাতে কোনো ফুল ৰোৱা নহয়;

* কোনেও কেতিযাও যাতে মোৰ কথা মনত নাৰাখে। ইয়াকে লিখি মই চহী কৰিলোঁ।

মাইকেল হেনচাৰ্ড।"

কাগজ টুকুৰা এলিজাবেথৰ হাতত দি ফাৰ্ফ্ৰিযে কলে—"এতিয়া আমি কি কৰোঁ?" ফাৰ্ফ্ৰিৰ চকুকেইটাত চকুপানী বিৰিঙি উঠিছিল।

এলিজাবেথে স্পষ্টকৈ কোনো উত্তৰ দিব নোৱাৰিলে। উচুপি উচুপি তেওঁ অৱশেষত কলে—অ' ডোনাল্ড! ইয়াত কি বেদনাদায়ক কথা লিখা আছে! মই সেই সময়ত এইবোৰ কথা অকণো ভাবিব নোৱাৰিলোঁ। মোৰ কাৰণেই এওঁ এনেকৈ মৰিবলগীয়া হ'ল। কিন্তু, কিন্তু উপায় কি?"

এলিজাবেথে হুকহুকাই কান্দি দিলে।

এলিজাবেথ আৰু ফাৰ্ফ্ৰিয়ে যিমান দূৰ পাৰে হেনচাৰ্ডৰ শেষ ইচ্ছাৰ প্ৰতি সন্মান জনালে। এলিজাবেথে অনুভৱ কৰিলে—মানুহৰ জীৱনত কেতিয়াও কোনো কালে সুখ-দুখ একেদৰে নাথাকে;—ই সম্পূৰ্ণ ক্ষন্তেকীয়া।

—×—